প্ৰকাশক—

শ্ৰীখগেশ্বৰ ভূঁএগা,
সম্পাদক
সৰ্ব্বোদয় প্ৰকাশন সমিতি,
গুৱাহাটী

प्रकाशक—

श्रीखगेश्वर भूँया,
मंत्री
सर्वोदय प्रकाशन समिति,
गुवाहाटी

প্ৰথম সংস্কৰণ ৩০০০

মাৰ্চ্চ, ১৯৫৮

মূল্য ২·৫০ নয়া পইচা

पहला संस्करण ३०००

मार्च, १९५८

कीमत २·५० नया पैसा

মুদ্ৰক—

শ্ৰীসোণাৰাম বেজ
নিউপ্ৰেছ,
গুৱাহাটী

मुद्रक—

श्रीसोनाराम बेज
निउ प्रेस,
गुवाहाटी

# এষাৰ কথা

এই কিতাপখনিত শিক্ষা সম্পৰ্কে মোৰ মতামত সন্নিবিষ্ট কৰা হৈছে। ইয়াত ৫।৭ টা মান প্ৰবন্ধ 'মধুকৰ'ৰ পৰা লোৱা হৈছে। মোৰ গোটেই জীৱন শিক্ষাতেই গৈছে আৰু যাবও ধৰিছে। কেতিয়াবা আত্ম-শিক্ষা চলিছিল আৰু কেতিয়াবা বিদ্যাৰ্থীক পঢ়াইছিলোঁ। এই কাৰণে পাঠকসকলে এই কিতাপ খনিত যি পাব মোৰ সুদীৰ্ঘকালীন অভিজ্ঞতাৰ কথাকেহে পাব। ই কোনো স্বচ্ছন্দ বিচাৰ নহয়।

দহ বছৰৰ ভিতৰত গোটেই দেশতে নবীন শিক্ষা প্ৰৱৰ্ত্তন কৰিবলৈ দেশে সঙ্কল্প লৈছে। গতিকে এই কিতাপখনি সময়োপযোগী হৈছে বুলি মই ভাবোঁ।

ডাণ্ডৰ স্নুকড়
কোৰাপুট (উৰিষ্যা)
৩১-৮-৫৮

—বিনোবা

# সূচী-পত্র

---

# শিক্ষা-তত্ত্ব




নিবন্ত-শিক্ষা

। ফৰাচী গ্ৰন্থকাৰ ৰুছোৰ 'এমিলী' নামৰ শিক্ষা-বিজ্ঞান সম্বন্ধীয় কিতাপ খনিৰ বিষয়ে এখন সভ্য ... জাতিৰ আগনত পৰা কৰা মন্তব্যৰ সাৰাংশ ... সাল-সলনি কৰি ইয়াত উদ্ধৃত কৰা হৈছে।

## ৰুছোৰ প্ৰতিভা

ফৰাচী ৰাজ্য-বিপ্লৱৰ বিষয়ত 'ৰুছো' আৰু 'ভল্টেয়াৰ', এই দুজন গ্ৰন্থকাৰৰ নাম যথেষ্ট প্ৰখ্যাত। এই গ্ৰন্থকাৰ দুজনৰ ভাষা, ভাব-প্ৰৱণতা, আৰু লেখন-পদ্ধতি বৰ তেজস্বী, সজীব আৰু প্ৰভাৱাত্মক আছিল। আৰুতে এওঁলোকৰ লেখনীয়ে যিমান ভয় কৰিছিল, তাওৰ তাওৰ মহা পৰাক্ৰান্ত নৃপতি সকলৰ অস্ত্ৰবললৈকো সিমান ভয় নকৰিছিল। এওঁলোকৰ লেখনীৰ সক্ৰিয় পাৰণাৰেই আছিল ফৰাচী ৰাজ্য-বিপ্লৱ। এই দুজন গ্ৰন্থকাৰৰ ভিতৰত ৰুছো বৰ ভাব প্ৰধান প্ৰকৃতিৰ আছিল। কোনো প্ৰবন্ধ আদি লিখিবৰ কাৰণে তেওঁ কেতিয়াও ভাষা-বিজ্ঞান অধ্যয়ন কৰিব লগা নহৈছিল। তেওঁৰ ভাবধাৰা ইমান প্ৰবল আছিল যে তাৰ কাৰণে কেতিয়া সময় আৰম্ভ হৈ থাকিব নোৱাৰি জ্বালামুখী পৰ্ব্বতৰ জ্বলিমান লাভাতকৈও বেছি দাহক ৰূপ ধাৰণ কৰি চাৰিওফালে বিকীৰ্ণ হৈ পৰিছিল। লেখকৰ ... তেওঁৰ ইচ্ছাৰ বিৰুদ্ধেও ফুটি ওলাইছিল। তেওঁৰ প্ৰবন্ধবিলাক আন্তৰিকতাপূৰ্ণ আছিল

আৰু এই কাৰণেই সেই প্ৰবন্ধবিলাক বুদ্ধি বা যুক্তিৰ আগত তিষ্ঠিব নোৱাৰিলেও বুৰঞ্জীয়ে এইটো মানি লবলৈ বাধ্য হ'ল যে সেইবিলাক 'জ্বলন্ত এঙাৰ'ৰ নিচিনা আছিল। তেওঁৰ প্ৰবন্ধবিলাকৰ একমাত্ৰ সূত্ৰ আছিল এইটোৱেই যে "মৃত-জীৱনতকৈ জীৱিত-মৃত্যু বেছি শ্ৰেষ্ঠ। এনেকুৱা প্ৰভাৱশালী, প্ৰতিভাৱান গ্ৰন্থকাৰৰ শিক্ষা সম্বন্ধীয় মতবাদৰ বিষয়ে আমি গভীৰ ভাৱে চিন্তা কৰি চোৱা নিশ্চয় প্ৰয়োজন।

## শিক্ষাৰ তিনিটা বিভাগ

ৰুচোৰ মতে শিক্ষাক তিনি ভাগত বিভক্ত কৰিব লাগে। (১) নৈসৰ্গিক শিক্ষা, (২) ব্যক্তি শিক্ষা, আৰু (৩) ব্যৱহাৰিক শিক্ষা।

শৰীৰৰ প্ৰত্যেক অঙ্গকে সম্পূৰ্ণ আৰু ব্যৱস্থিত ভাবে বৃদ্ধি কৰা, ইন্দ্ৰিয় সমূহক সজাগ, স্ফূৰ্তিমান আৰু সুস্থ কৰি তোলা, বিভিন্ন মনোবৃত্তি সমূহৰ সৰ্বাঙ্গীন বিকাশ কৰা, স্মৃতি, প্ৰজ্ঞা, মেধা, ধৃতি, তৰ্ক আদি মানসিক শক্তি সমূহক প্ৰতিভাশালী আৰু প্ৰখৰ কৰি তোলা—তেওঁৰ মতে এই সকলোবিলাক নৈসৰ্গিক বা প্ৰাকৃতিক কামেই নৈসৰ্গিক শিক্ষাৰ অন্তৰ্ভুক্ত। আন কথাত কবলৈ গ'লে মানুহৰ ভিতৰি ভিতৰি হোৱা শাৰীৰিক, মানসিক আৰু বৌদ্ধিক বৃদ্ধি বা আত্মিক বিকাশেই নৈসৰ্গিক শিক্ষাই।

এইদৰে মানুহৰ বাহিৰৰ পৰিস্থিতিৰ দ্বাৰা যি জ্ঞান লাভ আৰু ব্যৱহাৰত যি অভিজ্ঞতা হয়, সেই সকলোবিলাক পদাৰ্থ-জ্ঞান বা ভৌতিক অনুভূতিকে তেওঁ ব্যৱহাৰিক শিক্ষা নাম দিছে। নৈসৰ্গিক শিক্ষাৰ দ্বাৰাই হোৱা আত্ম বিকাশক বাহিৰা ব্যৱহাৰিক জ্ঞানৰ দৃষ্টিৰে বহিৰ্জগতত কেনেকৈ খটুৱাব

পাৰি, এই বিষয়ে অন্য মানুহে কৰা চেষ্টাৰ ফলত যি মৌখিক সাম্প্ৰদায়িক বা বিদ্যালয় জনিত শিক্ষা পোৱা যায়, তাকে তেওঁ 'ব্যক্তি-শিক্ষা' বুলি কৈছে। তেওঁৰ মতে 'ব্যক্তি-শিক্ষা,' 'ব্যৱহাৰিক-শিক্ষা' আৰু 'নৈসৰ্গিক-শিক্ষা'ৰ মাজত এডাল শিকলি আছে।

ৰুছোৱে শিক্ষাৰ ইমানবিলাক বিভাগ কৰাটোত বিশেষ গুৰুত্ব দিব লগীয়া কথা একো নাই। অমুক বিষয় সমূহৰ ইমান বিভাগ কৰিব লাগে বুলি কোনো নিয়ম নাই। এই সকলোবিলাকেই হৈছে সুবিধা অসুবিধাৰ প্ৰশ্ন। অৰ্থাৎ দৃষ্টি ভেদ অনুসৰি বৰ্গীকৰণতো ভেদ হোৱাটো স্বাভাৱিক। ৰুছোৱে যি তিনিটা বিভাগ কৰিছে, সেইবিলাক যে সদায় লাগিবই এনেও নহয়। কাৰণ, কি ব্যক্তি-শিক্ষা আৰু কি ব্যৱহাৰিক শিক্ষা দুয়োটাকে মানুহে বাহিৰৰ পৰাহে পায়। কেবল মাত্ৰ নৈসৰ্গিক শিক্ষাহে ভিতৰৰ পৰা পায় বুলি কব লাগিব। এই দৃষ্টিৰে চালে ইয়াক অন্তঃ-শিক্ষা আৰু বাহ্য-শিক্ষা বুলি যদি দুটা বিভাগ কৰা যায়, তেন্তে কি হানি হব ? কিন্তু ইয়াতকৈও আৰু আগবাঢ়ি গৈ এইদৰেও কব পাৰি যে যিহেতু বাহ্য-শিক্ষা কেৱল অভাবাত্মক আৰু অন্তঃ-শিক্ষা ভাবাত্মক— এই কাৰণে অন্তঃ-শিক্ষাইহে একমাত্ৰ প্ৰকৃত বা তাত্ত্বিক বিভাগ হব পাৰে।

### বাহ্য শিক্ষাৰ অখণ্ড স্ৰোত

ওপৰত যাক বাহ্য-শিক্ষা বোলা হৈছে তাক যে অকল মানুহ কিম্বা পঢ়াশালিৰ জৰিয়তেহে পাব পাৰি এনে নহয়। বাস্তৱতে সেই শিক্ষা এই অনন্ত বিশ্বৰ প্ৰত্যেকটো বস্তুৰ পৰাই মানুহে অহৰহঃ গতিত পাই থাকে। তাত কোনো বাধা নপৰে। চেক্সপিয়েৰৰ কথামতে বৈ থকা নিজৰাত মহান

গ্ৰন্থ সংগ্ৰহিত হৈ আছে, শিলবিলাকত দৰ্শন লুকাই আছে, আৰু যিমানবিলাক বস্তু আছে, সেই সকলোতে শিক্ষাৰ সমস্ত তত্ত্ব সোমাই আছে। গছ, লতা, ফুল, নদী, পাহাৰ, আকাশ তৰা—সকলোৱেই নিজৰ নিজৰ পদ্ধতিৰে মানুহক শিক্ষা দিব লাগিছে। নৈয়ায়িকৰ অণুৰ পৰা আৰম্ভ কৰি সাংখ্যৰ মহত্ত্বলৈকে, জ্যামিতিৰ বিন্দুৰ পৰা ভূগোলৰ সিন্ধুলৈকে আৰু ল'ৰালিকালৰ ভাৰাত কৰলৈ গ'লে, ৰামৰ টিকনিৰ পৰা আৰম্ভ কৰি তুলসীৰ মূললৈকে* সৰু-বৰ সকলোবোৰ বস্তুৱেই মানুহৰ গুৰু। বিচক্ষণ বিজ্ঞান বেত্তাৰ দূৰবীণত, ব্যৱহাৰ বিশাৰদৰ চৰ্ম্ম-চক্ষুত, কল্পনা কুশল কবিৰ দিব্য চকুত বা তাৰ্কিক তত্ত্ববেত্তাৰ জ্ঞান-চকুত যি বিলাক বস্তুৰ দৃষ্টিগোচৰ হয় বা নহয়; সেই সকলো বিলাকৰে পৰা আমি নিতৌ শিক্ষা পায়েই থাকোঁ। আমাৰ সকলোৰে শিক্ষাৰ কাৰণে, আমাৰ আগত পৰমেশ্বৰে মেলি থোৱা এই বিশাল সৃষ্টিখনো এখন স্থায়ী, দিব্য, আশ্চৰ্য্যময় আৰু পৰম পৱিত্ৰ গ্ৰন্থ। তাৰ আগত বেদ ব্যৰ্থ, কোৰাণ অকামিলা, আৰু বাইবেল নিৰ্ব্বল।

## বাহ্য-শিক্ষা অভ্যাৱাত্মক কাম

কিন্তু এই গ্ৰন্থ-গঙ্গা যিমানেই গভীৰ নহওক, মানুহে নিজৰ ঘটিৰেহে তাৰ পানী ভৰায়। এই কাৰণে আমাৰ অন্তৰত যিমান বীজ নিহিত আছে সিমানহে শিক্ষা আমি এই বিশ্ব-ব্ৰহ্মাণ্ডৰ পৰাও পাব পাৰিম। প্ৰত্যেকৰে অনুভৱ এনেকুৱাই। আমি আৰু আপোনালোকে ইমানবিলাক বিষয় শিকোঁ, ইমানবিলাক গ্ৰন্থ পঢোঁ, ইমানবিলাক মত-বাদ শুনো আৰু ইমানবিলাক বস্তু দেখোঁ অথচ তাৰ ভিতৰত কিমানটা আমাৰ মনত ৰয়?

* মহাৰাষ্ট্ৰৰ ল'ৰা-ছোৱালীয়ে খেমালি কৰোঁতে থোৱা শপত।

সাৰাংশ হৈছে এই যে আমি এই বহিৰ্জগতৰ পৰা যিমানখিনি শিকোঁ সেই সকলোবিলাকক পাহৰি যাওঁ আৰু তাৰ ঠাইত মাত্ৰ সংস্কাৰহে ৰৈ যায়। অৰ্থাৎ শিক্ষা বা অভিজ্ঞতা লোপ পায়, সংস্কাৰ বাচি থাকে। ইয়াৰ কাৰণ আগতে কৈয়েই অহা হৈছে যে আমাৰ ভিতৰত যিটো বস্তু নাই তাক বাহিৰৰ পৰা পোৱাটো অসম্ভৱ। ইয়াৰ পৰাই এইটো স্পষ্ট হৈ পৰিছে যে বাহ্য-শিক্ষা কোনো স্বতন্ত্ৰ বা তাত্বিক বস্তু নহয় বৰং অভাৱাত্মক কাৰ্য্যহে।

## সনাতনবাদ

এনেকুৱা ঠাইত সাধাৰণতে দুতৰপীয়া নীতি নিৰ্দ্ধাৰণ কৰা হয়। যদি বাহ্য-শিক্ষাক মিছা বুলি কোৱা যায় তেন্তে সংস্কাৰ হবলৈকোতো কিছুমান বাহ্য নিমিত্ত, বা আধাৰৰ আৱশ্যক হয়। ইয়াৰ বিপৰীতে বাহ্য-শিক্ষাক যদি সত্য আৰু ভাৱৰূপ বোলা যায়, তেন্তে ওপৰত কোৱা অনুযায়ী— অন্তৰ্বিকাশৰ অনুকূল সামান্য অংশহে আৰু সিও সংস্কাৰৰ ৰূপত অন্তত থাকি যায়। অৰ্থাৎ দুয়ো পক্ষত বিপ্ৰতিপত্তি (Dilemma পৰস্পৰ বিপৰীত দুয়ো পক্ষৰ উপস্থিতি)ৰ সিদ্ধি হয়। এনেকুৱা অৱস্থাত প্ৰশ্ন উঠে যে এই দুয়ো প্ৰকাৰ শিক্ষাৰ পৰস্পৰৰ লগত কেনে সম্বন্ধ আছে বুলি কব পাৰি?

অৱশ্যে এই 'বাদ'টো নতুন নহয় আৰু এই কাৰণে তাৰ নিৰ্ণয়ো নতুন নহয়। সকলোবোৰ শাস্ত্ৰতে এনে ধৰণৰ 'বাদ'ৰ সৃষ্টি হৈয়েই থাকে আৰু সকলোতে তাৰ নিৰ্ণয়ো একেটাই হয়। উদাহৰণ স্বৰূপে সুখৰ নো বাহ্য-পদাৰ্থৰ লগত কি সম্বন্ধ আছে? এই বেদান্ত বাদটোৰ কথাকে যাক ধৰি লওক। ইয়াতো সেই একেটা পেঁচেই। যদি কোৱা যায় যে সুখ বাহ্য পদাৰ্থতহে থাকে তেন্তে তাৰ দ্বাৰাই সদায় সুখেই হব লাগিছিল, কিন্তু

সাধাৰণতে এনে নহয়। মানসিক স্থিতি যদি বেয়া অৱস্থাত থাকে, তেন্তে অন্য সময়ত যি পদাৰ্থ সুখকৰ বুলি গণ্য হয় সিও সুখ দিব নোৱাৰে। আকৌ যদি এইদৰে কোৱা যায় "বাহ্য-পদাৰ্থত সুখ নাই, সুখ হৈছে এটা মানসিক ভাৱনাহে," তেন্তে সি নিত্য অনুভৱৰ ভিতৰত নপৰে। চেক্সপীয়েৰৰ কথা মতে যদি ইচ্ছাই ঘোঁৰা হয়, তেন্তে প্ৰত্যেক ব্যক্তিয়েই অশ্বাৰোহণ কাৰী হব। দৰাচলতে তেনেকুৱা নহয়, ই কঠোৰ সত্যহে। তেন্তে এই প্ৰশ্নৰ সমাধান কেনেকৈ কৰা যাব ?

এই নিচিনাকৈয়ে ন্যায়-শাস্ত্ৰৰ উদাহৰণ লৈ মন কৰক। "মাটি আৰু কলহৰ ভিতৰত কি সম্বন্ধ আছে ?" ইও এটা প্ৰশ্নই। যদি কোৱা যায় যে যি মাটি সেয়েই কলহ তেন্তে মাটিত পানী ভৰাওকচোন বাৰু! আৰু যদি কোৱা যায় যে মাটিও বেলেগ বস্তু, কলহো বেলেগ বস্তু তেন্তে আমাৰ মাটি আমাক দি দিয়ক, আপোনাৰ কলহ আপুনি লৈ যাওক! এনেকুৱা পৰিস্থিতিতে প্ৰশ্ন হয়—তেন্তে শেষত এই দুয়োটাৰ সম্বন্ধ কি হব ? যদি এইটো পৰিষ্কাৰকৈ কৈ দিয়া হয় যে সিহঁতৰ ভিতৰত কি সম্বন্ধ আছে তাক আমি কব নোৱাৰোঁ। তেন্তে সেইটো কৈ আমাৰ অজ্ঞানতাৰহে পৰিচয় দিয়া হব। এই কাৰণে এই সম্বন্ধটো হৈছে এটা "অনিৰ্বচনীয় সম্বন্ধ"—ই ভৱা, প্ৰশস্ত আৰু সংস্কৃত নাম। কিন্তু এই সম্বন্ধ অনিৰ্বচনীয় হোৱা সত্বেও যেনেকৈ এটা পক্ষত "বাচাৰম্ভণং বিকাৰো নামধেয়ং মৃত্তিকেত্যেৱ সত্যম্" অৰ্থাৎ মাটি তাত্ত্বিক আৰু কলহ মিছা এইদৰেই তাদাত্মৰ দ্বাৰাই নিৰ্ণয় কৰা যায়। ঠিক সেইদৰেই আনটো পক্ষত আন্তঃ-শিক্ষা ভাব-ৰূপ আৰু বাহ্য-শিক্ষা অভাৱ-ৰূপ কাৰ্য্য বুলি কব পাৰি।

## বাহ্য শিক্ষাৰ 'ভাৱ' অলপীয়া

এইদৰে কলে আৰু এটা মূলোচ্ছেদক প্ৰশ্ন উঠে। আমি শিক্ষাৰ দুটা বিভাগ কৰিছোঁ। তাত অন্তঃ-শিক্ষা বা আত্মিক বিকাশ ভাৱৰূপ হোৱাৰ কাৰণেও সি প্ৰত্যেক ব্যক্তিৰ ভিতৰে ভিতৰে হৈ থাকে। তাৰ বিষয়ে আমি একোকে কৰিব নোৱাৰো। তাৰ কোনো পাঠ্যক্ৰমো তৈয়াৰ কৰিব নোৱাৰি আৰু যদি তৈয়াৰ কৰাও হয়, তেন্তে তাক কাৰ্য্যান্বিত কৰাটো সম্ভৱ নহয়। বাহ্য-শিক্ষাই সাধাৰণ ভাবে আৰু ব্যক্তি-শিক্ষাই বিশেষ ভাবে অভাৱ ৰূপকে নিশ্চিত কৰিছে। এনে অৱস্থাত প্ৰশ্ন হয় যে "ন হি শশকবিষাণাং কোঅপি কস্মৈ দদাতি"—কোনেও কাকো কেতিয়াও শহাপহুৰ শিং নিদিয়ে—এই ন্যায়ৰ দ্বাৰা শিক্ষা বিষয়ক সমস্ত আন্দোলনক জানো মূৰ্খতাৰ পৰিচায়ক বুলি কোৱা হব ?

ওপৰে ওপৰে চালে এই অভিযোগটো যেনে নিকস্তৰণীয় বা স্বাভাৱিক যেন লাগে; বাস্তৱতে তেনে নহয়। কাৰণ বাহ্য-শিক্ষাক যেতিয়া আমি অভাৱাত্মক বুলি কওঁ তেতিয়া আমি এইটো নকওঁ যে সি কামেই নহয়। বাস্তৱতে সি কাম হয়, উপযুক্ত কামেই; অৱশ্যে সি যেনিবা অভাৱাত্মক কাম। এইটোৱেই আমাৰ কোৱাৰ অৰ্থ। শিক্ষাৰ দ্বাৰাই কোনো স্বতন্ত্ৰ তত্ত্ব উৎপন্ন কৰিবৰ আৱশ্যক নকৰে, বৰঞ্চ গুপ্ত তত্ত্ব সমূহক জাগ্ৰতহে কৰিব লাগে। ইয়াত কব লগীয়া কথা এইটোৱেই যে মানুহে শিক্ষাক যি অৰ্থত ব্যৱহাৰ কৰে, সেই অৰ্থত তাৰ ব্যৱহাৰ নহয়। অকল এই কাৰণেই শিক্ষা অনুপযোগী হব নোৱাৰে। উগ্ৰ সংস্কাৰবাদী সকলৰ বিধবা বিবাহ উত্তেজনাক সমাজ শিক্ষক কাৰ্ভেৰ 'বিধবা-বিবাহ প্ৰতিবন্ধ নিবাৰণ' অনুপযোগী

বুলি প্ৰমাণ হোৱা সত্ত্বেও বাস্তৱতে সি উপযোগীযেই—তাক অস্বীকাৰ কৰিব নোৱাৰি। সাৰাংশ, শিক্ষা উত্তেজনা মূলক ঔষধ নহৈ প্ৰতিবন্ধক নিবাৰক উপায়হে হৈ পৰিছে।

ৰাস্কিনে শিল্পকলাৰো ব্যাখ্যা এইধৰণেৰে কৰিছে। শিল্পকাৰে শিল বা মাটিৰ দ্বাৰা মূৰ্ত্তি তৈয়াৰ কৰিব নেলাগে, কিয়নো সি তাত বিদ্যমান আছেই সেয়ে যেনিব লুকাই আছে। তাক প্ৰকাশ কৰাটো শিল্পকাৰৰ কাম। শিল্প অভাৱাত্মক হ'লেও যে উপযুক্ত আৰু প্ৰতিবন্ধ নিবাৰণৰ কাৰণে হ'লেও তাত অলপ ভাবাত্মকতাও আছে। এইটো ইয়াত স্পষ্ট ৰূপে দেখা গৈছে। এই অৰ্থ মনত ৰাখি শিক্ষা "তাৰতম্য"ৰ পৰা অভাবাত্মক"—এনেকুৱা সাৰধান বাণী ওপৰত কৈ অহা হৈছে। আত্মবিকাশৰ অৰ্থত শিক্ষা অন্তাৰাত্মক অৰ্থাৎ তাৰ ভাৰ নিচেই তাকৰীয়া।"

## মূৰ্খতা পূৰ্ণ পদ্ধতি

যিহেতু আমি শিক্ষাৰ প্ৰতিষ্ঠাক, সীমা অতিক্ৰম কৰি বঢ়াই নি আছোঁ, সেই কাৰণে আজি আমাৰ শিক্ষা-পদ্ধতি অত্যন্ত অস্বাভাৱিক, বিপৰীত আৰু হাঁহিয়াতৰ পাত্ৰ হৈ পৰিছে। ল'ৰা-ছোৱালীৰ স্মৰণ শক্তি অলপ বেছি যেন দেখিলেই তাক যিমান পাৰে বেছিকৈ পাঠ লাওৱাবলৈ উত্তেজিত কৰা হয়। তেতিয়া বাপেকেও ল'ৰা-ছোৱালীৰ কুমলীয়া মগজুত যিমান পাৰে সিমান ঠাহিবলৈ চেষ্টা কৰিবে। পঢ়াশালি সম্বন্ধীয় শিক্ষা পদ্ধতিতো এনেকুৱা পদ্ধতিকে গ্ৰহণ কৰা হয়। ল'ৰা-ছোৱালীৰ যদি বুদ্ধি কম থাকে, তেন্তে জানি বুজিয়েই সিহঁতক উপেক্ষা কৰা হয়। যাক বুদ্ধিমান বুলি কোৱা যায়, তেনে ছাত্ৰ কলেজ পোৱালৈকে হে টিকি থাকে। তাৰ পিচত সিহঁত ক্ৰমে পিচুৱাই যাবলৈ ধৰে।

কলেজত যদি সিহঁত পিচ পৰি নেথাকে তেন্তে সিহঁত ভৱিষ্যতলৈ ব্যৱহাৰত অকামিলা হৈ পৰে। ইয়াৰ একমাত্ৰ কাৰণ হৈছে সিহঁতৰ কুমলীয়া বুদ্ধিৰ ওপৰত অমানুষিক বোজা দিয়াটোৱেই। ঘোঁৰা যদি শান্ত হয় আৰু ঠিকমতে চলি থাকে, তেন্তে তাক চেকুৰাব কাৰণে আৰু চেষ্টা কৰিবৰ আৱশ্যক নকৰে শান্ত ঘোঁৰাক শান্ত ব্যৱহাৰ নকৰি যদি চাবুকেৰে কোবহে লগোৱা যায়, তেন্তে তাৰ পৰা কি হ'ব? ঘোঁৰাই চোচা মাৰি গৈ খালত পেলাই দিব আৰু গৰাকীকো পেলাব। এই মূৰ্খতা পূৰ্ণ জঙ্ঘলী পদ্ধতি অন্ততঃ ৰাষ্ট্ৰীয় পাঠশালা বিলাকত চলিব নেলাগে।

## শিক্ষাৰ ৰহস্য

ছাত্ৰৰ মনলৈ যেতিয়াই এই ভাব আহিব যে মই শিক্ষা গ্ৰহণ কৰিছোঁ, তেতিয়াই এইটো ধৰি লোৱা উচিত হ'ব যে শিক্ষাৰ সমস্ত আনন্দই ক্ষীণ হৈ গৈছে। সৰু ল'ৰা-ছোৱালীৰ কাৰণে খেলাটোৱেই উত্তম ব্যায়াম বুলি কোৱা য'য়। ইয়াৰো ৰহস্য এয়েই। খেলোতে ব্যায়াম হয় সঁচা, কিন্তু আমি যে ব্যায়াম কৰিছোঁ এই ভাব সিহঁতৰ মনলৈ কেতিয়াও নাহে। খেলাৰ সময়ত সিহঁতৰ চৌপাশে কিবা আছে বুলি নেভাবে। ল'ৰা-ছোৱালীয়ে খেলাত বিভোৰ হৈ ঐক্যৰ অনুভৱ কৰিবলৈ ধৰে। ভোক,-পিয়াহ, দুঃখ-ভাগৰ আনকি নিজৰ দেহাটোৰ কথাও পাহৰি যায়। চমুকৈ খেলাৰ অৰ্থ হৈছে আনন্দ বা মনোৰঞ্জন। সি ব্যায়ামৰূপী কৰ্ত্তব্য হ'ব নোৱাৰে। এইটো কথাকে সকলো ধৰণৰ শিক্ষাত খটুৱাব লাগে। শিক্ষা এক কৰ্ত্তব্য, এনেকুৱা কৃত্ৰিম ভাৱনাতকৈ শিক্ষাৰ অৰ্থ হৈছে আনন্দ, এই প্ৰাকৃতিক আৰু উৎসাহ পূৰ্ণ ভাৱৰ সৃষ্টি হোৱা উচিত। কিন্তু আজি আমাক

ল'ৰা-ছোৱালীবিলাকৰ মনত এনেকুৱা ভাৱৰ উদয় হোৱা দেখিবলৈ পোৱা যায়নে ? শিক্ষাই আনন্দ —এইটো দূৰৰ কথা, শিক্ষা কৰ্ত্তব্য—এই ভাবো আজি প্ৰায়েই দেখিবলৈ পোৱা নেযায় । বৰ্ত্তমানৰ ছাত্ৰ সমাজৰ মাজত গোলামী মনোবৃত্তিৰ একেটি মাত্ৰ ভাব প্ৰচলিত হৈ আছে আৰু সেয়েই হৈছে শিক্ষা অৰ্থাৎ 'শাস্তি' । ল'ৰা-ছোৱালীৰ মনত যেতিয়াই জীবিত মনা বা স্বতন্ত্ৰ প্ৰবৃত্তিৰ আভা দেখিবলৈ পাব, তেতিয়াই ঘৰৰ মানুহে কবলৈ ধৰিব যে "ইয়াক এতিয়া পঢ়াশালিত বান্ধি থব লাগে ।" পঢ়াশালি মানে কি ? বন্দী শাল ! অৰ্থাৎ এই পৱিত্ৰ কাৰ্য্যত অংশ গ্ৰহণ কৰোঁতা শিক্ষকসকল হ'ল এই সদৰ জেলৰ সৰু বৰ কৰ্ম্মচাৰী !

## শিক্ষাৰ কাম

পিচে এই দোষ কাৰ ? শিক্ষা সম্বন্ধে আমাৰ যি মত আছে আৰু সেই মত অনুসৰি আমি যি পদ্ধতিৰ অভাৱ অনুভৱ কৰিছোঁ, তাবেই এইটো দোষ । ছাত্ৰৰ শিক্ষা সহজ হব লাগে । সৰু কালত ল'ৰা-ছোৱালীয়ে নিজৰ মাতৃ-ভাষা যি সহজ পদ্ধতিত শিকে, পিচলৈও সেই সহজ পদ্ধতিৰ দ্বাৰায়েই শিকিবলৈ পাব লাগে । অকণ-অকণ ল'ৰা-ছোৱালীয়ে ব্যাকৰণৰ অৰ্থ বুজি নেপায় । কিন্তু সি কেতিয়াও "মা আয়া" এই বুলি নকয় । ইয়াৰ মানে সিহঁতে ব্যাকৰণ বুজি পায় । সিহঁতে যদিও ব্যাকৰণ শব্দটো বুজি নেপায় আৰু ব্যাকৰণৰ সূত্ৰ নেজানে তথাপি ব্যাকৰণৰ মুখ্য কাম সম্পন্ন হৈ পৰেই ।

মনত ৰাখিব লাগে যাতে সাধ্য (লক্ষ্য) আৰু সাধন (উপায়)ৰ ভিতৰত খেলি-মেলি নেলাগে । সাধ্যৰ কাৰণেহে সাধন হয় । সাধনৰ কাৰণে সাধ্য নহয় । এইটোৱেই হৈছে

তথ্যপূর্ণ কথা। তেনেহলে গৌতমৰ ন্যায়-শাস্ত্র আৰু অৰস্তুৰ তৰ্ক-শাস্ত্র কিয় পঢ়া হয়? ব্যৱস্থিত মত আৰু শুদ্ধচিত্তে অনুমান কৰিব পাৰিব বুলিয়েই নহয়? চাকিৰ পোহৰ যেতিয়া কম হৈ যায় তেতিয়া ল'ৰা-ছোৱালীয়েও এইটো অনুমান কৰিব পাৰে, যে তাত তেল নাই হব পায়। সিহঁতৰ মগজুত সকলোবিলাক তৰ্কই সোমাই থাকে। এইটো ঠিক যে সিহঁতে 'পঞ্চাবয়ৱ'* বাক্য বা "ছিলাজিজম্"ৰ ৰচনা কৰি দেখুৱাব নোৱাৰে, তথাপি ছাত্ৰৰ মূৰত তৰ্ক-শক্তি মূলতঃ থাকেই। তাক (তৰ্ক-শক্তি) বাৰস্বাৰ খাদ্য পাবলৈ সুবিধা কৰি দিয়াটোৱেই হৈছে শিক্ষাৰ কাম। শাস্ত্র, কলা আদি সকলো সদ্‌গুণেই বীজৰূপে মানুহৰ গাত নিহিত হৈ থাকে। আমি সেই বীজ দেখা নেপাওঁ বুলিয়েই যে বীজ নাই বুলি ধৰি লব লাগিব এনে নহয়।

### ৰুছোৰ ভাব-প্রৱণতাত দোষ

কেইবা বাৰো দেখা গৈছে যে ৰুছোৱে এই মত ভাল নেপায়। কিয়নো কেতিয়াবা তেওঁ এনেকুৱা ভাষাও প্রয়োগ কৰে যে মানুহ স্বভাবতঃ দুৰ্ব্বল আৰু অনীতিমান। শিক্ষাৰ দ্বাৰাই তেওঁ বলৱান বা নীতিমান হব লাগে। মূলতঃ তেওঁ পশু কিন্তু এতিয়া মানুহ হব লাগে। "পাপোঅহং পাপকৰ্ম্মাঅহং পাপাত্মা পাপসম্ভৱঃ"—ময়েই পাপ, পাপ কৰোঁতা, পাপাত্মা আৰু পাপৰ পৰাই মই জন্ম হৈছোঁ। ই তেওঁৰ পূৰ্ব্ব ৰূপ। তাৰ পিচৰ

---

* ন্যায় শাস্ত্রত আনক বোধ জন্মাবৰ কাৰণে অনুমান আছে। তলত দিয়া পাঁচোটা অবয়বৰ দ্বাৰাই যুক্ত বাক্য প্রয়োগ কৰা হয়। (১) প্রতিজ্ঞা (২) হেতু, (৩) উদাহৰণ, (৪) উপনয়, আৰু (৫) নিগমন। যেনে:— ধোঁৱা থকা বাবে পৰ্ব্বত অগ্নিমান। এই পৰ্ব্বতটো জুইক কেতিয়াও এৰিব নোৱাৰা ধোঁৱাৰ লগত যুক্ত আছে। এই কাৰণে এই পৰ্ব্বত অগ্নিমান।

ৰূপ শিক্ষাৰ দ্বাৰাই উৎপন্ন হব! এনেকুৱা ভাষা তেওঁ কেতিয়াবা কেতিয়াবা অ'ত ত'ত লিখিছেও। ইয়াৰ বিৰোধী বাক্যও যে তেওঁৰ গ্ৰন্থত নাই এনে নহয়। এই কাৰণে তেওঁৰ মত এইটোৰেই বুলি কোৱা টান।

তথাপি তেওঁৰ মত এইটোকেই বুলি যদি ধৰি লোৱা যায়, তেন্তে তাত তেওঁৰ নিজৰ দোষ নাই বৰং সময় আৰু পৰিস্থিতিৰ হে এইটো দোষ বুলি কব পাৰি। স্বতন্ত্ৰ বুদ্ধিমান লোকসকলক যদি "পৰিস্থিতৰ গোলাম" বুলি কোৱা নেযায়ো তথাপি তেওঁ-লোক পৰিস্থিতিৰ দ্বাৰাই হে তৈয়াৰ হৈছে। ৰুচোৰ দিনত ফ্ৰান্সৰ পৰিস্থিত কিমান ভয়ানক আছিল! আজি ভাৰতত যেনেকৈ একত্ৰিশ কোটি জন্তুৰ দুৰাৱস্থা দেখিবলৈ পোৱা গৈছে, সেই সময়ত ফ্ৰান্সৰো ঠিক তেনে অৱস্থাই আছিল। ফলত ৰুচোৰ নিচিনা জ্বালামুখী, উগ্ৰ, ভীষণ আৰু বাথিত হৃদয়ৰ মানুহৰো ভাবনাময়, বিকাৰী হৃদয় মানৱজাতিৰ তিৰস্কাৰেৰে ভৰি পৰিছিল, তথাপি তাক ক্ষমা কৰা হৈছিল। গোলামী মনোবৃত্তি দেখিলেই তেওঁ অতীষ্ঠ হৈ পৰিছিল, তেওঁৰ তেজ উথলি পৰিছিল আৰু চিত্ত-বৃত্তি সংযত কৰি ৰাখিব নোৱাৰিছিল। এনেকুৱা অৱস্থাত মানৱজাতিৰ তিৰস্কাৰৰ দ্বাৰাই তেওঁৰ মতো এনে হৈ উঠিছিল যে "মানুহো এটা জানোৱাৰেই, পিচত শিক্ষাৰ দ্বাৰাই খুব কমহে মানুহ হব পাৰে। ইয়াৰ দ্বাৰাই আমি তেওঁৰ মনোভাব ভালদৰে বুজিব পাৰোঁ। ৰুচোৰ প্ৰতি আমাৰ যিমানেই সহানুভূতি নেথাকক, তেওঁৰ মত যিকোনো পৰিস্থিতিতেই নহওক লাগে, সি যে অনুচিত তাত কোনো সন্দেহ নাই।

### মানৱ স্বভাৱতে দুষ্ট নহয়

মানৱক স্বভাৱতঃ দুষ্ট বুলি কলে সমগ্ৰ মানৱ জাতিৰ

অপমান কৰাভো হয়েই, তদুপৰি নিৰাশাবাদো আহি পৰে। মানৱ যদি মূলতে দুষ্ট হয়, তেন্তে শিক্ষাৰ প্ৰতি কোনো আশাই নেথাকে। যিহেতু তাৰ্কিক দৃষ্টিৰে কোনো বস্তুৰ স্বভাৱ চিৰদিনৰ কাৰণে বেলেগ কৰি দিয়াটো অসম্ভৱ। এই কাৰণে যদি মানৱ-স্বভাৱ মূলতে দুষ্ট হয়, তেন্তে তাৰ শুধৰণীৰ সকলো চেষ্টা ব্যৰ্থ হৈ নিৰাশাবাদৰ আৰু লগতে পাশৱিক বৃত্তিৰ সাম্ৰাজ্য আৰম্ভ হৈ পৰিব। কাৰণ শিক্ষাৰ অৰ্থ সমাপ্ত হোৱাৰ মানেই হৈছে দণ্ড-ৰাজ্যৰ স্থাপনা।

আজি-কালি কিমান মানুহে আবেগতে কৈ পেলায় যে 'বৃটিছ চৰকাৰৰ ওপৰত আমাৰ বিশ্বাস চিৰদিনৰ কাৰণে নোহোৱা হ'ল।' চিৰদিনৰ কাৰণে বোলাটো কেৱল আবেগতে হে কোৱা হয়। যদি সি সঁচা হয় তেন্তে কোনো শান্তিময় আন্দোলনৰ অৰ্থ 'নিৰাশাৰ কৰ্ম্ম-যোগ' হে মাত্ৰ হব। স্বাৱলম্বনৰ দৃষ্টিৰে অৱশ্যে এইটো কোৱা ঠিকেই হব যে "চৰকাৰৰ ওপৰত বিশ্বাস ৰাখিলে কাম চলিব নোৱাৰে।" কিন্তু যদি ইয়াৰ অৰ্থ এইটোহে হয়—"ইংৰাজৰ অন্তৰ নাই, তেওঁলোক কেতিয়াও সংশোধিত হব নোৱাৰে" এইটোতহে আমাৰ দৃঢ় বিশ্বাস তেন্তে অহিংসাত্মক আন্দোলনৰ অৰ্থ—অচিকিৎসাৰ চিকিৎসা হব। 'প্ৰত্যেক মানৱৰ আত্মা আছে' এয়েই মৌলিক কল্পনাৰ সত্যাগ্ৰহ বা শিক্ষাৰ মুখ্য আধাৰ। যেনেকৈ শত্ৰুৰ আত্মা নাই বুলি ধৰি ললে সত্যাগ্ৰহ মৰি যাব, ঠিক সেইদৰেই মানুহ স্বভাৱতে দুষ্ট হলে শিক্ষাৰো অধিকাংশ আশা নষ্ট হৈ যাব। পিচত 'চৰি লাগে চম্ চম্ বিদ্যা আহে ধম্ ধম্' এই কথাটোৱেই শিক্ষাৰ যথাৰ্থ সূত্ৰ বুলি পৰিগণিত হব। এই কাৰণে বিচাৰশীল, তত্ত্বজ্ঞ আৰু শিক্ষাবিদৰ এইটোৱেই সুনিশ্চিত নিৰ্ণয় যে মানৱীয় মনত পূৰ্ণতাৰ সকলো তত্ত্ব বীজৰূপে স্বতঃসিদ্ধ হৈ আছে।

## স্বাভাৱিক শিক্ষাই প্ৰকৃত শিক্ষা

এই বিজ্ঞান সম্মত সিদ্ধান্তটো মানিলোৱাৰ পিচত যেনেকৈ আজিৰ হাস্যাস্পদ শিক্ষা পদ্ধতি ভুল বুলি প্ৰমাণিত হৈছে সেইদৰে 'শিক্ষাৰ কাম উপযুক্ত নাগৰিক গঢ়ি তোলা' এনেকুৱা আত্মসম্ভাৰিত সিদ্ধান্তও নিৰাধাৰ বুলি প্ৰমাণিত হ'ব। মানৱীয় মূৰ্খতাৰ এই মহিমালৈ চাওক—আমি ল'ৰা-ছোৱালীবিলাকৰ যি. শিক্ষাকেই নিদিওঁ, সিহঁতৰ মনত যিকোনো প্ৰভাৱ পৰে। ইফালে আমি সেই প্ৰভাৱ আৰু নিজৰ শিক্ষাক সমীকৰণ কৰি 'অস্মাকমেবায়ং বিজয়ঃ'— এয়েই আমাৰ বিজয়, 'অস্মাকমেবায়ং'ৰ মহিমাক আমাৰেই মহিমা বুলি ভাবি আনন্দত নাচি উঠোঁ। পিচত কোৱা হৈছে যে শিক্ষা দিয়াৰ পদ্ধতি এনেকুৱাহে হোৱা উচিত যাতে ছাত্ৰই গম পাবি নোৱাৰে যে আমি শিক্ষা লাভ কৰিছোঁ। এনেকুৱা হবৰ কাৰণে তাৰ লগে লগে শিক্ষকৰ মনতো গুৰু হ'ব এই অস্পষ্ট ভাৱনা থাকিব নেলাগে যে "মই ছাত্ৰসকলক শিক্ষা দিছোঁ" গুৰু নিজে যদি একনিষ্ঠ আৰু স্বাভাৱিক শিক্ষক নহয় তেন্তে ছাত্ৰ সকলেও স্বাভাৱিক শিক্ষা পাব নোৱাৰিব।

যেতিয়া আপোনালোকক (ছাত্ৰ সকলক) এইবুলি কোৱা যাব যে "আমি ফ্ৰোবেল, পেষ্টলজী বা মণ্টেচৰীৰ পদ্ধতিৰে শিক্ষা দিছোঁ, "তেতিয়া আপোনালোকে আনন্দ মনেৰে বুজি লব যে ই কেৱল বাণীৰ শ্ৰম আৰু শব্দৰ শিক্ষণহে। ই কোনো পদ্ধতিৰ অৰ্থশূন্য নকল, ই প্ৰেত মাত্ৰ, ইয়াৰ কোনো প্ৰাণ নাই। শিক্ষাৰ মানে বীজ গণিতৰ কোনো ফৰ্মুলা নহয় যে তাৰ সহায় লোৱা মাত্ৰকেই উত্তৰ ওলাই পৰিব। সম্প্ৰতি যি শিক্ষা দিয়া হৈছে, সি কোনো পধ্যেই শিক্ষা হব নোৱাৰে আৰু তাক দিবৰ কাৰণে বৰ্ত্তমান যি পদ্ধতি প্ৰচলন

কৰা হৈছে সিয়ো কোনো বাস্তৱিক পদ্ধতি নহয়। "অন্তঃকৰণৰ ভাব গতি স্বভাৱতে বাহিৰত প্ৰকাশ পোৱাটোৱেই হৈছে শিক্ষা।"

## শিক্ষাৰ বৰ্ণনাতীত স্বৰূপ

স্বাভাৱিক শিক্ষা দোষপূৰ্ণ হোৱা সত্ত্বেও চলিব পাৰে কিন্তু বিশিষ্ট পদ্ধতিৰ পৰা ওলোৱা আৰু গোলামৰ দ্বাৰাই ব্যৱস্থিত ৰূপে পোৱা অজ্ঞানতা কোনো ৰকমেই গ্ৰহণযোগ্য হব নোৱাৰে। শাস্ত্ৰ মানে কি? শাস্ত্ৰৰ অৰ্থ হৈছে 'ব্যৱস্থিত অজ্ঞান।' ইয়াৰ বাহিৰে শাস্ত্ৰৰ আৰু কিবা অৰ্থ আছে জানো? শিক্ষা-শাস্ত্ৰ বিশাৰদ স্পেন্সাৰে শিক্ষা শাস্ত্ৰৰ বিষয়ে লিখিছে যে "শিক্ষাৰ দ্বাৰাই অলৌকিক ব্যক্তিত্বৰ নিৰ্ম্মাণ নহয়।" তেনেহলে এনেকুৱা শাস্ত্ৰক শাস্ত্ৰ দৃষ্টিৰে কিমান মূল্য দিব পৰা যাব? বাস্তৱতে শাস্ত্ৰৰ এনেকুৱা প্ৰতিজ্ঞা থাকিব লাগে— "এতদ্ বুদ্ধ্বা বুদ্ধিমান স্যাত কৃতকৃত্যশ্চ ভাৰত" ইয়াকে জানি বুদ্ধিমান আৰু কৃতকৃত্য হৈ পৰিব। যি শাস্ত্ৰই এনেকুৱা প্ৰতিজ্ঞা কৰি পোৱা নাই, তেনে শাস্ত্ৰই পৰিষ্কাৰ ভাবে মানুহৰ চকুত ধূলি মাৰিবলৈ কৰা সুব্যৱস্থিত চেষ্টাৰ বাহিৰে আন একো নহয়. ছেক্সপিয়েৰেনো কিমান নাট্য-শাস্ত্ৰ অধ্যয়ন কৰিছিল? কোনোবাই কেতিয়াবা অলঙ্কাৰ শাস্ত্ৰৰ নিয়ম পঢ়ি প্ৰতিভাৱান কবি বা কাব্য ৰসিক হব পাৰিছে জানো? 'শাস্ত্ৰ' আৰু 'পদ্ধতি' বোলা শব্দ দুটা, শব্দ সৃষ্টিৰ বাহিৰে আন কিবা অৰ্থ বা গুৰুত্ব আছে বুলি কব নোৱাৰি। ই মাত্ৰ ভ্ৰমহে। "যাস্তেষাং স্বৈৰ কথাস্তা এৱ ভৱন্তি শাস্ত্ৰাণি।" ভৰ্তৃহৰিৰ এফাঁক বৰ মহত্ব পূৰ্ণ বচন আছে যে শ্ৰেষ্ঠ পুৰুষৰ স্বৈৰ (স্বতন্ত্ৰ) কথাই হৈছে শাস্ত্ৰ। এই প্ৰসঙ্গত তাকেই প্ৰকৃত অৰ্থত খটুৱাব পাৰি।

"কোনো পদ্ধতি নোহোৱাকৈ যিটো পদ্ধতি-যুক্ত বা ব্যৱস্থিত হয়, যাক কোনো গুৰুৱে দিব নোৱাৰে অথচ দিয়া হয়," তাকে শিক্ষাৰ বৰ্ণনাতীত স্বৰূপ বোলে। এই কাৰণে দিব্যদৃষ্টি সম্পন্ন মহাত্মা সকলৰ মুখৰ পৰা এই কথা ফাঁকি ব্যক্ত হৈছে যে শিক্ষা কেনেকৈ দিব লাগে তাক আমি নেজানো— "ন বিজানীমঃ" (কেন উপনিষদ) শিক্ষা পদ্ধতি, পাঠ্য-ক্ৰম, সময় তালিকা—এই সকলোবিলাকেই নিৰৰ্থক কথা। ইয়াত আত্ম প্ৰবঞ্চনাৰ বাহিৰে আৰু আন একো নাই। জীয়াই থাকিবৰ কাৰণে কৰা ক্ৰিয়াসমূহৰ যোগেদিয়েই শিক্ষা পাব লাগে। যেতিয়া জীয়াই থকা ক্ৰিয়াতকৈ ভিন্ন 'শিক্ষা' নামক কোনো স্বতন্ত্ৰ ক্ৰিয়া আহি পৰে তেতিয়া কোনো বিজাতীয় দ্ৰব্য শৰীৰত প্ৰৱেশ কৰিলে হোৱা আগন্তুক দুষ্পৰিণামৰ দৰে শিক্ষাৰ মনতো বিষাক্ত আৰু ৰোগযুক্ত প্ৰভাৱ পৰিবলৈ ধৰে। কৰ্ম্মৰূপী কচৰৎ নকৰিলে জ্ঞানৰূপী ভোক নেলাগে। এনেকুৱা অৱস্থাত যি জ্ঞান বিজাতীয় দ্ৰব্যৰ ৰূপত অন্তৰত প্ৰৱেশ কৰে তাক জীৰ্ণনিয়াবৰ কাৰণে পাচক যন্ত্ৰৰ শক্তি নোহোৱা হয়। যদি অকল কিতাপত থকা কথাখিনিকে মগজুত ঠাহি থাকিলেই মানুহ জ্ঞানী হয়, তেন্তে পুথি ভঁৰালৰ আলমাৰিবিলাকো জ্ঞানী হব পাৰে। বলেৰে সুমাই দিয়া জ্ঞান অজীৰ্ণহৈ "মানসিক গ্ৰহণী"ত পৰিণত হয় আৰু মানুহৰ নৈতিক মৃত্যু ঘটে!

## নিবৃত্ত-শিক্ষাৰ ব্যাখ্যা

যিটো কথা ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে প্ৰযোজ্য হব সিয়েই জন-শিক্ষা বা লোক-সংগ্ৰহৰ কাৰণেও প্ৰযোজ্য হব লাগিব। মহাপুৰুষসকলৰ দৃষ্টিত সমাজ নিচেই কেচুৱা ল'ৰা। ভীষ্ম পিতামহ আজীৱন ব্ৰহ্মচাৰী আছিল। যদি কোৱা যায় যে পুত্ৰ নহ'লে সদগতি লাভ নহয়, তেন্তে ভীষ্ম পিতামহে

কেনেকৈ সদগতি পালে ? এনেকুৱা গভীৰ সন্দেহ ওপজাৰ পিচত তাক ভঞ্জন এনেভাবে কৰা হ'ল যে ভীষ্মপিতামহ গোটেই সমাজৰ কাৰণে পিতৃ তুল্য আছিল। গতিকে আপোনালোক আৰু আমি সকলোৱেই তেখেতৰ পুত্ৰ হলোঁ। এই কাৰণে লোক-সংগ্ৰহ অৰ্থাৎ সকলোৰে কল্যাণৰ প্ৰশ্নটো মহাপুৰুষ সকলৰ দৃষ্টিত সৰু ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰ নিচিনা প্ৰশ্ন। কিন্তু আজি শিক্ষা সম্বন্ধীয় প্ৰশ্নৰ দৰেই 'লোক-সংগ্ৰহ'কো এটা বৰ ভয়ানক কল্পিত বস্তু সাজি তাৰ দায়িত্ব জ্ঞানী পুৰুষৰ হাততে দিয়া বুলি কোৱা বহুতো মানুহ ওলাব।

বাস্তৱতে লোক-সংগ্ৰহ বা সৰ্ব্ব কল্যাণৰ কথাটো কোনো ব্যক্তিবিশেষৰ ওপৰত দিয়াটো ঠিক নহয়। 'লোক-সংগ্ৰহৰ কথাটো মোৰ ওপৰত অৱলম্বিত' বুলি ভবাটো'ও ঠিক ফৰিঙে তাৰ ওপৰতেই আকাশখন টিকি আছে আৰু এই কাৰণেই সি ওলোটা ঠেং পাইছে বুলি ভবাৰ নিচিনাই। 'কৰ্ত্তাঅহম্' – মই কৰ্ত্তা এই বুলি কোৱাটো অজ্ঞানীৰ লক্ষণ, জ্ঞানীৰ লক্ষণ নহয়। আন নেলাগে য'ত 'কৰ্ত্তাঅহম্'—এই ভাবনা জাগ্ৰত হৈছে, ত'ত প্ৰকৃত কৰ্ত্তৃত্বই থাকিব নোৱাৰে। শিক্ষাৰ দৰে লোক-সংগ্ৰহো অভাৱাত্মক বা প্ৰতিবিম্ব নিবাৰণাত্মক কাম। এই নিমিত্তেই শঙ্কৰাচাৰ্য্যই লোক-সংগ্ৰহৰ এই নিবৰ্ত্তক স্বৰূপ দাঙি ধৰিছে "লোকস্য উন্মাৰ্গপ্ৰবৃত্তিনিবাৰণং লোক-সংগ্ৰহঃ"— মানুহৰ অসৎ মাৰ্গৰ প্ৰতি ওপজা প্ৰবৃত্তি সমূহক নিবাৰণ কৰাই লোক-সংগ্ৰহ।

যেনেকৈ প্ৰকৃত শিক্ষকে শিক্ষা নিদিয়ে, তেওঁৰ পৰা শিক্ষাৰ্থীয়ে নিজে প্ৰাপ্তহে কৰে, ঠিক সেইদৰেই জ্ঞানী পুৰুষেও নিজে লোক-সংগ্ৰহ নকৰে, তেওঁৰ হাতেৰে সি অনায়াসে হৈ পৰে। সূৰ্য্যই নিজে কাকো পোহৰ নিদিয়ে, পিছে তেওঁৰ পৰা সকলো

মানুহেই স্বাভাৱিক ৰূপে পোহৰ পায়। এই অভাৱাত্মক কৰ্ম্ম-যোগকেই গীতাই সহজ-কৰ্ম্ম বুলি কৈছে আৰু মানুহে এই সহজ-কৰ্ম্মকে নিবৃত্ত-কৰ্ম্মৰ আখ্যা দিছে। 'নিবৃত্ত-শিক্ষা'ও সেই দৰেই হোৱা নামহে। এনে ধৰণৰ 'নিবৃত্ত-শিক্ষা' দিওঁতা আচাৰ্য্যহে সমাজৰ গুৰু হব পাৰে। এওঁলোকেই সমাজৰ পিতৃ-স্বৰূপ হয়, অকল ধন লোৱা গুৰুৱেই গুৰু নহয় আৰু জন্ম-দাতা পিতৃয়েই পিতৃ নহয়। এনেকুৱা গুৰুৰ ওচৰত থাকি যি শিক্ষালাভ কৰে তেওঁলোকেই মাতৃৱান, পিতৃৱান, আচাৰ্য্য-ৱান আদি এই গৌৰৱবোধৰ পাত্ৰ হয়। বাকী সকলো বিলাকেই অনাথ শিশুৰ দৰে। সকলোবিলাকেই অশিক্ষিত। এনেধৰণৰ উদাৰ শিক্ষা পোৱাৰ সৌভাগ্য কেইজনৰ কপালত ঘটিছে ?

মহাৰাষ্ট্ৰ-ধৰ্ম্ম
৪ৰ্থ সংখ্যা, জানুৱাৰী, ১৯২৬

## *কেৱল শিক্ষা* ঃ২ঃ

এজন দেশসেৱাভিলাষী লোকক আন এজন লোকে সুধিলে—"কওকচোন আপুনি আপোনাৰ বুদ্ধিৰে কোনটো কাম ভালদৰে কৰিব পাৰে ?"

তৰুণ গৃহস্থজনে উত্তৰ দিলে—"মোৰ বোধেৰে মই কেৱল শিক্ষাৰ কামকেহে কৰিব পাৰিম আৰু সেই কামটো মই ভাল পাওঁ।"

"এইটো অৱশ্যে ঠিকেই কাৰণ মানুহে সাধাৰণতে যিটো কাম জানে তাকে কৰি ভাল পায়। ইয়াৰ বাহিৰে আৰু আপুনি আন কিবা কাম কৰিব পাৰেনে নোৱাৰে ?"

"ইয়াৰ বাহিৰে মই একো কামকে কাৰৰ নেজানো, কেৱল মই শিকাব পাৰোঁ আৰু মোৰ বিশ্বাস যে এই কামটো মই সুকলমে কৰিব পাৰিম।"

"বাক, আপুনি যে শিক্ষা কামটো ভাল পাওঁ বুলিছে পিচে আপুনি নো কি কাম শিকাব পাৰে ? সূতা কটা, তুলা ধুনা, কাপোৰ বোৱা আদি কাম ভালদৰে শিকাব জানেনে ?"

"নহয়, সেইবোৰ মই একো নেজানো।"

"ৰেস্তে চিলাই কৰা, ৰং দিয়া, বা কাঠ মিস্ত্ৰীৰ কাম জানে?"

"ওহোঁ, এইবোৰো মই একো নেজানো।"

"তেনেহলে ভাত-ৰন্ধা, আটা-পিহা, আদি ঘৰুৱা কাম-কাজ জানে" ?

"নহয়, কামৰ নামত মই কুটা এগছকে দুডোখৰ কৰিব নেজানো, মই কেৱল শিক্ষাৰ...... ।"

"মই যিটোকে সোধো সেইটোকে কৰিব নোৱাৰোঁ নোৱাৰোঁ বুলি কয় 'কেৱল শিক্ষাৰ কাম কৰিব পাৰো' ইয়াৰ মানে কি ? বাগিচাৰ কাম শিকাব জানে ?"

দেশ সেৱাভিলাষীয়ে অলপ বিৰক্তিৰ স্মুৰত কৰলৈ ধৰিলে—

"আপুনি মোক কি পেৰেনীয়াই পেৰেনীয়াই সুধি থাকে ? মই প্ৰথমে আগতে কৈছো যে মই একো কাম কৰিব নেজানো, মাত্ৰ সাহিত্য পঢ়াব জানো।"

তাৰ পিচত প্ৰশ্ন কৰ্ত্তাই ধেমালিৰ ছলতে ক'লে— "আপুনি ঠিকেই কৈছে। মই আপোনাৰ কথা এতিয়াহে বুজিব পাৰিছোঁ। আপুনি ৰাম-চৰিত-মানস (তুলসী দাস ৰামায়ণ)ৰ নিচিনা কিতাপ পঢ়াব জানে নহয় ?"

ইয়াকে শুনি দেশ সেৱাভিলাষী মহাশয়জন খঙত জ্বলি উঠিল আৰু খঙৰ ভমকত কিবা-কিবি কলৈ ধৰোঁতেই প্ৰশ্ন কৰ্ত্তাই মাত লগালে—শান্তি, ক্ষমা, সহিষ্ণুতা (তিতিক্ষা) আদি ৰক্ষা কৰিবলৈ শিকাব পাৰিবনে ?"

এতিয়া সীমা পাৰ হৈ গ'ল। জুইত যেনিবা ঘিঁউহে

চলা হ'ল। জুই দম্ দম্ কৰে উঠিব ধৰিছিল। এনেতে প্ৰশ্ন কৰ্ত্তাই ভাত পানী ঢালি জুমাই পেলালে। "মই আপোনাৰ কথা বুজিব পাৰিছোঁ। আপুনি লিখা-পঢ়া শিকাব পাৰিব। জীৱনত ইয়াৰো অৱশ্যে কিছু মূল্য আছে। একে বাৰেই যে নাই এনে নহয়; যাই হওক আপোনাৰ বাক বয়ন বিদ্যা শিকিবলৈ মন আছেনে ?

"এতিয়া কোনো নতুন বিষয় শিকিবলৈ সমান ধাউতি নাই। বয়ন বিদ্যাতো মই কিজানি নোৱাৰিমেই। কিয়নো আজি পৰ্য্যন্ত হাতেৰে তাঁত-শাল ছুয়েই পোৱা নাই।"

"অৱশ্যে ইয়াক বেছি সময় লাগিব পাৰে, এইটো বাৰু মই মান লৈছোঁ। পিচে ইয়াক নোৱৰাৰ কাৰণ কি ?"

"মইতো ভাবো যে মই এই কাম নোৱাৰিম। বহু যত্নৰ ফলত যদি কেনেবাকৈ পাৰোঁও, তেতিয়া মই বৰ আহুকাল পাম এই কাৰণে মোৰ দ্বাৰাই ই নৈহে বুলিয়েই ধৰি লওক।"

"বাৰু, আপুনি যেনেকৈ লিখা-পঢ়া শিকাবলৈ সাজু আছে, সেইদৰেই আপুনি নিজে লিখাৰ কাম কৰিব পাৰেনে ?"

"হয়, পাৰো; কিন্তু অকল বহি বহি লিখা কামটোও বৰ আমনি পাওঁ, তথাপি তাক কৰাত কোনো আপত্তি নাই।"

এই কথোপকথন ইমানতে শেষ হ'ল। ইয়াৰ শেষ পৰিণাম কি হ'ল তাক আমি জানিবৰ আৱশ্যক নকৰে।

শিক্ষকসকলৰ মনোবৃত্তি বুজিবৰ কাৰণে এই কথোপকথনেই যথেষ্ট।

### আজিৰ শিক্ষকৰ চিত্ৰ

আজিৰ শিক্ষকৰ অৰ্থ হৈছে :—

(১) যি কোনো প্ৰকাৰে জীৱনোপযোগী ক্ৰিয়াশিলতা শূন্য (২) কোনো নতুন কাম শিকিবলৈ স্বভাৱতে অসমৰ্থ আৰু

ক্রিয়াশিলতাৰ দ্বাৰা সদায়বিবৰ্ক্তি পোৱা (৩) কেৱল শিক্ষাৰ গৰ্ব্ব, (৪) কিতাপৰ পোক আৰু (৫) এলেহুৱা জীৱন।

কেৱল শিক্ষা মানে জীৱনৰ পৰা ছিণ্ডি আনি পৃথক কৰা মৃত-দেহ, শিক্ষক আৰু শিক্ষকৰ অৰ্থ হৈছে মৃত-জীৱী মানুহ।

## বুদ্ধি-জীৱী আৰু মৃত-জীৱীৰ ভিতৰত পাৰ্থক্য

মৃত-জীৱীকেই কোনো কোনোৱে 'বুদ্ধি-জীৱী' বুলি কয়। কিন্তু ই হৈছে বাণীৰ ব্যভিচাৰ। প্ৰকৃত বুদ্ধি-জীৱী নো কোন? গৌতমবুদ্ধ, চক্ৰেটিচ, শঙ্কৰাচাৰ্য্য অথবা জ্ঞানেশ্বৰে বুদ্ধি-জীৱনৰ অপূৰ্ব্ব জেউতিৰ প্ৰকাশ এৰি থৈ গৈছে। গীতাত বুদ্ধি-গ্ৰাহ্য জীৱনৰ অৰ্থ, অতীন্দ্ৰিয়-জীৱন বুলি কোৱা হৈছে। যি ইন্দ্ৰিয়ৰ বশ আৰু দৈহিক শক্তিৰ গুৰুভাৰ বহন কৰিছে তেওঁ বুদ্ধি-জীৱী হব নোৱাৰে। বুদ্ধিৰ গৰাকী হৈছে আত্মা। আত্মাক উলাই কৰি যি বুদ্ধি দেহৰ দাস হৈছে সেই বুদ্ধিক ব্যভিচাৰী বুদ্ধি বোলাহে উচিত হব। এনেকুৱা ব্যভিচাৰী বুদ্ধিৰ জীৱনেই হৈছে মৰণৰ নিচিনা আৰু তাৰ জীৱিত অৱস্থাকেই মৃত-জীৱী বোলে। 'কেৱল শিক্ষা'ৰ ওপৰত জীয়াই থকা প্ৰাণিক বিশেষ অৰ্থত মৃত-জীৱী বোলা হয়। এনেধৰণৰ কেৱল শিক্ষাৰ ওপৰত নিৰ্ভৰ কৰি চলোঁতা সকলক মনুৱে 'মৃতকাধ্যাপক' বা 'বেতন-ভোগী' শিক্ষকৰ নাম দি শ্ৰাদ্ধৰ কামত এওঁলোকক নিষেধ কৰিছে। এইটো অৱশ্যে ঠিকেই হৈছে। কিয়নো শ্ৰাদ্ধত মৃত-পূৰ্ব্ব-পুৰুষ সকলৰ স্মৃতিক জীৱিত কৰি ৰখা হয়। যি প্ৰত্যক্ষ জীৱনকে মাৰি দেখুৱাইছে তেওঁলোক আৰু এই কামলৈ কেনেকৈ আহিব পাৰিব?

## আচাৰ্য্যৰ ব্যখ্যা

শিক্ষক সকলক আদিতে 'আচাৰ্য্য' বোলা হৈছিল। আচাৰ্য্য অৰ্থাৎ আচাৰ-বান। নিজে আদৰ্শ জীৱন যাপন কৰি বাস্তৱ

হতুৱাই কৰোৱাটোৱেই হৈছে আচাৰ্য্য। এনেকুৱা আচাৰ্য্য সকলৰ পুৰুষাৰ্থৰ দ্বাৰাইহে ৰাষ্ট্ৰৰো নিৰ্ম্মাণ-কাৰ্য্য চলে। আজি ভাৰতবৰ্ষক নতুন ৰূপ দিব লগা হৈছে। ৰাষ্ট্ৰ-নিৰ্ম্মাণৰ কাম আজি আমাৰ আগত আছে। আচাৰৱান শিক্ষকৰ অবিহনে আজি সেই কাম হৈ উঠাটো সম্ভবপৰ নহয়।

সেই কাৰণেই ৰাষ্ট্ৰীয় শিক্ষাৰ প্ৰশ্নটো আটাইতকৈ বেছি মহত্ত্বপূৰ্ণ। তাৰ ব্যাখ্যা আৰু ব্যাপ্তিৰ বিষয়ে আমি ভালকৈ বুজি লোৱাটো উচিত হব ৰাষ্ট্ৰৰ সুশিক্ষিত শ্ৰেণীটো নিষ্প্ৰভ আৰু নিষ্ক্ৰিয় হৈ যাব ধৰিছে ইয়াৰ একমাত্ৰ উপায় হৈছে ৰাষ্ট্ৰীয় শিক্ষাৰ জুইক প্ৰজ্বলিত কৰাটোৱেই হে।

## জুইৰ দুটা শক্তি

আচলতে সি 'জুয়েই' হে হবও লাগে। জুইৰ দুটা শক্তি আছে বুলি প্ৰখ্যাত। এটা হৈছে 'স্বাহা' আৰু আনটো হৈছে 'স্বধা'। এই দুয়োটা শক্তি য'তে থাকে সেয়েই জুই। 'স্বাহা' মানে 'আত্মাহুতি দিয়া' বা 'আত্ম-ত্যাগৰ' শক্তি। 'স্বধা' মানে—'আত্ম-ধাৰণাৰ শক্তি।' এই দুয়ো বিধ শক্তি ৰাষ্ট্ৰীয় শিক্ষাত জাগ্ৰত হৈ উঠিব লাগে। এই দুয়োটা শক্তি জাগ্ৰত হৈ উঠাৰ পিচতহে তাক ৰাষ্ট্ৰীয় শিক্ষা বুলি কব পৰা হব। বাকী সকলোবোৰেই মৃত-নিৰ্জীৱ, 'কেৱল শিক্ষা'।

ওপৰে ওপৰে চালে দেখা যায় যে এতিয়ালৈকে আমাৰ ৰাষ্ট্ৰীয় শিক্ষকসকলে যথেষ্ট আত্ম-ত্যাগ কৰিছে। কিন্তু প্ৰকৃততে সি সিমান সতা নহয়। অলপীয়া স্বাৰ্থ-ত্যাগ অথবা পূৰ্ণ ত্যাগ মানে আত্ম-ত্যাগ নহয়। তাৰ নিজা পৰীক্ষাও আছে। য'ত আত্ম-ত্যাগৰ শক্তি থাকিব ত'ত আত্ম-ধাৰণাৰ শক্তিও থাকিব লাগিব। আত্ম-ধাৰণাৰ শক্তিয়েই যদি নেথাকে, তেন্তে কোনে কিহৰ

কাৰণে ত্যাগ কৰিব? যি আত্মাই নিজক দৃঢ় কৰি ৰাখিব নোৱাৰে সি আক দৌৰিব কেনেকৈ? অৰ্থাৎ আত্ম-ত্যাগৰ শক্তিত আত্ম-ধাৰণা আগৰে পৰাই সংযুক্ত হৈ আছে। এই আত্ম-ধাৰণাৰ শক্তি 'স্বধা'ক ৰাষ্ট্ৰীয় শিক্ষকসকলে এতিয়াও আয়ত্ত কৰি লব পৰা নাই। এই কাৰণে আত্ম-ত্যাগৰ যি নমুনা দেখা গৈছে সি আভাস হে মাত্ৰ। প্ৰথমতে 'স্বধা' হব তাৰ পিচত 'স্বাহা'। ৰাষ্ট্ৰীয় শিক্ষা অৰ্থাৎ ৰাষ্ট্ৰীয় শিক্ষকসকলে সম্প্ৰতি 'স্বধা' সম্পাদন কৰিবলৈ প্ৰস্তুত হোৱা উচিত।

## জীৱনৰ দায়িত্ব লোৱা

শিক্ষক সকলে 'কেৱল শিক্ষা'ৰ ভ্ৰমপূৰ্ণ কল্পনা ত্যাগ কৰি কৃষকসকলৰ দৰে স্বাধীন জীৱনৰ দায়িত্ব ভাৰ নিজে কান্ধ পাতি লব লাগে আৰু ছাত্ৰ সমাজকো সেই উত্তৰ-দায়িত্বৰ উপযুক্ত অংশ অৰ্পণ কৰি তেওঁলোকৰ চৌপাশে শিক্ষাৰ ব্যৱস্থা কৰিব লাগে নাইবা আপোনা আপুনি হবলৈ দিব লাগে। "গুৰুঃ কৰ্ম্মাতি শেষেণ" এই বাক্যটোৰ অৰ্থ হৈছে গুৰুৰ কাম পূৰা কৰি বেদাভ্যাস কৰা আৰু এই-টোৱেই হৈছে আচল কথা। 'গুৰোঃ কৰ্ম্ম'কৰা মানে যদি গুৰুৰ ব্যক্তিগত সেৱা কৰাই হয় তেন্তে গুৰুৰ কিমান সেৱা কৰিব? আৰু তাত কিমান ছাত্ৰ লাগিব, তাক ভাবি চাওকচোন। এতেকে 'গুৰোঃ কৰ্ম্ম'ৰ অৰ্থ হৈছে গুৰুৰে জীৱনত দায়িত্বপূৰ্ণ অংশ গ্ৰহণ কৰা তেনেকুৱা উত্তৰ দায়িত্বপূৰ্ণ অংশ গ্ৰহণ কৰোঁতে মনত যি শঙ্কাৰ উদয় হয়, তাকে গুৰুক সুধি লব লাগে আৰু গুৰুৱেও নিজৰ জীৱনৰ দায়িত্ব পালন কৰিব আৰু তাকে জীৱনৰ এটা অঙ্গ বুলি ভাবি যথাশক্তি উত্তৰ দি যোৱা উচিত। এয়েই শিক্ষাৰ স্বৰূপ।

ইয়াৰ ভিতৰত অলপ নিজা সময় প্ৰাৰ্থনা-স্বৰূপ বেলাক্ৰ্যাসৰ

কাৰণে ৰাখিব লাগে। প্ৰত্যেকটো কামেই ঈশ্বৰোপাসনাৰ নিচিনা হোৱা উচিত। তথাপি পুৱা-গধূলি কিছু সময় উপাসনাৰ কাৰণেও লাগে। এনেকুৱা নিয়মকে বেদাভ্যাস অথবা শিক্ষাৰ কামতো খটুৱাব পাৰি। মুঠ কথা হ'ল, জীৱনৰ দায়িত্বপূৰ্ণ কামবিলাকক দিনৰ মুখ্য ভাগত কৰিব লাগে আৰু সেই সকলোবোৰকে শিক্ষাৰেই কাম বুলি ধৰি লব লাগে।

আদৰ্শ শিক্ষকৰ ওচৰত থকাই শিক্ষা

ৰাষ্ট্ৰীয় জীৱন কেনেকুৱা হোৱা উচিত ইয়াৰ আদৰ্শ নিজৰ জীৱনত প্ৰতিফলিত কৰাটোৱেই হৈছে ৰাষ্ট্ৰীয় শিক্ষাৰ কৰ্ত্তব্য। এই কৰ্ত্তব্য কৰি থাকিলে তেওঁৰ জীৱনত তেওঁৰ চৌপাশে থকা শিক্ষাৰ কিৰণ বিস্তাৰিত হব আৰু সেই কিৰণৰ পোহৰতে আশে-পাশে থকা বা-বতাহৰ কাম আপোনা আপুনি হৈ উঠিব। এনে ধৰণৰ শিক্ষা কেন্দ্ৰই হৈছে স্বতঃসিদ্ধ শিক্ষা-কেন্দ্ৰ আৰু তাৰ সমীপত থকাই হৈছে শিক্ষা পোৱা।

মানুহে পৱিত্ৰ জীৱন যাপন কৰিবলৈ চেষ্টা কৰিব লাগে। শিক্ষাৰ ক্ষেত্ৰত সচেতনতা ৰক্ষা কৰিবলৈ তেনেকুৱা জীৱনেইহে সমৰ্থৱান হবও পাৰে। তাৰ কাৰণে 'কেৱল শিক্ষা'ৰ লোভ ৰাখিবৰ আৱশ্যক নকৰে।

—মধুকৰৰ পৰা

***সাক্ষৰ বা সাৰ্থক*** ৩ :

ৰুগীয়া মনৰ লক্ষণ

কোনো মানুহৰ ঘৰত যদি বহুতো চিচা একেলগে গোটখুৱাই থোৱা দেখা যায়, তেন্তে তাৰ পৰা আমাৰ এটা অনুমান হয় যে সেই মানুহ ৰুগীয়া। আকৌ যদি কাৰোবাৰ ঘৰত বেছিকৈ পুথি-পাজি দেখো, তেন্তে আমি তেওঁক

জ্ঞানৱান বুলি ভাবোঁ। প্ৰকৃতপক্ষে জানো এইবোৰ অন্যায় নহয়? আৰোগ্যৰ প্ৰথম নিয়ম হৈছে, অনিবাৰ্য্য নহ'লে কোনো ঔষধৰ চিচা ব্যৱহাৰ কৰিব নেলাগে। সেইদৰেই যিমান দূৰ পাৰি পুথি-পাঁজি নপঢ়াকৈ থাকিব পৰাটোহে জ্ঞানৱানৰ কাম হব, যেনেকৈ চিচাক আমি কগ্ন শৰীৰৰ চিন বুলি ভাবো সেইদৰে পুথিকো, লাগে সি সাংসাৰিকেই হওক বা পৰমাৰ্থিকেই হওক, কগ্ন মনৰ চিন বুলি ধৰি লোৱা উচিত হব।

## 'স্ব'তকৈ 'অ' ভাল

বহুযুগ পাৰ হৈ গ'ল, যি সকলৰ জ্ঞানৰ গৰিমা আজিও পৃথিৱীত ব্যাপ্ত হৈ আছে, তেওঁলোকৰ মনোযোগ জীৱনক সাক্ষৰ কৰাৰ পৰিবৰ্ত্তে সাৰ্থক কৰাৰ প্ৰতিহে আছিল। সাক্ষৰ জীৱনো যে নিৰৰ্থক হব পাৰে তাৰ উদাহৰণ বৰ্ত্তমানৰ সুশিক্ষিত সমাজত নিবিচৰাকৈ দেখাব পোৱা যাব। ইয়াৰ বিপৰীতে নিৰক্ষৰ জীৱনো অত্যন্ত সাৰ্থক হব পাৰে। ইয়াৰ বহুতো উদাহৰণ বুৰঞ্জীত দেখিবলৈ পোৱা যায়। বহু ক্ষেত্ৰত 'সু' শিক্ষিত আৰু 'অ' শিক্ষিতৰ জীৱনক তুলনা কৰি চালে "অক্ষৰাণামকাৰোঅস্মি" বোলা গীতাৰ এই বচন ফাঁকিত কোৱাৰ দৰে 'সু'ৰ পৰিবৰ্ত্তে 'অ' কেই হে বেছি ভাল যেন লাগে।

## প্ৰকৃত জ্ঞান সৃষ্টিত

কিতাপত আখৰ থাকে। এই কাৰণে কিতাপৰ সঙ্গতিৰে জীৱনক সাৰ্থক কৰাৰ আশা বথা মিছা। 'কথাৰ আঞ্জা আৰু কথাৰ ভাত খাই জানো কাৰোবাৰ পেট ভৰিছে?' এই কথাটো অন্তঃকৰণ স্পৰ্শ কৰা কথা। কবিয়ে কোৱাৰ দৰে 'পুথিৰ কুৰাঁই মুড়ুৰায়ো আৰু পুথিৰ নাৰেও নেতাৰেও।' 'অশ্ব' মানে যে 'ঘোঁৰা' এই কথাটো অভিধানত

লিখা আছে। ল'ৰাবিলাকে ভাবে যে 'অশ্ব' শব্দৰ অর্থ দেখোন অভিধানত লিখাই আছে। আচলতে ই সচাঁ নহয়। 'অশ্ব' শব্দৰ অর্থ অভিধানৰ বাহিৰত অর্থাৎ ঘোঁৰাশালত বান্ধি থোৱা আছে। তাক অভিধানত ভৰাব পৰাটো সম্ভৱ পৰ নহয়। 'অশ্ব' মানে 'ঘোঁৰা' এই অভিধানৰ বাক্যটোৱে অকল ইয়াকেহে বুজাইছে যে 'ঘোঁৰা' বোলা শব্দটোৰ যি অর্থ 'অশ্ব' বোলা শব্দটোৰো সেই একে অর্থই। সিনো কি জন্তু তাক ঘোঁৰা শাললৈ গৈ চোৱাঁ। অভিধানত কেৱল তাৰ পর্য্যায় শব্দহে দিয়া হৈছে। আচলতে অর্থ কিতাপত নেথাকে, সৃষ্টিত হে থাকে। যেতিয়া এই কথাটো বুজিব পাৰিব তেতিয়া হে প্রকৃত জ্ঞানৰ সন্ধান পাব।

### দুটা আখৰৰ সার্থকতা

যি সকলে জপৰ কল্পনাটো বিচাৰি উলিয়াইছিল, তাৰ একমাত্র উদ্দেশ্য আছিল সাক্ষৰত্বক সংক্ষিপ্ত ৰূপ দিয়াটোৱেই। সাক্ষৰত্বই থৰ কাচুটি এৰি ভুকিবলৈ ধৰিলে ইয়াকে দেখি 'জপৰ' টুকুৰা এটা তাৰ মুখৰ আগলৈ দালয়াই দিয়া হয়। এই টুকুৰাটো পালে তাৰ ভুক-ভুকনি বন্ধ হব আৰু তা জীৱন সার্থক কৰি তুলিবৰ কাৰণে সুবিধা পাব, এইটোৱে তাৰ আন্তৰিক ভাব। বাল্মীকিয়ে 'শতকোটি' ৰামায় লিখিছে। লুট-পাতৰ কাৰণেই দেৱতা দানৱ আৰু মানৱ ভিতৰত বিবাদ আৰম্ভ হ'ল। বিবাদ নভগা যেন দেখি মহাদেৱক বিচাৰক পতা হ'ল। তেওঁ তিনিওটা দলে তেত্রিশ লাখকৈ শ্লোক ভগাই দিলে। তাৰে এক লা বাকী থাকিল। তাকো ভগাওতে ভগাওতে শেষত এটা শ্লোক বাকী ৰ'ল। ৰামায়ণৰ শ্লোক সাধাৰণ অনুষ্টুপ-ছন্দত থাকে। এই ছন্দত আখৰ বত্রিশ

কৈ থাকে। মহাদেৱে তাৰ পৰাও দহোটা দহোটা আখৰ তিনিওকে ভগাই দিলে। শেষত দুটা আখৰ ৰ'ল। সেই দুটানো কি আখৰ আছিল? 'ৰা—ম'! মহাদেৱে সেই দুয়োটা আখৰ ভগাই দিয়াৰ পাৰিশ্ৰমিক হিচাপে নিজেই লৈ ল'লে। মহাদেৱে নিজৰ সাক্ষৰত্ব দুটা আখৰতে সমাপ্ত কৰিলে। সেইবাবেই দেৱতা, দানৱ, আৰু মানৱৰ ভিতৰত কোনেও তেওঁৰ সমান জ্ঞান লাভ কৰিব নোৱাৰিলে। সাধু-বৈষ্ণৱ সকলেও সাহিত্যৰ গোটেই সাৰখিনি ৰাম নামতেই সংগ্ৰহ কৰি ৰাখিছে। অভাগা পামৰ নৰে ইয়াক এতিয়াও উপলব্ধি কৰিব পৰা নাই।

## আখৰ আওৰোৱা মিছা

সাধু সন্ত সকলে ৰামায়ণক দুটা আখৰত সমাপ্ত কৰিছে। ঋষি সকলে বেদকো এটা আখৰতে সামৰি পেলাইছে। সাক্ষৰ হোৱাৰ হাবিলাষ যদি মুগুচে, তেন্তে 'ওঁ-কাৰৰ' জপ কৰিলেই হব। অকল ইয়াৰেই যদি কাম নচলে তেন্তে সৰু মাণ্ডুক্য উপনিষদ খনকে পঢ়া। তাৰ পিচতো যদি ভোগ, তৃষ্ণা থাকে, তেন্তে 'দশোপনিষদ' খন চাবা। ইয়াৰ লগত সম্বন্ধ থকা এটা বাক্য মুক্তিকোপনিষদত আছে। তাৰ দ্বাৰা ঋষি সকলৰ ভাব প্ৰবণতা পৰিষ্কাৰ ভাবে ব্যক্ত হৈ উঠিছে। সেইবুলি ঋষিসকলে এইটো কবলৈ বিচৰা নাই যে এটা হলেও আখৰ জপ কৰিবই লাগিব। এটা বা অনেক আখৰ পঢ়িলেই জীৱন সাৰ্থক নহয়। বেদ সমূহৰ আখৰ পুথিত পোৱা যায় আৰু তাৰ অৰ্থ জীৱনত বিচাৰি লব লাগে। তুকাৰামে কৈছে যে তেওঁ সংস্কৃত নপঢ়াকৈয়ো বেদৰ অৰ্থ বুজি পাইছিল। এই কথাটো আজি পৰ্য্যন্ত কোনেও অস্বীকাৰ কৰিব পৰা নাই। শঙ্কৰাচাৰ্য্যই আঠ বছৰ বয়সতে বেদ অধ্যয়ন পূৰা কৰিছিল, এই সম্পৰ্কে কোনো এজন

শিষ্যই আচৰিত হৈ তেওঁৰ গুৰুক সুধিলে, গুৰুদেৱ! আঠ বছৰ বয়সতে আচাৰ্য্যই বেদাধ্যয়ন কেনেকৈ পূৰা কৰিলে? গুৰুৱে গাম্ভীৰ্য্যভাবে উত্তৰ দিলে—ল'ৰা কালত। আচাৰ্য্যৰ বুদ্ধি সিমান চোকা নাছিল গুণেইতো আঠ বছৰ লাগিছিল।

## ঠেকা খোৱাত স্বধীনতা

এজন মানুহে ঔষধ খাওঁতে খাওঁতে অধৈৰ্য্য হৈ পৰিছিল, কিয়নো তেওঁ যিমানেই ঔষধ খাইছিল সিমানেই ৰোগ বাঢ়িছিল হে। শেষত কাৰবাৰ পৰামৰ্শ লৈ তেওঁ পথাৰত কাম কৰিবলৈ আৰম্ভ কৰি দিলে। তাৰ দ্বাৰা তেওঁ আৰোগ্য লাভ কৰি অলপ দিনৰ ভিতৰতে হৃষ্টপুষ্ট হৈ উঠিছিল। অভিজ্ঞতাৰ পৰা পোৱা এই আৰোগ্যৰ ব্যৱস্থা তেওঁ আনকো দিবলৈ ধৰিলে। কাৰবাৰ হাতত যদি ঔষধৰ চিচা দেখে তেন্তে তেওঁ বৰ গম্ভীৰভাবে কয় যে চিচাৰ দ্বাৰাই একো নহয়, হাতত কোৰ লোৱা তেতিয়াহে ভাল হবা। মানুহে কয় তুমি দেখোন চিচাই-চিচাই ঔষধ খাই তৃপ্তি লাভ কৰিছিলা, এতিয়া আকৌ আমাক বাধা দিছা!" আজি গোটেই জগতৰেই সেই একে অৱস্থাই। আনৰ অভিজ্ঞতাৰ পৰা পোৱা কথা খিনি শিকিবলৈ মানুহৰ ইচ্ছা নোহোৱা হৈছে। তেওঁ-লোকে স্বতন্ত্ৰ ভাবে অনুভৱ লব খোজে। নিজে ঠেকা খাবলৈকে ভাল পায়। মই ঠিকেই কৈছো যে "পুথিৰ পৰা একো বিশেষ লাভ নহয়। অযথা পুথিকে ধৰি নেথাকিবা।" তেতিয়া হয়তো তেওঁ কব যে "অ' তুমি আগতে পঢ়ি লৈছা নহয়, এতিয়াহে মোক উপদেশ দিবাই।" "হয়, মই পুথি পঢ়ি শেষ কৰিছো, তোমাৰ শেষ হোৱা নাই সেই বাবেই কৈছো।" তাৰ পিচত তেওঁ কব যে

"মোক অভিজ্ঞতা লাগে।" "ঠিক কথা তেন্তে লোৱা অভিজ্ঞতা। ঠেকা খাবলৈ বিচৰাটো তোমাৰ জন্ম-সিদ্ধ অধিকাৰ।" বুৰঞ্জীৰ অভিজ্ঞতাৰ দ্বাৰা আমি শিক্ষা লব নোখোজোঁ। তাৰ দ্বাৰা বুৰঞ্জীৰ পুনৰাবৃত্তি হে কৰা হয়। আমি যদি বুৰঞ্জীক আদৰ কৰোঁ তেন্তে বুৰঞ্জীতকৈ কিছু আগবাঢ়ি যাব পাৰিম। বুৰঞ্জীৰ মূল্য নিৰূপণ নকৰিলেও তাৰ মূল্য এনেয়ে বাঢি যাব, কিন্তু তাৰ প্ৰতি মানুহৰ মন আকৰ্ষিত হোৱা প্ৰয়োজন।

—'মধুকৰৰপৰা'

## *জীৱন আৰু শিক্ষা* : ৪ :

### জীৱনৰ ছুটা খণ্ড

বৰ্ত্তমানৰ বিচিত্ৰময় শিক্ষা-পদ্ধতিৰ কাৰণেই জীৱনৰ ছুটা খণ্ড হৈ পৰিছে। নিজৰ বয়সৰ প্ৰথম ১৫।২০ বছৰত মানুহে জীয়াই থকাৰ জঞ্জালত নপৰি কেৱল শিক্ষা লাভ কৰে আৰু তাৰ পাচত শিক্ষাক বস্তাৰে মেৰাই নমৰা পৰ্য্যন্ত জীয়াই থাকে!

এনে নিয়ম প্ৰাকৃতিক পৰিকল্পনাৰ পৰিপন্থী। এইতীয়া বালকটি চাবে তিনিহাত দীঘল কেনেকৈ হ'ল, এইটো সি অথবা আন কোনো মানুহেই নেজানে। দেহাটো দিনক দিনে বাঢ়িবই লাগিছে। এই বাঢন সুবিধা বুজি অলপ অলপকৈ হে হয়। এই কাৰণে সি বাঢ়িছেনে নাই বঢ়া তাক মানুহে গমকে ধৰিব নোৱাৰে। এনেকুৱা নহয় যে আজি ৰাতি শোওঁতে দুফুট ওখ আছিল আৰু পুৱা উঠি দেখো যে সি আঢ়ৈ ফুট হৈ আছে। আজি-কালিৰ শিক্ষা-পদ্ধতি বিলাকৰ নিয়ম এনেকুৱা যে অমুক বছৰৰ শেষ দিন পৰ্য্যন্ত মানুহে জীৱনৰ ক্ষেত্ৰত সম্পূৰ্ণ ভাবে দায়িত্বহীন হৈ

থাকিলেও একো হানি নহয়। অকল এয়েই নহয় তেওঁ দায়িত্বহীন হৈ থাকিব লাগে আৰু অহা বছৰৰ প্ৰথম দিন আৰম্ভ হৈ যোৱাৰ লগে লগে সমস্ত দায়িত্ব বহন কৰিবলৈ প্ৰস্তুত হৈ উঠিব লাগে। সম্পূৰ্ণ দায়িত্ব-হীন অৱস্থাৰ পৰা দায়িত্বপূৰ্ণ অৱস্থালৈ জাপ মৰাটো হনুমন্তৰ জাপ হৈছে বুলি ধৰিব পাৰি। এনেকুৱা হনুমন্ত জাপ মাৰিবলৈ চেষ্টা কৰোঁতে যদি হাত-ভৰিও ভাগি যায় তেন্তে তাত আচৰিত কি?

## কুৰুক্ষেত্ৰত ভাগৱত গীতা

কুৰুক্ষেত্ৰত ভগৱানে অৰ্জ্জুনক "ভাগৱত গীতা"ৰ কথা কৈছিল। প্ৰথমে ভাগৱত গীতাৰ 'ক্লাচ'লৈ তাৰ পিচত অৰ্জ্জুনক কুৰুক্ষেত্ৰলৈ নিয়া নাছিল। তথাপি তেওঁ গীতাক আয়ত্ত কৰি লব পাৰিছিল। আমি যাক 'জীৱন প্ৰস্তুতি কৰণৰ জ্ঞান' বুলি কৈছোঁ, সি জীৱনৰ লগত একেবাৰেই অলিপ্ত হৈ থাকিব খুজিছে, এই গতিকে উক্ত জ্ঞানৰ দ্বাৰা মৰণৰ কাৰণে প্ৰস্তুত হোৱা হে হয়।

## হনুমান-জাপৰ পৰিণাম

কুৰি বছৰীয়া উৎসাহী যুৱক অধ্যায়নত ব্যস্ত আছে, নানা তৰহৰ উচ্চ ভাবৰ আলসত ছাং পাতিব লাগিছে। "মই শিৱাজীৰ নিচিনা কৈ সেৱা কৰিম, বাল্মীকিৰ নিচিনা কৰি হ'ম, নিউটনৰ দৰে গৱেষণা বা অনুসন্ধান কৰিম।" ইটোৰ পিচত সিটো কৰি আৰু কত যে কল্পনা আছিৰ যাৰ ধৰিছে তাৰ কোনো সীমা সংখ্যা নাই! এনেকুৱা কল্পনা কথাৰ ভাগ্যও বহুতৰেই কমহে ঘটে! যাৰ ভাগ্যত ঘটে তাৰ কথাকে বাদ লোৱা যাওক। এই কল্পনাবিলাসৰ শেষ ফল কি পোৱা যায়? যেতিয়া লোণ-তেলকণ, খৰিডাল আৰু পেটৰ ভাত মুঠিৰ

কাৰণে ভাবিব লগীয়া হয় তেতিয়া সকলোবোৰ কল্পনা অসাৰ হৈ পৰে। জীৱনৰ দায়িত্বনো 'কি বস্তু' তাৰ কল্পনা আজি পৰ্য্যন্ত কোনেও কৰা নাই। তেনেস্থলত এতিয়া কৰিব কি? পেটৰ কাৰণে বনে-বনে ঘূৰি ফুৰা শিৱাজী, কৰুণ গীত গাওঁতা বাল্মীকি, কেতিয়াবা চাকৰিৰ, কেতিয়াবা পত্নীৰ, কেতিয়াবা চোৱালীৰ কাৰণে বৰৰ আৰু শেষত শ্মশানৰ অনুসন্ধান কৰোঁতা নিউটনে—এনে ধৰণৰ ভূমিকা লৈয়েই নিজৰ কল্পনাৰ সমাধান কৰে।

মেট্ৰিকৰ এজন ছাত্ৰক সোধা হৈছিল—ভৱিষ্যতে তুমি কি কৰিবা?"

"ভৱিষ্যতলৈ আৰু কি কৰিম? কলেজলৈ যাম।"

"ঠিক কথা, কলেজলৈতো যাবাই, কিন্তু তাৰ পিচত এই প্ৰশ্নটোৰতো তুমি সন্মুখীন হব লাগিব?"

"সন্মুখীন অৱশ্যে হব লাগিব। তাৰ বিষয়ে নো এতিয়াই কিয় ভাবোঁ? পিচত কি কৰিব পৰা যায় দেখা যাব।"

তিনি বছৰৰ পিচত সেই প্ৰশ্নটোকে আকৌ সেই ছাত্ৰজনক সোধা হ'ল।

"এতিয়ালৈকে কোনো সিদ্ধান্তত 'উপনীত হব পৰা নাই" তাৰ মানে? এই বিষয়ে চিন্তা কৰি চাইছিলা জানো?"

"নাই, মহাশয়! মই এই বিষয়ে চিন্তাকে কৰা নাই। চিন্তা নো কি কৰিম, একো মোৰকে নেপাওঁ দেখোন। তাৰোপৰি আৰু ডেৰ বছৰ বাকী আছেই। পিচত দেখা যাব কি হয়।"

তিনি বছৰৰ আগতো ঠিক এই কথাকে কৈছিল যে "পিচত দেখা যাব।" অৱশ্যে আগৰ কথা যেনিবা নতবা-নিচিন্তাকৈ কোৱা হৈছিল। এতিয়াৰ কথাত অলপ চিন্তাৰ বেঙুণি দেখিবলৈ পোৱা কৈছে।'

আকৌ তেওঁৰ বছৰৰ পিচত প্ৰশ্ন কৰ্ত্তাই সেই ছাত্ৰ বা গৃহস্থ জনক সেই প্ৰশ্নকে কৰিলে। এইবাৰ তেওঁৰ মুখাকৃতি চিন্তাগ্ৰস্ত আছিল। তেওঁৰ কথাত আগৰ দৰে নিশ্চিন্তভাৱ ভাব মুঠেই নাছিল। শঙ্কৰাচাৰ্য্যৰ ততঃ কিম্? ততঃ কিম্? ততঃ কিম? বোলা সনাতনী প্ৰশ্নটোৰ দৰে তেওঁৰ মূৰ ঘূৰাই গ'ল। শেষত তেওঁৰ পৰা একো উত্তৰ পোৱা নগ'ল।

আজিৰ মৃত্যুৱে কালিক ঠেলি যাওঁতে যাওঁতে এনে এটা দিন আহি পৰে যে সেই দিনা মৰিবই লগা হয়। যি মৰণক নিজৰ চকুৰ আগত দেখি আছে আৰু যি মৰণৰ আগতে মৰি থাকে তেওঁলোকৰ কাৰণে এনেকুৱা সুবিধা নাহে। যি মৰণৰ আগতীয়া অনুভৱ লয় তেওঁৰ মৰণ পিচুৱাই যায় আৰু যি মৰণৰ অনুভৱৰ পৰা হাত সাৰিব খোজে তেওঁক মৰণে টানি আনে আৰু তেওঁৰ বুকৰ ওপৰত উঠি মৰণে তাণ্ডৱ লীলা কৰিব ধৰে। আগত যদি কিবা খুটা আদি থাকে তেন্তে তাক অন্ধজনে অনুভৱ কৰিব নোৱাৰে কিন্তু যেতিয়া তেওঁ গৈ থাকোঁতে থাকোঁতে প্ৰত্যক্ষ ভাবে বুকুত খুন্দা খাব যেতিয়াহে তেওঁ অনুভৱ কৰিব পাৰিব। চকু থকা মানুহে, খুটাটো আগতে দেখে সেই বাবে তেওঁৰ বুকুৱে তাত খুন্দা খাবলৈ নেপায়।

### দায়িত্বৰ পৰা গা এৰা নিদিব

জীৱনৰ দায়িত্ব কোনো ভয়ানক বস্তু নহয়। সি আনন্দৰ লগত ওতঃপ্ৰোত হৈ থাকে। ঈশ্বৰৰ দ্বাৰাই ৰচিত জীৱনৰ সকল আঁচনিক অন্তৰত ধিয়াই অনুচিত বাসনাক দমাই ৰাখিব লগাত পৰে। সি যেনেকৈ আনন্দৰে পৰিপূৰ্ণ সেইদৰেই শিক্ষাৰেও ভৰপূৰ। এইটো ভালদৰে বুজি

লোৱা উচিত যে যি জীৱনৰ দায়িত্বৰ পৰা বঞ্চিত হৈছে তেওঁ গোটেই শিক্ষাকেই হেৰুৱাইছে। বহুতেই ভাবে যে ল'ৰা কালতে যদি ল'ৰাই জীৱনৰ দায়িত্ব উপলব্ধি কৰিব লগা হয় তেন্তে জীৱন দেখোন নিষ্প্রভ হৈ উঠিব। জীৱনৰ দায়িত্ব-ভাৰ থকা বাবেই যদি জীৱন নিষ্প্রভ কিম্বা নীৰস হৈ উঠে তেন্তে সেই জীৱন বস্তু থাকিবৰেই উপযুক্ত নহয়।

## প্রকৃত মনুষ্যত্ব

কিন্তু আজি এই ধাৰণা বহুতো শিক্ষা-শাস্ত্রীৰেই থকা যেন দেখা যায়। ইয়াৰ মুখ্য কাৰণ হৈছে জীৱনৰ বিষয়ত দুষ্ট কল্পনা থকাই। জীৱনকে কলহ বুলি ধৰি লোৱা। 'ইছাপ-নীতি'ক নীৰস বুলি ভবা হৈছে, কিন্তু বাস্তৱিক মৰ্ম্ম বুজোঁতাসকলে যদি কুকুৰা চৰাইৰ পৰা শিক্ষালৈ ধানতকৈ মণি-মুকুতাক কম আদৰ কৰিবলৈ থৰে তেন্তে জীৱনৰ ভিতৰৰ কলহ বা বিবাদ নিষ্পত্তি হৈ যাবলৈ ধৰিব। আৰু জীৱনত সহযোগ স্থাপিত হব। "বান্দৰে মুকুতাৰ কি মোল বুজিব" বোলা এই ফকৰাটো যি ৰচনা কৰিছে তেওঁলোকে মানুহৰ মনুষ্যত্বৰ ওপৰত গুৰুত্ব নিদি মানুহৰ পূৰ্ব্ব পুৰুষৰ সম্বন্ধত 'ডাৰ্ৱিন'ৰ মতকে সমৰ্থন কৰিছে। "হনুমানৰ হাতত মুকুতাৰ মালা" বোলা এই দম্ভ-কথাটো ৰচোঁতাসকল নিজৰ মনুষ্যত্বৰ প্ৰতি অনুগত্য।

জীৱন যদি ভয়ানক বস্তু আৰু কলহ হে হয় তেন্তে ল'ৰা-ছোৱালীক তাত ভৰ্ত্তি নকৰিবা আৰু নিজেও জীয়াই নেথাকিবা। কিন্তু যদিহে সি জীয়াই থাকিব লগীয়া বস্তু হয় তেন্তে ল'ৰা-ছোৱালীক তাত নিশ্চয় ভৰ্ত্তি কৰিবা। তাৰ অবিহনে সিহঁতে শিক্ষাকে পাব নোৱাৰে। যেনেকৈ কুৰুক্ষেত্ৰত

কোৱা হৈছিল, সেইদৰেই শিক্ষাকো জীৱন ক্ষেত্ৰত দিব লাগে। তাক দিব পাৰি। 'দিব পাৰি' বুলি কোৱাটোও ঠিক হোৱা নাই। জীৱন-ক্ষেত্ৰত তাক পাব পাৰি বুলি কলেহে বক্তিতা খাপ পৰিব।

জীৱন জীয়াৰ শিক্ষা

প্ৰত্যক্ষ কাম কৰি থাকোঁতে থাকোঁতে অৰ্জু আগত প্ৰশ্ন উদয় হ'ল। তাৰ উত্তৰ দিবলৈ যাওঁতেই ভাগৱত গীতাৰ সৃষ্টি হ'ল। ইয়াৰ নামেই হৈছে শিক্ষা। ল'ৰা-ছোৱালীক পথাৰত কাম কৰিবলৈ লগাই দিয়া। তাত যদি কোনো প্ৰশ্ন উঠে তেন্তে তাৰ উত্তৰ দিবৰ কাৰণে সৃষ্টি-শাস্ত্ৰ অথবা পদাৰ্থ-বিজ্ঞানৰ বা অন্য যি বস্তুৰ আৱশ্যক হয় তাৰ জ্ঞান দিয়া। ইয়েই আচল শিক্ষা হ্ব। ল'ৰা-ছোৱালীক ভাত ৰান্ধিবলৈ দিবা। তাত, য'ত প্ৰয়োজন হয় ৰসায়ন শাস্ত্ৰ শিকুৱা। কিন্তু আচল কথা হৈছে এইটোৱেই যে সিহঁতৰ "জীৱন জীয়াই থাকিবলৈ দিয়া।" ব্যৱহাৰিক কাম কৰা মানুহেও শিক্ষা পায়েই থাকে। সেইদৰেই সক সক ল'ৰা-ছোৱালীয়েও পাব লাগে। মাত্ৰ পাৰ্থক্য এই খিনিয়েই থাকিব যে সক ল'ৰা-ছোৱালীক পথ প্ৰদৰ্শন কৰিবৰ কাৰণে সিহঁতৰ ওচৰত আৱশ্যক অনুসৰি মানুহ থাকিব লাগে। এই মানুহবোৰো "শিকাওঁতা" হিচাপে নিযুক্ত নহব। তেওঁলোকৰ গাতো জীয়াই থকাৰ লক্ষণ থাকিব লাগিব। আনবিলাক মানুহৰ দৰে ব্যৱহাৰত জীয়াই থকা হ্ব লাগিব। অন্তৰ এইখিনিয়েই হ্ব যে শিক্ষক নামধাৰী সকলৰ জীৱন ভাবনা প্ৰধান হ্ব আৰু তাৰ দ্বাৰাই ল'ৰা-ছোৱালীক বুজুৱাৰ যোগ্যতা তেওঁলোকৰ গাত থাকিব।

ব্যৱসায়ী শিক্ষক নেলাগে

'শিক্ষক' নামৰ কোনো বিশেষ ব্যৱসায়ী মানুহৰ আৱশ্যক

নকৰে আৰু মানৱ শ্ৰেণীৰ বাহিৰত থকা বিদ্যাৰ্থী নামৰ কোনো প্ৰাণিৰো আৱশ্যক নকৰে। আৰু কি কৰিছা বুলি সুধিলে "পঢ়িছোঁ" বা "পঢ়াইছোঁ" বোলা উত্তৰবো আৱশ্যক নকৰে, "খেতি কৰিছোঁ" অথবা "তাঁত বৈছোঁ" এনেকুৱা শুদ্ধ ব্যৱসায়েই বোলক বা ব্যৱহাৰকেই বোলক জীৱনৰ ভিতৰেদি তাৰ উত্তৰ আহিব লাগে।

## আদৰ্শ গুৰু-শিষ্য

ইয়াৰ কাৰণে ৰাম-লক্ষ্মণৰ নিচিনা ছাত্ৰ আৰু বিশ্বামিত্ৰৰ নিচিনা গুৰুৰ উদাহৰণ হে লোৱাটো উচিত হব। বিশ্বামিত্ৰই যজ্ঞ কৰিছিল। তাকে ৰক্ষা কৰিবৰ কাৰণে তেওঁ দশৰথক ল'ৰা খুজিলেগৈ। সেই কামৰ নিমিত্তে দশৰথে ল'ৰা দুটা পঠিয়াই দিলে। ল'ৰা দুটায়ো এইটো ভালদৰে বুজিছিল যে আমি যজ্ঞ ৰক্ষা কৰিবলৈ আহিছোঁ। তাত তেওঁলোকে অপূৰ্ব্ব শিক্ষা পালে। ৰাম-লক্ষ্মণে কি কৰিলে বুলি যদি কোনোবাই সোধে তেন্তে কব লাগিব যে তেওঁলোকে যজ্ঞ ৰক্ষা কৰিলে। তেওঁলোকে "শিক্ষা লাভ কৰিছে" বুলি সাধাৰণতে কোনেও নকয়। কিন্তু তেওঁলোকে যি শিক্ষা পাব লাগিছিল তাক পালেও।

## আনুষঙ্গিক ফল শিক্ষা

শিক্ষা কৰ্ত্তব্য কৰ্ম্মৰ আনুষঙ্গিক ফল। যি কৰ্ত্তব্য কৰে তেওঁ জনাই-নজনাই তাক পায়। ল'ৰাবিলাকেও যেনে-তেনে মতে পোৱা উচিত। আনেও তাক ঠেকিহে শিকে। সৰু ল'ৰা-ছোৱালী বিলাকে আজি সিমান শক্তি আয়ত্ত কৰিব পৰা নাই। এই কাৰণে সিহঁতৰ চৌপাশে থকা বা-বতাহ এনেভাবে তৈয়াৰ কৰি তুলিব লাগে যাতে সিহঁতে বেছি ঠেকিবলৈ নেপায় আৰু লাহে-লাহে সিহঁত আত্ম-নিৰ্ভৰ

শীলতাৰ ফালে আগবাঢ়ি যাব পাৰে। ইয়াৰ কাৰণে উপযুক্ত আঁচনি থাকিব লাগে। শিক্ষা হৈছে ফল আৰু "মা ফলেষু কদাচন" এই নিয়ম ফলৰ ক্ষেত্ৰতো খাটিব।

## শিক্ষাৰ মোহৰ পৰা দূৰ হওক

বিশেষ শিক্ষাৰ কাৰণে কোনো কাম কৰাটোও সকামেই হয়—আৰু তাতো "ইদমদ্য ময়া লব্ধম্"—আজি মই এইটো পাইছোঁ, "ইদং প্ৰাপ্স্যে"—কালিলৈ সেইটো পাম, আদি কামনা মনলৈ আহিয়েই থাকে। এই কাৰণে এনেকুৱা শিক্ষাৰ মোহ এৰি পেলাব লাগে। এই মোহৰ পৰা যি নিষ্কৃতি পাইছে, তেবেঁই সৰ্ব্বোত্তম শিক্ষা পোৱা বুলি ধৰিব লাগিব। আই বেমাৰ পৰিলে, তেওঁৰ সেৱা-শুশ্ৰূষা কৰোঁতে মই যথেষ্ট শিক্ষা পাম কিন্তু এই শিক্ষাৰ লোভত মই আইৰ সেৱা শুশ্ৰূষা কৰিব নেলাগিব। সেইটো মোৰ পৰম-পৱিত্ৰ কৰ্ত্তব্য, এই ভাবিহে মই আইৰ সেৱা-শুশ্ৰূষাত লাগিব লাগে। অথবা আইৰ বেমাৰ হৈছে আৰু তেওঁৰ সেৱা-শুশ্ৰূষাত লাগোতে যদি মোৰ আনটো বস্তু অৰ্থাৎ যাক মই "শিক্ষা" বুলি ভাবিছোঁ সিয়ো যায় তেন্তে সেই শিক্ষা নষ্ট হোৱাৰ ভয়ত মই আইক সেৱা-শুশ্ৰূষা কৰিবলৈ এৰি দিয়াটো উচিত নহব।

## পৰিশ্ৰমৰ স্থান

প্ৰাথমিক মহত্ত্বপূৰ্ণ জীৱনোপযোগী পৰিশ্ৰমক শিক্ষাত স্থান দিয়া উচিত বুলি যি সকল শিক্ষা-শাস্ত্ৰজ্ঞই ভাবে, তেওঁলোকে কৈছে যে শিক্ষাৰ দৃষ্টিতহে এই পৰিশ্ৰমক স্থান দিব লাগে, উদৰ পূৰণৰ দৃষ্টিত নহয়। আজি 'পেট ভৰোৱা' বা 'উদৰ পূৰণ'ৰ যি বিকৃত অৰ্থ প্ৰচলিত হৈ আছে, তালৈ চাই হে এইদৰে কোৱা হৈছে আৰু সেইবাবে ই ঠিকো হৈছে, কিন্তু মানুহক যে পেট দিছে ইয়াত ঈশ্বৰৰ কিবা

অন্তৰ্নিহিত উদ্দেশ্য নিশ্চয় আছে। সৎ উপায়ৰ দ্বাৰা যদি মানুহে "পেট ভৰাবলৈ" শিকে তেন্তে সমাজৰ বহুতো দুঃখ আৰু পাপ নষ্ট হৈ যাব। এই নিমিত্তেই মনুৱে কৈছে যে "যোঅৰ্থে শুচিঃ স হি শুচি :"—অৰ্থাৎ যি আৰ্থিক দৃষ্টিৰে পৱিত্ৰ, তেৱেঁই আচল পৱিত্ৰ। "সৰ্বেষামৱিৰোধেন।" কেনেকৈ জীয়াই থকা যায়, ইয়াৰ ভিতৰত সমস্ত শিক্ষা আহি পৰে। অবিৰোধ মূলক বৃত্তিৰ দ্বাৰাই দেহ-যাত্ৰা কৰাটো মানুহৰ প্ৰথম কৰ্ত্তব্য। এই কৰ্ত্তবা ঠিকমতে পালন কৰিব পাৰিলেহে তেওঁলোকৰ আধ্যাত্মিক উন্নতিও হব। এই হেতুকেই দেহ যাত্ৰাৰ কাৰণে উপযুক্ত পৰিশ্ৰম কৰাকে শাস্ত্ৰকাৰসকলে "যজ্ঞ" বুলি কৈছে। 'উদৰ ভৰণ নোহে, জাণিজে যজ্ঞ কৰ্ম'—ই উদৰ পূৰণ নহয়, ইয়াক যজ্ঞ-কৰ্ম্ম বুলি ভাবা, বামন পণ্ডিতৰ এই বচন ফাঁকি সকলোতে প্ৰসিদ্ধ। এতেকে দেহ যাত্ৰাৰ কাৰণে মই পৰিশ্ৰম কৰিছোঁ—এই ভাৱ সকলোৰে অন্তৰত থাকিব লাগে। 'দেহ-যাত্ৰা' মানে নিজৰ সাত বেগেতীয়া দেহটোৰ যাত্ৰা বুলি ধৰি নলৈ সমাজৰূপী দেহৰ যাত্ৰা, বোলা উদাৰ অৰ্থটোহে মনত দকৈ বহুৱাই লোৱা উচিত। মোৰ দেহ-যাত্ৰা মানে সমাজৰ সেৱা আৰু এই বাবেই সি ঈশ্বৰৰো পূজা অন্ততঃ এই খিনি সাদৃশ্য (সমীকৰণ) দৃঢ়ভাৱে থাকিব লাগে। আৰু এনেকুৱা ঈশ্বৰ সেৱাত এই দেহ সমৰ্পণ কৰাটো মোৰ পৰম কৰ্ত্তব্য আৰু মই যিমান সোনকালে পাৰো এই শুভ কাৰ্য্যত আত্ম নিয়োগ কৰাটো উচিত হব, এই ভাব সকলোৰে ঘটে ঘটে থাকিব লাগে।

এনেকুৱা ভাব কণ কণ ল'ৰা-ছোৱালীবিলাকৰ অন্তৰতো থকা উচিত। এই বাবেই সিহঁতক শক্তি অনুসৰি জীৱন দায়িনি কামত ভাগত লবলৈ সুবিধা দিব লাগে আৰু জীৱনক

মুখ্য কেন্দ্ৰ হিচাপে লৈ তাৰ আশে-পাশে থকা আৱশ্যকীয় সকলো শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগে।

ইয়াৰ দ্বাৰা জীৱন দ্বি-খণ্ডিত নহ'ব। জীৱনৰ দায়িত্ব হঠাতে আহি পৰিলে যি অসুবিধা ভোগ কৰিব লগা হয়, ইয়াত সিয়ো নোহোৱা হ'ব। অন্নাত সাৰে শিক্ষা পাই থাকিব কিন্তু শিক্ষাৰ প্ৰতি মোহ তেওঁৰ মুঠেই নেথাকিব বৰং নিষ্কাম কৰ্ম্মৰ কালেহে তেওঁ ঢাল খাব। —মধুকৰৰ পৰা

## 'পূৰ্ণাত্ পূৰ্ণম্' : ৫ :

### পূৰ্ণৰ পৰাহে পূৰ্ণ

শ্ৰুতি শাস্ত্ৰই কৈছে—"পূৰ্ণাত্ পূৰ্ণমুদচ্যতে।" পূৰ্ণৰ পৰা হে পূৰ্ণ—ই প্ৰাকৃতিক বিকাশৰ নিয়ম। প্ৰশ্ন হ'ব পাৰে যে ইয়াৰ অৰ্থ কি? যদি প্ৰথমতো পূৰ্ণ আছে আৰু পিচতো পূৰ্ণ আছে তেন্তে 'বিকাশ' নো আৰু হ'ব কাৰ? অপূৰ্ণৰ পৰা যদি পূৰ্ণ বুলি কোৱা হ'লহেঁতেন তেন্তে 'বিকাশ'ক বুজাত অৱশ্যে সহজ হ'লহেঁতেন। কিন্তু ইয়াত আছে পূৰ্ণাত্ পূৰ্ণ, এই কথা ফাঁকিয়েই অৰ্থ শূন্য যেন লাগে।

### সৰু পূৰ্ণৰ পৰা ডাঙৰ পূৰ্ণ

এই কথা ফাঁকি যদিও অৰ্থ শূন্য যেন লাগে তথাপি ইয়াৰ অন্তৰালত গভীৰ অৰ্থ নিহিত আছে। পূৰ্ণৰ পৰা পূৰ্ণ অৰ্থাৎ সৰু পূৰ্ণৰ পৰা ডাঙৰ পূৰ্ণ। নতুনকৈ জন্মা কেঁচুৱাটোও পূৰ্ণ আৰু কুৰি বছৰীয়া ডেকা জনো পূৰ্ণ। প্ৰথমটো সৰু পূৰ্ণৰ উদাহৰণ আৰু দ্বিতীয়টো ডাঙৰ পূৰ্ণৰ। সৰু ল'ৰাটোৰ যে এটা চকু বা আধাটা নাক থাকিব আৰু ডেকাজনৰ দুটা চকু বা সম্পূৰ্ণ নাক থাকিব, এইটো কেতিয়াও হ'ব নোৱাৰে। দুয়োৰে দুটাকৈ চকু, আৰু একোটাকৈ নাক থাকেই। পক্তিকে

দুয়োটাই পূৰ্ণ। পাৰ্থক্য এইখিনিতেই যে এটা সৰু পূৰ্ণ আৰু আনটো ডাঙৰ পূৰ্ণ।

দুই ইঞ্চিৰ সৰল ৰেখাডালো পূৰ্ণ আৰু চাৰি ইঞ্চিৰ সৰল ৰেখা ডালো পূৰ্ণ সৰল ৰেখাই। মাত্ৰ প্ৰথম ডাল চুটি আৰু দ্বিতীয় ডাল দীঘল। দুই ইঞ্চিৰ ব্যাসৰ বৃত্তও পূৰ্ণ বৃত্ত আৰু চাৰি ইঞ্চি ব্যাসৰ বৃত্তও পূৰ্ণ বৃত্তই। প্ৰথমটো যেনিবা সৰু আৰু দ্বিতীয়টো ডাঙৰ ব্লেক বোৰ্ডত আমলখীটোৰ সমান যিটো শূন্য অঁকা হৈছিল তাক অণুবীক্ষণ যন্ত্ৰৰ দ্বাৰাই চোৱাত এটা ডাঙৰ গোল বঙালাওৰ নিচিনা দেখা গৈছিল। অণুবীক্ষণ যন্ত্ৰই কি কৰিছিল? তাৰ বিকাশ কেনেকৈ কৰিছিল? যন্ত্ৰটোৱে অপূৰ্ণ শূন্যক পূৰ্ণ কৰিছিলনে? নে সৰু শূন্যক ডাঙৰ শূন্য কৰিছিল? যিটো শূন্য আমলখীটোৰ সমান সৰু আছিল তাক অণুবীক্ষণ যন্ত্ৰই বঙলাওটোৰ সমান ডাঙৰ কৰি তুলিছিল নে কি?

সৰু শূন্যৰ পৰা ডাঙৰ শূন্য

সচাঁকৈয়ে শিক্ষা-বিজ্ঞানে ইয়াতকৈ বেছি আৰু একো কৰিব নোৱাৰে। শিক্ষা-বিজ্ঞানৰ যদি ব্যাখ্যা কৰিবলৈ যায় তেন্তে "আমলখীটোৰ সমান শূন্যৰ পৰা বঙালাওৰ সমান শূন্য," বুলি আপুনি নিশ্চয় কব পাৰে। শিক্ষাৰ দ্বাৰা আমলখীৰ পৰা বঙালাও হয় বা সমৰ্থ ৰামদাস স্বামীৰ ভাষাত কবলৈ গ'লে 'মূৰ্খৰ পৰা পঠিত বা পঢ়ুৱৈ মূৰ্খ' অথবা অতি অপৈণত বুদ্ধিমানৰ পৰা কিছু পৈণত বুদ্ধিমান বা মুৰ্খ হব। এই বিনোদ পূৰ্ণ কথা বাদ দি যদি তাৰ আচল ভাৱটো গ্ৰহণ কৰা হয় তেন্তে এইটো বুজাত সহজ হব যে 'পূৰ্ণৰ পৰা পূৰ্ণ' বোলা প্ৰাকৃতিক বিকাশৰ নতুন সূত্ৰটোৰ নো তাৎপৰ্য্য কি?

অস্পষ্টৰ পৰা স্পষ্ট

বাড়িপুৰা পাঁচবজাত মোৰ সন্মুখত থকা গছ জোপা

ধোঁৱা-কোঁৱা যেন দেখা গৈছিল। দেখোঁতে দেখিছিলো কিন্তু অস্পষ্ট। ৫-৩০ বজাত অলপ স্পষ্ট যেন দেখা গৈছিল। সেই সময়তো আগৰ দৰেই পূৰাভাৱেই দেখা গৈছিল, সেয়ে যেনিবা আগতকৈ অলপ স্পষ্ট আছিল। বেলি ওলোৱাৰ পিচতো সম্পূৰ্ণ গছকে দেখা গৈছিল কিন্তু তেতিয়া অতি স্পষ্ট আছিল। এইটো কেতিয়াও হোৱা নাছিল যে ৫ বজাত গছ জোপাৰ এক চতুৰ্থাংশ, ৫-৩০ ত আধা আৰু বেলি ওলোৱাৰ পিচত পূৰা গছ দেখা পাইছোঁ। তিনিওবাৰ গছ জোপা পূৰা ভাৱেই দেখা হৈছিল কিন্তু প্ৰথম বাৰ দেখোতে যেনিবা অস্পষ্ট আছিল।

দ্বিতীয় বাৰ কিছু স্পষ্ট আৰু তৃতীয় বাৰত অতি স্পষ্ট কৈ দেখা গৈছিল। অস্পষ্ট, কিছু স্পষ্ট আৰু অতি স্পষ্ট, ইয়াৰ বিকাশ বেলিৰ পোহৰে কৰিছিল। এই তিনিওবাৰৰ বিকাশ সম্পূৰ্ণ আছিল। এইদৰেই এইটো পৰিষ্কাৰ ভাবে ওলাই থকা কথা যে সক পূৰ্ণৰ পৰা ডাঙৰ পূৰ্ণ, অস্পষ্ট পূৰ্ণৰ পৰা স্পষ্ট পূৰ্ণ হয় আৰু ইয়েই প্ৰকৃতিৰ বিকাশক্ৰম।

### অপূৰ্ণৰ পৰা পূৰ্ণ আৰু পূৰ্ণৰ পৰা পূৰ্ণৰ অন্তৰ

'অপূৰ্ণৰ পৰা পূৰ্ণৰ' অৰ্থ কি আৰু 'পূৰ্ণৰ পৰা পূৰ্ণ'ৰ অৰ্থ কি এইটো ভালদৰে বুজিবলৈ হ'লে তলৰ দৃষ্টান্তটোলৈ মন কৰক। ধৰিলওক আমি যেনিবা সাগৰৰ পাৰত থিয় হৈ আছোঁ। এই সময়ত আমি সাগৰৰ জাহাজ আদি একোকে দেখা নাই। অলপ সময়ৰ পিচত এখন জাহাজ ৰিণিকি ৰিণিকি দেখা পালোঁ। অৰ্থাৎ জাহাজখনৰ মাত্ৰ ওপৰৰ ভাগটোহে দেখা গৈছে। কিছু সময়ৰ পিচত মাজৰ ভাগ দেখা গ'ল আৰু তাৰ পিচত সম্পূৰ্ণ জাহাজ দেখা হ'ল। এতিয়া জাহাজখন সম্পূৰ্ণ ভাবেই দেখা হৈছে

কিন্তু বহুত দূৰত থকা বাবে তাক অস্পষ্ট যেন দেখা গৈছে। জাহাজখন যিমানেই ওচৰ চাপি আহিছে সিমানেই বেছি স্পষ্ট দেখা গৈছে। জাহাজখন প্ৰথমবাৰ ঝিপিকি ঝিপিকি দেখাৰ পৰা সম্পূৰ্ণ ভাবে দেখালৈকে এই ছোৱাক আমি "অপূৰ্ণৰ পৰা পূৰ্ণ বুলি ক'ম, আৰু দ্বিতীয় বাৰৰ দৰ্শনক অৰ্থাৎ অস্পষ্ট ভাবে দেখাৰ পৰা অতি স্পষ্ট ভাবে দেখালৈকে এই ছোৱাক পূৰ্ণৰ পৰা পূৰ্ণ" বুলি ক'ম।

## ভূগোল শিক্ষাৰ দৃষ্টান্ত

এজন শিক্ষকে ছাত্ৰ বিলাকক ভাৰতবৰ্ষৰ ভূগোল পঢ়াই আছিল। তেওঁ প্ৰথমে ল'ৰাবোৰক সম্পূৰ্ণ ভাৰতবৰ্ষৰ মেপ খন দেখুৱালে। তাৰ পিচত বেলেগ বেলেগ দেশবোৰ দেখুৱালে তাৰ পিচত সকলোবোৰ প্ৰদেশত নদ-নদী যিমানেই আছিল তাক দেখুৱালে। তাৰ পিচত তেওঁ সকলোবোৰ প্ৰদেশৰ ঐতিহাসিক, ধাৰ্ম্মিক আৰু ব্যৱসায়ী মহত্বপূৰ্ণ ঠাইবোৰ দেখুৱালে আৰু এইদৰেই সূক্ষ্মাতি সূক্ষ্ম কথাবোৰ বুজাই যাব ধৰিলে। এই শিক্ষক জনে ছাত্ৰবিলাকৰ জ্ঞান 'পূৰ্ণৰ পৰা পূৰ্ণৰ ফালে ক্ৰমান্বয়ে লৈ যাব ধৰিলে।

## দ্বিতীয় প্ৰয়োগ

আন এজন শিক্ষকে এইদৰেই ছাত্ৰবিলাকক ভাৰতবৰ্ষৰ ভূগোল পঢ়াই আছে। প্ৰথমতে তেওঁ ছাত্ৰবিলাকক এখন জিলাৰ সূক্ষ্মাতি সূক্ষ্ম কথাবোৰ বুজাই দিলে, তাৰ পিচত ইখনৰ পিচত সিখন কৰি ক্ৰমে আটাইবোৰ জিলাৰ কথা বুজাই যাব ধৰিলে। এনেভাৱে বুজাই যাওঁতে যাওঁতে এখন প্ৰদেশৰ আটাইখি সকলো কথা তেওঁ বুজাই দিলে। এতিয়া এই ছাত্ৰবিলাকে এখন প্ৰদেশৰ অতি সূক্ষ্মতম জ্ঞানো লাভ কৰিলে কিন্তু আনবোৰ প্ৰদেশৰ

কথা মুঠেই নেজানিলে। তাৰ পিচত শিক্ষকজনে এই ক্রম অনুসৰিয়েই ভাৰতৰ আন আন প্রদেশ বোৰবো জ্ঞান খৰচি মাৰি দিবলৈ ধৰিলে। সদৌ শেষত ছাত্রবিলাকে ভাৰতবর্ষৰ সম্পূর্ণ জ্ঞান অর্জ্জন কৰিলে। ভাৰতবর্ষৰ ভূগোল পঢ়োৱাৰ বিষয়েই যদি কোৱা যায় তেন্তে কব লাগিব যে এই শিক্ষকজনে ছাত্রবিলাকৰ জ্ঞান "অপূর্ণৰ পৰা পূর্ণ"ৰ ফালে লৈ গৈছে।

পূর্ণৰ পৰা পূর্ণৰ ফালে যোৱাটো, আত্ম-বিকাশৰ সনাতন সূত্র। যি কোনো আত্মৱান বস্তুৰ বিকাশৰ বেলিকা এই সূত্রটোৱেই প্রয়োজ্য হয়।

## শিল্প-কলাৰ দৃষ্টান্ত

"ক্লে মডেলিং" (মাটিৰ মূর্ত্তি আদি নির্ম্মাণ-কলা) সম্বন্ধীয় এখন কিতাপত মূৰ্ত্তিক অপূর্ণৰ পৰা পূর্ণৰ ফালে লৈ যোৱা পদ্ধতিটোক পৰিষ্কাৰ ভাবে নিষেধ কৰিছে। উক্ত কিতাপৰ লেখকজনে নিজৰ অভিজ্ঞতা বর্ণনা কৰি লেখিছে যে "আৰম্ভতে মাটিৰ যেনেকুৱা আকাৰেই নহওক লাগে শেষত অভীষ্ট আকাৰত পৰিণত হ'লেই হয়" বুলি ভাবি কেতিয়াও কাম কৰিব নেলাগে। বৰং মূৰ্ত্তি সজা কাম এনে ভাবে হে কৰিব লাগে যাতে আদিৰ পৰা অন্তলৈকে যি কোনো সময়তে যদি কোনোবাই আহি চায় তেন্তে তেওঁ বুজিব পাৰিব লাগে যে তাত কি হৈছে। এনেকুৱা হ'লেহে মূর্ত্তিত কলাৰ সঞ্চাৰ হয়। নহ'লে বহুতো কলাকাৰে এইদৰে কোৱা দেখা গৈছে যে "এতিয়া কি চাইছে, যেতিয়া পূৰা হ'ব তেতিয়া চাব।" আৰম্ভতে যেনেকৈ পাই তেনেকৈ থৈ যাব, পাচত তাক শুধৰাবলৈ ধৰিব। এনেকুৱা কলাৰ দ্বাৰাই একো কাম হ'ব নোৱাৰে। কলা হৈছে আত্মাৰ

অমৰ অংশ। এই কাৰণে আত্ম-বিকাশৰ সূত্ৰ "পূৰ্ণৰ পৰা পূৰ্ণ"লৈ হে কলাৰ জন্ম হোৱাটো সম্ভৱ।

দেশ গঠনৰ কামো এটা বৰ ডাঙৰ কলাই। "পূৰ্ণাত্ পূৰ্ণম্" এই সূত্ৰকে ধাৰণ কৰি যদি তাক গঢ়িবলৈ চোৱা যায় তেতিয়াহে হয়তো সি হৈ উঠিব পাৰিব।

—'মধুকৰ'ৰ পৰা

## *আজিৰ অনৰ্থকাৰী বিদ্যা* : ৬ :

কলেজীয়া শিক্ষা সম্পৰ্কে আচাৰ্য্য ৰায়ৰ মত

বঙ্গদেশৰ কলেজ আৰু বিশ্ববিদ্যালয় সমূহৰ প্ৰধান অধ্যাপকসকলৰ এখন সভা বহিছিল। আচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায় সেই সভাৰ সভাপতি আছিল। আজিৰ উচ্চ শিক্ষাৰ কাৰণে দেশৰ সম্পত্তি কেনে ভাবে অপব্যয় হৱ লাগিছে, তাকে শ্ৰীৰায়ে নিজৰ ভাষণত তন্ন তন্নকৈ ফঁহিয়াই দেখুৱাইছিল। তেওঁ কৈছিল যে বঙ্গদেশৰ ন শ খন স্কুলৰ ভিতৰত প্ৰায় পোন্ধৰ হেজাৰ ছাত্ৰই মেট্ৰিক পাছ কৰে; তাৰ ভিতৰত ন হেজাৰ উচ্চ শিক্ষাৰ কাৰণে কলেজলৈ যায়। তাৰ ভিতৰত পাঁচশই এম, এ, পাছ কৰে, আৰু এই পাঁচ শ ৰ ভিতৰৰ পৰা মাত্ৰ পঞ্চাশজনহে অধ্যাপক হয়। বাকী চাৰিশ পঞ্চাশজনে অ'ত ত'ত কেৰাণী-গিৰী কৰি মাহিলি গড়ে পঞ্চাশ টকা মানকৈ উপাৰ্জ্জন কৰে। ইয়াৰ বাহিৰে ন হেজাৰৰ ভিতৰৰে কিছুমান উকীল, ডাক্তৰ, ইঞ্জিনীয়াৰ আদি হয়। কিন্তু আজি এই সকলোবোৰ ব্যৱসায়তে যথেষ্ট ভীৰ হৱ ধৰিছে আৰু ঠিকমতে মানুহে কামো নোপোৱা হৈছে। এই কাৰণে আচাৰ্য্য ৰায়ে মত প্ৰকাশ কৰিছে যে ন হেজাৰৰ ঠাইত কেৱল ন শ ছাত্ৰহে কলেজত ভৰ্ত্তি হৱ লাগে অৰ্থাৎ সিমান খিনি মানুহেহে উচ্চ অধ্যাপনা আৰু উচ্চ ব্যৱসায়ৰ কাম

পূৰা হৈ পৰিব। বাকী আঠ হেজাৰ এশ ছাত্ৰ কলেজলৈ গৈ প্ৰতি বছৰ প্ৰায় ত্ৰিশ লক্ষ টকা অপব্যয় কৰে। শ্ৰীৰায়ৰ হিচাপ মতে প্ৰত্যেক ছাত্ৰৰ দৈনিক গড়ে খৰচ এটকাকৈ পৰে। এই কাৰণে আচাৰ্য্য ৰায় এই সিদ্ধান্তত উপনীত হৈছিল যে প্ৰতি বছৰ তিনিশ ষাঠি টকাৰ মূলধন খৰচ কৰি মেট্ৰিকলৈকে শিক্ষা পোৱা ছাত্ৰই যদি ইচ্ছা কৰে আৰু শ্ৰমকো প্ৰতিষ্ঠা দিব খোজে তেন্তে কোনো লাভজনক শিল্প-ব্যৱসায় নিশ্চয় কৰিব পাৰে।

চলিত শিক্ষাৰ দ্বাৰা হানি

কিন্তু এই বিৰাট বিকট সমস্যা যেনে আছিল তেনেই থাকিল, বৰ্ত্তমানৰ উদাৰ শিক্ষাৰ এই অনুগ্ৰহত যি সকল ছাত্ৰই মেট্ৰিকলৈকে পঢ়িবলৈ সুবিধা পাইছে তেওঁলোকে শ্ৰম কৰাৰ কথা দূৰেই থাওক নিজৰ আত্মাৰ প্ৰতিষ্ঠাও হেকৱাই পেলাইছে। আজি এনেকুৱা মানুহো আমাৰ মাজত আছে যি কব খোজে যে এই শিক্ষাৰ পৰা যিমান দূৰ পাৰি সুবিধা আদায় কৰি লবলৈ চেষ্টা কৰিব লাগে। য'ত গুৰু-শিষ্যৰ ভাৱ নাই, ত্যাগ বা সেৱা বৃত্তিৰ নাম গোন্ধেই নাই, নৈতিক বা-বতাহ নাই, স্বধৰ্ম্মৰ আচৰণ নহয়, মাতৃ-ভাষাৰ প্ৰতি আদৰ নাই, শ্ৰমৰ কোনো মূল্য নাই, আৰু স্বাধীন চিন্তাধাৰাৰ কোনো মূল্য নাই তাত গৈ কিহৰ লাভ বা সুবিধা আদায় কৰা হব? তাত হোৱা অৰ্থনাশৰ হিচাপো কি কৰা যাব? লোকৰ কথা শুনি যি আত্মা-নাশৰ যন্ত্ৰ থিয় কৰিছে তাত আৰু অৰ্থনাশৰ হিচাপ কোনে লয়? তথাপি যিহেতু পইচা গোলামৰ ঈশ্বৰ, এই কাৰণে অৰ্থনাশৰ হিচাপ হয়তো তেওঁ বুজিব পাৰিছে। এই ভাবিয়েই আচাৰ্য্য ৰায়ে এই সংখ্যাবিলাক দাঙি ধৰিছে। কমপক্ষেও তেওঁৰ যাতে চকু-মেলখাই এই খিনিয়েই মোৰ কব লগা আছিল।

### বল্লভ ভাইৰ মত

নাচিক কংগ্ৰেছৰ পাচত চৰ্দাৰ বল্লভ ভাই পেটেলে যিমান বিলাক ভাষণ দিছে সকলোতে তেখেতে প্ৰচলিত শিক্ষা পদ্ধতিৰ ওপৰত তীব্ৰ অসন্তোষ প্ৰকাশ কৰিছে। আজি-কালি হাইস্কুল আৰু কলেজবোৰত পোৱা এই পুথিগত বিদ্যা একেবাৰেই অকৰ্ম্মণ্য হৈ পৰিছে। ই যে অকল অকৰ্ম্মণ্যই এনে নহয় বৰং হানি কাৰকো—এই কথটোত তেখেতে বিশেষ ভাবে জোৰ দি কৈছে।

### চৰকাৰ জালত বন্দী

কোনো সাধাৰণ বা অসাধাৰণ চিন্তাশীল লোকে এইদৰে কোৱাটো বেলেগ কথা। কিন্তু যাৰ হাতত ৰাষ্ট্ৰ আৰু ৰাষ্ট্ৰীয় চৰকাৰৰ সূত্ৰ আছে, তেনে নেতাই যেতিয়া এইদৰে কয় তেতিয়া হয়তো আনে প্ৰশ্ন কৰিব যে 'যদি আপোনাৰ মতে প্ৰচলিত শিক্ষা পদ্ধতি ইমান অকামিলা তেন্তে আপোনালোকে তাক কিয় পৰিবৰ্ত্তন নকৰে?' ইয়াৰ উত্তৰো চৰ্দাৰে আহ্মদা-বাদৰ এটা ভাষণত দিছিল। তেখেতে কৈছিল যে 'আমি সকলোবোৰেই এনেকুৱা এখন জালত বান্ধ খাইছোঁ যে এতিয়া আৰু তাৰ পৰা মুকলি হোৱা টান।'

### আঁচনি নোহোৱা পৰ্য্যন্ত ছুটী

অসুবিধা যিমানেই নহওক তথাপি এই জাল যিমান সোনকালে পাৰি কালিবলৈ যত্ন কৰিবই লাগিব—এয়েই আছিল তেখেতৰ ভাষণৰ স্পষ্ট সুৰ। মই বহুতোবাৰ নিজৰ অভিপ্ৰায় পৰিষ্কাৰ কৰি কৈছো যে বাপুৱে আমাৰ সন্মুখত যিটো 'নঈতালিমৰ'

পদ্ধতি উত্থাপিত কৰিছিল, সি যদি আমাৰ সন্তোষজনক হোৱা নাই আৰু তাৰ পৰিবৰ্ত্তে যদি আন কোনো পদ্ধতি বিচাৰোঁতে কিছু সময়ো লাগে তেন্তে সকলো শিক্ষা বিশেষজ্ঞ একেলগে বহি চিন্তা কৰক আৰু তাক কাৰ্য্যকৰী কৰোঁতে যিমান সময় লাগে সিমান সময়লৈকে দেশৰ সকলোবোৰ স্কুল-কলেজৰ ছুটী দিয়ক। দোষ-পূৰ্ণ শিক্ষা-পদ্ধতি চলি থাকিলে দেশৰ যিমান হানি হব, সেই খিনি সময়ৰ কাৰণে স্কুল-কলেজ ছুটী দিলে সিমান হানি কেতিয়াও নহয়।

### পুৰণা পতাকা নাই

এদিন মই আলোচনা প্ৰসঙ্গতে এজন মানুহক সুধিলো যেতিয়া ৰাজ্য-বিপ্লব হৈ পুৰণি চৰকাৰৰ ঠাইত নতুন চৰকাৰ আহে তেতিয়া সেই নতুন ৰাজ্যত পুৰণি ৰাজ্যৰ পতাকা চলিব পাৰে জানো? উত্তৰ পৰিষ্কাৰ আছিল—'চলিব নোৱাৰে' তেতিয়া মই কলো যে 'শিক্ষাৰ ক্ষেত্ৰতো ঠিক এইটো কথাই খাটিব। যেনেকৈ নতুন ৰাজ্যত নতুন পতাকা, সেইদৰেই নতুন ৰাজ্যতো নতুন শিক্ষাই হব লাগে।" নতুন ৰাজ্যত যদি পুৰণি শিক্ষাই চলি থাকে তেন্তে বুজিব লাগিব যে ৰাজ্যৰ নতুনত্ব ওপৰে ওপৰে হে, ভিতৰ ফালটো পুৰণা ৰাজ্যৰেই প্ৰতিচ্ছবি মাত্ৰ।

—'সেৱক', জানুৱাৰী ১৯৫১

## *প্ৰকৃত শিক্ষা পঢ়াশালিৰ বাহিৰত* : ৮ :

চাণ্ডিল সম্মিলনত জয় প্ৰকাশজীয়ে ছাত্ৰ সকলক পৰামৰ্শ দিছিল যে "দুই এবছৰৰ কাৰণে কলেজ আদি এৰি ভূদান্ যজ্ঞৰ কামত লাগি যোৱা।" এই বিষয়ে ছাত্ৰ সকলে মোৰ মতামত সুধিলে। মই তেতিয়া তেওঁলোকক ক'লো

“ভূদান যজ্ঞ আন্দোলনত কাম কৰিবলৈ মন নাই যদিও ছাত্ৰসকলে কলেজ এৰিব পাৰে।” ইয়াকে শুনি ছাত্ৰসকলে বৰ বং পালে।

## কলেজৰ বাহিৰত জ্ঞানৰ ভঁৰাল

চয়ত্ৰিশ বছৰৰ আগৰ কথা। কলেজ এৰি জ্ঞানৰ অনুসন্ধানত মই বাহিৰ ওলালো। কলেজত বহুতো কথা দেখিবলৈ পালো কিন্তু জ্ঞানক হলে দেখা নেপালো। কিন্তু কলেজ এৰাৰ লগে লগেই জ্ঞানৰ অনন্ত দুৱাৰ মুকলি হ'ল। মোৰ জ্ঞানৰ উপাসনা আজিও চলিয়েই আছে। জ্ঞানৰ সমান পৱিত্ৰ আৰু একোৱেই হব নোৱাৰে বুলি মই ভাবোঁ। এই কাৰণে কলেজত থকা দিন কেইটা মোৰ নেযায় নুপুৱায় যেন লাগিছিল। ছাত্ৰ সকলৰ লগত মোৰ সদায় পৰিচয় আছিল আৰু পঢ়াশালিত নো কি কি পঢ়ায় তাকো মই সদায় লক্ষ্য কৰিয়েই আছিলোঁ। ছয়ত্ৰিশ বছৰৰ আগতে শিক্ষাৰ নামত আমাক যি খাদ্য দিয়া হৈছিল, আজিও প্ৰায় তেনে ধৰণৰ খাদ্যকে দিয়া হৈছে। সেই সময়ত আমাৰ দেশ পৰাধীন আছিল। আজি কিন্তু স্বাধীন হৈছে।

দেশত এফালেদি কোটি কোটি মানুহে জড় কৰ্ম্ম কৰিব লাগিছে আন ফালেদি লাখ লাখ ছাত্ৰক কৰ্ম্ম শূন্য মূঢ় শিক্ষা দি যোৱা হৈছে। হুকুম কৰোঁতা আৰু হুকুম মানোতা— এই দুটা শ্ৰেণী সৃষ্টি হৈ উঠিছে। দৈন্য, দাৰিদ্ৰ্য আৰু দুঃখৰ সুকাল আহোঁ আহোঁ হৈছে। চলিত শিক্ষা পদ্ধতিৰ যেতিয়ালৈকে পৰিবৰ্ত্তন নহয় তেতিয়ালৈকে এই অৱস্থাৰো শুধৰণী নহয়।

—'সেৱক,' জুন ১৯৫৩

***বিদ্যাৰ বিৰোধ*** : ৯ :

কেইবাবাৰো আমাৰ বাহৰ পঢ়াশালিতে পতা হৈছিল। সক মক গাওঁবোৰত পঢ়াশালি থকেই এটা ভাল ঘৰ হিচাপে

পৰিগণিত। তাতেই আমাৰ থকা-মেলাৰ ব্যৱস্থা কৰি দিয়ে আৰু সেইবাবেই সৰু ল'ৰা-ছোৱালীবিলাকেও বৰ আনন্দ পায়। কাৰণ আমি থকা বাবে সিহঁতে ছুটী পায়।

### ছুটী দিয়া

আমি থকা ঘৰটোৰ এটা কোঠাত সেই পঢ়াশালিৰ বন্ধ দিনৰ এখন তালিকা আঁৰি থোৱা আছিল। সৰু বৰ মিলাই প্ৰায় চল্লিশটা উৎসৱৰ ভিতৰত ৫৫ দিনৰ বন্ধ ধৰা হৈছিল। আমি অহা বাবে হোৱা বন্ধটো ৫৬ তম বন্ধ আছিল। আমাৰ দেশত অনেক ধৰ্ম্ম আছে। সেই সেই ধৰ্ম্মৰ অনেক সৎপুৰুষৰ আবিৰ্ভাৱ হৈছে আৰু সেই সৎপুৰুষ-সকলৰ অনেক অভিমানী ব্যক্তি আছে। এই সকলোবোৰকে মিলাই বন্ধ বা ছুটী দিয়া হয়। ফলত ল'ৰা-ছোৱালী বিলাকৰ মনত সৰ্ব্ব-ধৰ্ম্ম সম ভাবৰ চাপ পৰে।

### জন্ম-মৃত্যু

আৰু জন্ম-মৃত্যুও সমান হৈ পৰে। মোৰ এতিয়াও মনত আছে যে মই যেতিয়া সৰু হৈ আছিলো, তেতিয়া এজন বাদ্‌ছাহ মৰোতে এদিন বন্ধ পাইছিলো আৰু তেওঁৰ জন্ম দিনটোও বন্ধই আছিল। যেনেকৈ হিন্দু ধৰ্ম্মত বাৰ দিনৰ দিনা (দহা) খন মিঠাই খোৱাৰ প্ৰথা আছে আৰু তেৰ দিনৰ দিনা (কাজ) খনো মিঠাই খোৱা প্ৰথা আছে। কোনোবা মৰকেই-জীয়কেই মুখ সদায় সোৱাদ হৈয়েই থাকিব।

### জয়ন্তি

এই বন্ধবোৰ উত্তৰ প্ৰদেশৰ শিক্ষা বিভাগে দিছে। আচৰিতকৈ মজাৰ কথা হৈছে এইটো যে প্ৰদেশৰ সৰ্ব্বজন প্ৰিয় সন্ত তুলসী দাস, সুৰ দাস আৰু কবীৰ দাসৰ নামত কোনো বন্ধ আদি হোৱা নাই। নহ'লে বিদ্যালয়ত অৰ্থাৎ

"বিদ্যাৰ লয়ত" আৰু বৃদ্ধি হ'লহেঁতেন। নানক আৰু গুৰু গোবিন্দ সিংহৰ নামত হ'লে বন্ধ আছে। বুদ্ধ, মহাবীৰ, মহম্মদ, আদিৰ নামত চাগৈ বন্ধ যথেষ্ট আছে। যাৰ নামত কাজিয়া সৃষ্টি হোৱাৰ সম্ভাৱনা আছে অথবা যাৰ নিজা মতাৱলম্বীসকলৰ সংঘ আছে বা যাৰ ভক্তৰ বিশেষ ভাব আছে তেওঁৰ নামত বন্ধ দি দিলেই কাজিয়াৰ ওৰ পৰে।

গ্ৰহণতো বন্ধ

এই বছৰ চন্দ্ৰ-সূৰ্য্য গ্ৰহণৰ বাবেও তিন দিন বন্ধ আছে। গ্ৰহণ হ'লেই বা নহ'লেই, চন্দ্ৰ-সূৰ্য্যৰ গতিত কোনোৱাও বাধা নজন্মে। কিন্তু শ্ৰদ্ধাৱান লোকসকলে অনুসন্ধান কৰি কৈছে যে গ্ৰহণ লাগোতে চন্দ্ৰ-সূৰ্য্যৰ গতি অলপ সময়ৰ কাৰণে হ'লেও কুণ্ঠিত হয়। তাৰ বাবে লাভ হয় শিক্ষক আৰু ছাত্ৰসকলৰ। 'ছুপৰীয়াৰ আহাৰৰ পিচত অলপ সময় শুব লাগে বুলি বুজাবলৈ গৈ এজন ভদ্ৰলোকে মোক কৈছিল যে 'বেলিয়েও ছুপৰীয়া খন্তেক বিশ্ৰাম কৰে'।

দেওবাৰৰ বন্ধ

ঈশ্বৰে ছয় দিন একেবাহে সৃষ্টিৰ কামত লাগি আছিল, পিচত ভাগৰ লগা বাবে সপ্তম দিনৰ দিনা তেওঁ অলপ জিৰণি লৈছিল। তেতিয়াৰ পৰাই কোনো কোনো সম্প্ৰদায়ে শুকুৰবাৰৰ দিনটোক, কোনোৱে শনিবাৰক আৰু এতিয়া সকলো ঠাইতেই দেওবাৰক বন্ধৰ দিন হিচাপে ধৰা হৈছে। কিন্তু খোৱাটো হলে কেতিয়াও বন্ধ নহয়, কাৰণ খালে ভাগৰ নেলাগে। খেতোৱে কয় যে মই দেওবাৰৰ দিনা পেট ভৰাই খাই লওঁ কিয়নো সেই দিনা খোৱাৰ পিচত শুবলৈ সময় পোৱা যায়। আনদিনা কাছাৰিলৈ যাব লাগে। এই কাৰণে পেটত কিবা পেলাব পাৰিলো যদি পাৰিলোৱেই আৰু খোৱাবিলো যদিও নাই। দেওবাৰৰ দিনা পেটভৰাই খাবৰ কাৰণে ঈশ্বৰৰ উদাহৰণ দিলে মহৰ

কাৰণ সেইদিনা তেওঁ জিৰণিৰ হে আৱশ্যক বোধ কৰিছিল, খোৱাৰ আৱশ্যকতা বোধ কৰা নাছিল। আমাক কিন্তু দুয়োটাকে লাগে, এই কাৰণে আমি ঈশ্বৰতকৈ এখোপ চৰা! বন্ধ আৰু আহাৰ লোৱা এই দুয়োটাই যে আনন্দ বৰ্দ্ধক বস্তু, তাত কোনো সন্দেহ নাই। ইয়াৰ কাৰণ বুজাবৰো আৱশ্যক নকৰে। বাৰু বন্ধ যেনিবা ললোঁৱেই, পিচে আহাৰ পাম ক'ৰ পৰা? এই গধুৰ সমস্যাটোৰ বিষয়ে আমি চিন্তা কৰি চোৱা উচিত। কাম কৰি থাকোঁতেও যেতিয়া পেট ভৰাই খাবলৈ পোৱা নেযায় তেনেস্থলত কাম কৰিবলৈ এৰিলেনো ক'ৰ পৰা খাবলৈ পোৱা যাব?

## গৰম দিনত

উৎসৱ আৰু দেওবাৰৰ বাহিৰে গৰমৰ দীঘলীয়া বন্ধ এই দেশৰ কাৰণে ইংৰাজৰ অৱদান বুলিয়েই কব লাগিব। "বিদ্যা আৰু অবিদ্যা এই দুয়োটা মিলি সম্পূৰ্ণ সাধনা হৈছে"—উপনিষদৰ এই কথা ফাঁকি গৰমৰ বন্ধৰ লগত বেচ্ বৰ্জিতা খাই পৰে। অবিদ্যাই এৰে লেঠাৰিয়ে তিনি মাহ সুবিধা পায়। ল'ৰাবিলাকৰ মূৰত অনাহকত জাপি দিয়া বিদ্যাৰ টোপোলাটো নেকেহ কৰি মাটিত পেলাই দিবলৈ এইটোৱেই সোণালী সুযুগ। বিদ্যা দেৱীয়ে শতকৰা এশ নম্বৰ নেপালে কাকো 'পাচ' কৰি নিদিয়ে, কিন্তু বিদ্যা আৰু অবিদ্যা এই দুয়োটাৰ মিলন হ'লে শতকৰা ৩৩ নম্বৰেৰেই কাম চলি যায়।

## শিক্ষকসকলৰ কামৰ ঘণ্টা

নাগপুৰ বিশ্ববিদ্যালয়ৰ প্ৰধান অধ্যাপকে কৈছে যে "সপ্তাহত কুৰি ঘণ্টাতকৈ বেছি সময় পঢ়োৱাটো আমাৰ কাৰণে সন্তৰণৰ নহয়।" খাজিক চৰকাৰে তেওঁলোকক কৈছে

"সম্প্ৰতি দেশক বেছি শ্ৰমৰ আৱশ্যক হৈছে, গতিকে আপোনালোকে সপ্তাহত চৌব্বিশ ঘণ্টাকৈ দিয়ক।" এই বিবাদনো কেনেকৈ মীমাংসা হ'ল কব নোৱাৰিলোঁ। দুয়ো-পক্ষই যদি ওঠৰ ঘণ্টাকে মানি ললেহেঁতেন তেনেহলে অৱশ্যে সেই বিবাদ সিমানতে নিশ্চয় ওৰ পৰিলহেঁতেন। সপ্তাহটোত ছয়দিন আৰু দিনে তিনি ঘণ্টাকৈ ধৰা হ'লে হিচাপটো ঠিক মতে ওলালহেঁতেন। কাৰণ ছয় তিনি গুণ ওঠৰ ওলাই আছে। ওঠৰ সংখ্যাটো ইমান শুভ যে তাক ব্যাসদেৱেও সমৰ্থন নকৰাই নোৱাৰিলেহেঁতেন। বৰ্ত্তমানৰ ঘণ্টাৰ নিচিনাকৈয়ে শিক্ষকসকলৰ ঘণ্টাও পুৰা ষাঠি মিনিটৰ বুলি যেন কোনেও নকয়। কাৰণ পঢ়াই থকা কোনো এটা বিষয়ত ল'ৰা-ছোৱালীবিলাকৰ মনৰ একাগ্ৰতা টিকাই ৰাখিবৰ কাৰণে এতিয়ালৈকে যি অভিজ্ঞতা পোৱা হৈছে তাৰ দ্বাৰাই জানিব পৰা গৈছে যে ষাঠি মিনিটৰ ঘণ্টা কেতিয়াও অনুকূল হব নোৱাৰে। ধাৰ্ম্মিকসকলে নিৰ্ণয় কৰিছে যে কোনো নতুন বিষয় নতুন মুহূৰ্ত্ত বা ক্ষণত হে আৰম্ভ কৰিব লাগে। মুহূৰ্ত্ত বা ক্ষণ মানে দুঘণ্টা বা আঠচল্লিশ মিনিট। এই নিৰ্ণয় অনুসৰি চল্লিশৰ পৰা পঞ্চাশ মিনিটতকৈ বেছি মিনিটৰ ঘণ্টা ক'তো নাই।

## শিক্ষক আৰু কায়িকশ্ৰম

সপ্তাহত কুৰি ঘণ্টাতকৈ বেছি সময় পঢ়োৱাটো সম্ভৱ নহয় বুলি ময়ো ক'ম। কাৰণ পঢ়াওঁতে মগজ, হাওঁ-কাওঁ আৰু ডিঙিৰ কি কষ্ট হয়, তাৰ অভিজ্ঞতা মোৰ আছে। আজি-কালি মত এঘণ্টাতকৈ বেছি পঢ়োৱাৰ কাম কৰিব নোৱাৰোঁ। যদি ভালকৈ গা-লাগি পঢ়োৱা যায় তেন্তে এনেকুৱা অনুভৱ সকলোৱেই পাব। তথাপি এই পৰামৰ্শ

মনাভ কোনো বাধা থাকিব নেলাগে যে প্ৰতিদিন তিনিঘণ্টা পঢ়াব লাগে আৰু বাকী তিনিঘণ্টাত কোনো উৎপাদক শ্ৰম কৰিব লাগে। কিন্তু যিহেতুকে কায়িকশ্ৰমক শিক্ষকৰ ধৰ্ম্ম বুলি ধৰি লোৱা নাই, এই কাৰণে স্বধৰ্ম্ম-নিষ্ঠ শিক্ষকসকলে চাগৈ এইমতে কৰিবলৈ আগ নেবাঢ়িব।

যদিও মই এই প্ৰবন্ধটো কৌতুক-পূৰ্ণ ভাবেই লেখিছোঁ তথাপি মই ইয়াত বন্ধুৱাৰ দুঃখ-কষ্ট লুকাই ৰাখিব পৰা নাই। ইয়াৰ কাৰণে মই বিবশ হৈ পৰিছো।

—'সেৱক, জুলাই; ১৯৫২

## *সংস্কৃত শিক্ষাও ইংৰাজীত* : ১০ :

### ঘানিৰ বলদ

পৰহি বৎসলাই মোৰ লগত দেখা কৰিবলৈ আহিছিল। আজি-কালি তাই কলেজত পঢ়ে। কি কি বিষয় শিকিছে এই সম্পৰ্কে আলোচনা কৰি থাকোঁতে তাইৰ মুখৰ পৰা জানিব পাৰিলোঁ যে সন্থে প্ৰদেশত সকলোবিলাক বিষয় ইংৰাজীৰ মাধ্যমত শিকায়। তাই কৈছিল যে সেই মাধ্যম চাগৈ আৰু দহ বছৰমানলৈকে চলি থাকিব। তাই কোৱা কথাখিনি কিমান দূৰ সত্য তাক অৱশ্যে মই নেজানো কিন্তু এতিয়ালৈকে যে মাধ্যম ইংৰাজীয়েই আছিল এইটো হলে মই জানো। সংস্কৃত ভাষাও যে ইংৰাজীৰ জৰিয়তেই শিকুৱা হৈছে—এই কথাটো মই শুনিবলৈ পাম বুলি মুঠেই ভবা নাছিলোঁ। এতিয়া মাতৃ-ভাষাও ইংৰাজীৰ জৰিয়তেই নপঢ়ালেহে ৰক্ষা! ইংৰাজীৰ জৰিয়তে সংস্কৃত পঢ়োৱাটো যে কিমান বিচিত্ৰময় কথা, ইয়াক আমি সকলোৱেই উপলব্ধি কৰিব পাৰো অথচ আজি বহু বছৰৰ পৰাই ই চলি আহিছে। আজিও যে তেনে ভাবেই চলি আছে তাক মই

আগতে জনা নাছিলোঁ। যি সকলে পঢ়ায় তেওঁলোকেনো মাতৃ-ভাষাৰ লগত সংস্কৃতৰ কিমান ওচৰ সম্বন্ধ তাক ধৰিব পৰা নাছিলনে ? তাৰ জৰিয়তে সংস্কৃত পঢ়োৱা হ'লে এই কাম কমান সহজ আৰু ৰসময় হৈ উঠিলহেঁতেন। তাক যদি আৰু ৰসময় কৰি তুলিব লাগে তেন্তে সংস্কৃতৰ জৰিয়তেও সংস্কৃত পঢ়াব পাৰি। কিন্তু ইংৰাজী জৰিয়তে পঢ়ালে দেখোন একোৱেকে বুজিবই নোৱাৰি। ইয়াৰ মানে হৈছে এইটোৱেই যে পৰম্পৰা ছেদ কৰিবৰ কাৰণে মানুহ সাজু নহয়। উদাহৰণটো যদিও ভাল নহয়, তথাপি ই পৰিষ্কাৰ যে ঘানিৰ বলধৰ দৰে আমিও পৰম্পৰাত সোমাই পৰিছোঁ।

## সংস্কৃত কিহৰ কাৰণে শিকে ?

বংগলাৰ পৰা জানিব পৰিলোঁ যে পাঠ্যক্ৰমত সংস্কৃতৰ যি সাহিত্য ৰখা হৈছে, সি ইমান শৃঙ্গাৰ ৰস পূৰ্ণ যে তাক শ্ৰেণীত আলোচনা কৰাই অসম্ভৱ। চয়ত্ৰিশ বছৰৰ আগতে মই বৰোদা কলেজত আছিলোঁ। তেতিয়া তাত সংস্কৃতৰ ছাত্ৰক ঋতু-সংহাৰ, মেঘদূত আদি পঢ়াইছিল। ভগৱানৰ অনুগ্ৰহত মই কলেজত থাকোতে সংস্কৃতৰ পৰিবৰ্ত্তে ফৰাচী ভাষা লৈছিলোঁ। এই কাৰণে মই সেইবিলাক বেদনাৰ পৰা ৰক্ষা পৰিলোঁ। আমিনো সংস্কৃত কিয় শিকোঁ এই বিষয়ে দকৈ চিন্তা কৰি চোৱা উচিত। বিবেকানন্দ ই কৈছিল "যদি বেদান্তৰ প্ৰচাৰ কৰিব খুজিছা তেন্তে মানুহক সংস্কৃত শিকাই দিয়া। তেতিয়াহে তোমাৰ কাম সিদ্ধি হব।" অৰ্থাৎ বিবেকানন্দৰ মতে সংস্কৃত মানে বেদান্ত। গীতা, উপনিষদ্, মহাভাৰত আদি গ্ৰন্থ সংস্কৃতৰ জীৱন্ত সাহিত্য। কিন্তু কলেজৰ জড়-পৰম্পৰাই এই জীৱন্ত সাহিত্যক ভাল নেপায়। লোক লজ্জাৰ কাৰণে বি, এ, মহলাত ছই এখন হয়তো ৰাখে।

## আধ্যাত্মিক দৃষ্টিৰেহে

আজি-কালি যিবোৰ সাহিত্য সংস্কৃতৰ নামত পঢ়োৱা যায় সেই আটাইবোৰ সাহিত্য যদি সংস্কৃতত থাকিলহেঁতেন, তেন্তে মই সংস্কৃত নিশিকিলোৱেইহেঁতেন। সংস্কৃতত নাটক, উপন্যাস আদিও আছে কিন্তু সেইবোৰ সংস্কৃতৰ বিশেষত্ব নহয়। আধুনিক ভাষাত এনেকুৱা সাহিত্য প্ৰচুৰ পৰিমাণে আছে। তাৰ কাৰণে বিশেষ ভাবে সংস্কৃত পঢ়িবলৈ মন কিয় যাব লাগে? আধ্যাত্মিক দৃষ্টিৰেহে সংস্কৃত শিকাৰ প্ৰেৰণা পায় আৰু বৈজ্ঞানিকেওতো সংস্কৃত শিকেই। কিন্তু আমি জন-সাধাৰণৰ দৃষ্টিৰে মুঠেই নেভাবোঁ, এই কাৰণে আমাৰ মনত খেলোৱাও নাই।

—'সেৱক' ডিচেম্বৰ ১৯৪৯

## বন্ধৰ সময় সলনি কৰক :১১:

ভাৰতবৰ্ষত হেজাৰ-হেজাৰ বছৰ ধৰি অধ্যয়ন অধ্যাপনা কাৰ্য্য চলি আহিছে। কিন্তু পঢ়াশালিবিলাকক দীঘলীয়া বন্ধ দিয়াৰ কথা কাৰোৰে মনত খেলোৱা নাছিল। ইংৰাজী শিক্ষা আৰম্ভ হোৱাৰ লগে লগেই শিক্ষাত বন্ধ দিয়াৰ প্ৰথা প্ৰচলন হয়। ইয়াৰ আগতে সপ্তাহত এদিনকৈ অনধ্যায় (শাস্ত্ৰ পঢ়োৱা বা পঢ়া বন্ধ) আছিল। ইয়াৰ বাহিৰেও মহান্ লোকৰ আগমন আৰু বিশেষ বিশেষ কামত হয়তো কৰবাত কেতিয়াবা সাধাৰণ বন্ধ আছিল। কিন্তু আজি-কালি দেখা যায় বছৰটোৰ ভিতৰত কোনো ৰকম পঢ়াশালিখন ৬-৭ মাহ মানহে চলে। বৰ্ত্তমানৰ পঢ়াশালি বিলাক বন্দী-শালৰ নিচিনা হৈ পৰাৰ বাবেই বোধ-কৰো বন্ধৰ আৱশ্যকতাও বেছি হৈ আহিছে। সেই বিষয়ে আপত্তি কৰাৰ কোনো কাৰণেই নাই।

### বন্ধ বাৰিষাহে হব লাগে

দীঘলীয়া বন্ধৰ যদি প্ৰয়োজন হয় তেন্তে সেই বন্ধ কেতিয়া দিলে ভাল হয় এই বিষয়ে পুনৰ বিবেচনা হব লাগে। এনেকুৱা বন্ধ আজি-কালি গৰম দিনত দিয়াৰহে প্ৰথা চলিছে। ইয়াৰ গৰম, চাহাব সকলৰ কাৰণে অসহ্য হোৱা বাবেই তেওঁলোকে গৰম দিনত বন্ধ দিয়াৰ নিয়ম কৰিলে। এই কেইটা দিনত তেওঁলোক কোনোবা শীত-প্ৰধান ঠাইত গোটখাই থাকেগৈ, কিন্তু এতিয়া আৰু সেই সমস্যা নাই। চাহাব বিলাকে ভাৰতবৰ্ষ ত্যাগ কৰি চিৰদিনৰ কাৰণেই ইংলণ্ডৰ শীত প্ৰধান জলবায়ুত থাকিবৰ কাৰণে গুচি গ'ল। এই কাৰণে গৰমৰ বন্ধ সলনি কৰি বৰ্ষাৰ বন্ধলৈকে লৈ যোৱাই ভাল হব। বাৰিষাৰ দিন কেইটাত খেতিয়ক সকলৰ পথাৰত যথেষ্ট কাম হয়, বন্ধ পালে ল'ৰা-ছোৱালীবিলাকেও পথাৰৰ কামত মাক-বাপেকক কিছু সহায় কৰিব পাৰিব। একে লেঠাৰিয়ে ডেৰ মাহ বন্ধ নিদি পথাৰৰ কাম চাই ১৫ দিনকৈয়ো বন্ধ দিব পাৰি। গৰম দিনত দিন দীঘল। সেই সময়ত সাধাৰণতে পথাৰত কাম নেথাকে। সেই সময়ত বন্ধ দিয়া মানে ল'ৰা-ছোৱালী বিলাকক ৰ'দত ইফালে সিফালে ঘূৰি ফুৰিবলৈ সুবিধা দিয়াহে হয়। এই কাৰণে এই পৰিবৰ্ত্তন অতি আৱশ্যক। চাহাবৰ ৰাজ্য গ'ল, এতিয়া কৃষকৰ ৰাজ্য হে হৈছে। এই কথাটো সকলোৱে মনত ৰখা উচিত।

—'সিংহাৱলোকন'

### *কৌটুম্বিক পাঠ-শালা* : ১২ :

প্ৰত্যক্ষ জীৱনৰ পৰা যদি চিন্তাধাৰাৰ সম্বন্ধ ছিগি যায় তেন্তে চিন্তাধাৰা নিৰ্জীৱ হয় আৰু জীৱন ভাৱনা শূন্য হৈ

পৰে। মানুহে ঘৰত জীৱন ধাৰণ কৰে আৰু পঢ়াশালিত বিদ্যাশিক্ষা কৰে, এই কাৰণেই জীৱন আৰু চিন্তাধাৰাৰ লগত কোনো সম্বন্ধ নথকা হয়। এই দুয়োটাৰ মাজত সম্বন্ধ স্থাপন কৰাৰ একমাত্ৰ উপায় হৈছে এই যে এফালেদি ঘৰত পঢ়াশালিৰ প্ৰৱেশ হব লাগে আৰু আনফালেদি পঢ়াশালিত ঘৰ সোমাই যাব লাগে। সমাজ-বিজ্ঞানে বিচাৰে পঢ়াশলীয়া পৰিয়াল গঠন কৰিবলৈ আৰু শিক্ষা বিজ্ঞানে বিচাৰে কৌটুম্বিক পাঠ-শালা স্থাপন কৰিবলৈ। এই প্ৰৱন্ধটোত পঢ়াশলীয়া পৰিয়াল গঠন সম্পৰ্কে আলোচনা কৰা নহয়, কৌটুম্বিক পঢ়াশালি স্থাপন কৰা সম্বন্ধে হে মোটা মোটি ভাবে এটা আভাস দিয়া হব।

ছাত্ৰালয় অথবা শিক্ষক সকলৰ ঘৰক শিক্ষাৰ বুনিয়াদ হিচাপে ধৰিলৈ তাৰ ওপৰত যি শিক্ষা ভৱন নিৰ্ম্মাণ কৰা হব তাকে কৌটুম্বিক পাঠ-শালা বোলা যাব। এনেকুৱা কৌটুম্বিক পাঠশালাৰ জীৱন-ক্ৰম সম্বন্ধে—পাঠ্যক্ৰম বেলেগাই ৰাখি তলত কেইটামান পৰামৰ্শ দাঙি ধৰা হ'ল।

(১) ঈশ্বৰ নিষ্ঠাই পৃথিৱীত সাৰ বস্তু। এই কাৰণে দৈনন্দিন কাৰ্য্যক্ৰমত দুয়ো সময়তে সামূহিক উপাসনা বা প্ৰাৰ্থনা থাকিব লাগে। প্ৰাৰ্থনাৰ স্বৰূপ সাধু সন্ত সকলৰ বাণীৰ সহায়ত ঈশ্বৰ স্মৰণ হোৱা উচিত। উপাসনাৰ এটা ভাগত নিত্যে গাবৰ কাৰণে নিশ্চিত কৰি থোৱা কোনো পাঠ দিব লাগে।" "সৰ্ব্বেষামবিৰোধেন" এই নীতি থাকিব লাগে। প্ৰাৰ্থনা এবাৰ গধূলি শোৱাৰ আগতে আৰু দ্বিতীয়বাৰ ৰাতি-পুৱা শুই উঠিয়েই হব লাগে।

(২) আহাৰ-শুদ্ধিৰ লগত চিত্ত-শুদ্ধিৰ ওচৰ সম্বন্ধ আছে, এই কাৰণে আহাৰ সাত্বিক হব লাগে। গৰম মচলা, জলকীয়া, তেলত বা ঘিঁউত ভজা বস্তু, চেনি আৰু আন আন

নিষিদ্ধ বস্তু বৰ্জ্জন কৰিব লাগে। গাখীৰ বা গাখীৰৰ পৰা তৈয়াৰ হোৱা বস্তুৰ ব্যৱহাৰ সীমাবদ্ধ হব লাগে।

(৩) ব্ৰাহ্মণ বা কোনো ৰান্ধনিৰ হতুৱাই ৰন্ধা-বঢ়া কৰাব নেলাগে। ৰন্ধা-বঢ়া সম্পৰ্কীয় শিক্ষাও শিক্ষাৰেই এটা অঙ্গ। সাৰ্ব্বজনিক কাম কৰোতাঁ সকলৰ ৰন্ধা-বঢ়া সম্পৰ্কীয় জ্ঞান থাকিবই লাগে। চিপাহী, প্ৰবাসী, ব্ৰহ্মচাৰী সকলোৱেই তাক জানিব লাগে। আত্ম নিৰ্ভৰশীলতাৰ সিয়ো এটা অঙ্গ।

(৪) কৌটুম্বিক পাঠ-শালাই পায়খানা চাফাইৰ কাম নিজ হাতেৰেই কৰিব লাগে। অস্পৃশ্যতা বৰ্জ্জনৰ অৰ্থ কোনো মানুহক ছোৱা-গজা কৰিবলৈ ঘিণ নকৰাই নহয়, বৰং যি কোনো সমাজোপযোগী কাম কৰিবলৈ ঘিণ নকৰাটোও। পায়খানা চাফা কৰা নীচ লোকৰ বা মেথৰৰ কাম বুলি ভবাটো অন্তৰৰ পৰা দূৰ হব লাগে। তদুপৰি পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ প্ৰকৃত শিক্ষাও ইয়াত আছে। ইয়াত সামূহিক ভাৱে পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ কেনেকৈ থাকিব পাৰি তাৰো অভ্যাস হয়।

(৫) অস্পৃশ্যৰ ল'ৰা-ছোৱালীয়েও আনৰ লগত সমানে স্থান পাব লাগে। এইটোতো হবই কিন্তু "কৌটুম্বিক" পাঠ-শালাত আহাৰাদি কৰোঁতে শাৰী ভেদো ৰাখিব নেলাগে। আহাৰ-শুদ্ধিৰ নিয়ম ৰখাই যথেষ্ট হব।

(৬) স্নানাদি প্ৰাতঃকৰ্ম্ম ৰাতিপুৱাই কৰি পেলোৱাৰ নিয়ম থাকিব লাগে। অসুস্থ অৱস্থাত ইয়াৰ সাল-সলনিও হব পাৰে। স্নান সাধাৰণতে চেচা পানীৰেই কৰিব লাগে।

(৭) প্ৰাতঃ-কৰ্ম্মৰ দৰেই শোৱাৰ আগতে সান্ধ্য-কৰ্ম্মও নিশ্চয় হব লাগে। শোৱাৰ আগতে দেহ শুদ্ধি কৰা আৱশ্যক। এই সান্ধ্য কৰ্ম্মৰ সম্বন্ধ গাঢ় নিদ্ৰা আৰু ব্ৰহ্মচৰ্য্যৰ

লগত আছে। মুকলি ঠাইত বেলেগে বেলেগে শোৱাৰ নিয়ম কৰিব লাগে।

(৮) পুথিগত বিদ্যাতকৈ শিল্পগত বিদ্যাতহে বেছি জোৰ দিব লাগে। কম পক্ষেও তিনি ঘণ্টা উদ্যোগত দিবই লাগে। ইয়াকে নকৰিলে অধ্যয়ন তেজস্বী হব নোৱাৰিব। "কৰ্ম্মাতি শেষেণ" অৰ্থাৎ কাম কৰি অতাঁই যিখিনি সময় পোৱা যায় সেইখিনি সময়ত বেদ অধ্যয়ন কৰিবলৈহে শ্ৰুতিয়ে সন্মতি দিছে।

(৯) নিজৰ দেহটো তিনি ঘণ্টা উদ্যোগত লগালে, ঘৰুৱা, বা ব্যক্তিগত কাম নিজেই কৰিবলৈ নিয়ম কৰি ললে, দুয়ো বেলা ব্যায়াম কৰিবৰ আৱশ্যক নহব। তথাপি এবেলা আৱশ্যক বোধ কৰিলে মুকলি বতাহত খোজকঢ়া, বা কোনো বিশেষ ব্যায়াম কৰা উচিত হব।

(১০) সূতা কটাটো ৰাষ্ট্ৰীয় ধৰ্ম্ম আৰু প্ৰাৰ্থনাৰ দৰে নিত্যকৰ্ম্ম বুলি গণ্য কৰা উচিত। ইয়াৰ কাৰণে উদ্যোগৰ উপৰিও কমেও আধা ঘণ্টা সময় দিব লাগে। এই আধা ঘণ্টা টাকুৰীত কাটিলেও কাম চলিব। সূতা কটা নিত্যকৰ্ম্মক ক'তো কেতিয়াও খতি নকৰাকৈ চলাব খুজিলে টাকুৰীয়েই আটাইতকৈ উপযুক্ত আহিলা। এই কাৰণে টাকুৰীত কাটিব জানিবই লাগে।

(১১) কাপোৰ খাদ্দৰহে পিন্ধিব লাগে। অন্য ক্ষেত্ৰতো যিমান দূৰ সম্ভৱ স্বদেশী বস্তুহে লবলৈ চাব লাগে।

(১২) কোনো সেৱা শুশ্ৰূষা আদি কামৰ বাহিৰে ৰাতি টোপনি খতি কৰাটো অনুচিত। স্ফুৰ্ত্তি-তামছা বা জ্ঞান লাভৰ কাৰণে ৰাতি জাগি থকাটো একেবাৰেই নিষিদ্ধ। টোপনিৰ কাৰণে আঠ প্ৰহৰ ৰাখিব লাগে।

(১৩) ৰাতি ভোজন কৰিব নেলাগে। আৰোগ্য।

ব্যৱস্থা আৰু অহিংসা এই তিনিওটা দৃষ্টিকোণৰ ফালৰ পৰা এই নিয়ম পালন কৰা উচিত।

(১৪) প্ৰচলিত বিষয়সমূহত সম্পূৰ্ণ সজাগ হৈ থাকি পাৰি-পাশ্চিকভাক যিমান দূৰ পাৰি অচল অটল কৰি ৰাখিবলৈ চেষ্টা কৰিব লাগে।

প্ৰত্যক্ষ অনুভৱৰ আধাৰত কৌটুম্বিক পাঠ-শালাৰ জীৱনক্ৰম সম্বন্ধীয় এই চৈধ্যটা মোটা-মোটি কথা উত্থাপন কৰা হ'ল। ইয়াত পুথি-গত বিদ্যা আৰু উদ্যোগিক শিক্ষাৰ পাঠ্যক্ৰম বিষয়ক কোনো তালিকা দিয়া হোৱা নাই। সেই বিষয়ে যদি কিবা লিখিব লগা হয়ো তেন্তে বেলেগে পিচত হে লিখা হব।

—মধুকৰৰ পৰা

## পদ্ধতি-পঞ্চক : ১৩ :

মাটি আৰু মাটি কলহ একেটা বস্তুনে দুটা বস্তু? আপুনি যদি দুটা বুলি কয় তেন্তে আমাৰ মাটি আমাক দি দিয়ক আৰু আপোনাৰ কলহ আপুনি লৈ যাওক। কলহ আৰু মাটি যদি একে বস্তু বুলি কয়, তেন্তে মাটিৰ সেই দ'মটোত পাৰে যদি পানী ভৰাওক। মাটি আৰু কলহৰ এই সম্বন্ধটোকে 'সমবায়' বোলে। ৱৰ্ধা শিক্ষা পদ্ধতিক মই 'সমবায়-পদ্ধতি' নাম দিছো, কিয়নো এই পদ্ধতিত হাতৰ কাম আৰু শিক্ষাৰ লগত ঠিক এনেধৰণৰ 'সমবায়' অনুমোদন কৰা হৈছে।

ল'ৰা-ছোৱালীৰ সমুদায় শিক্ষাৰ ব্যৱস্থা কোনো এক মূল উদ্যোগৰ ভিত্তিত কৰিব লাগে। উদ্যোগৰ পৰা শিক্ষাই পৰম পাব লাগে আৰু শিক্ষাৰ পৰা উদ্যোগে পোহৰ পাব লাগে। ইয়াৰ নামেই 'সমবায় পদ্ধতি'।

ঔদ্যোগিক শিক্ষা হৈছে এটা বেলেগ বস্তু। তাত কেৱল উদ্যোগকেহে শিকোৱা হয়। ...হেতে মাটিৰ দ'ম। কিতাপ পঢ়াটোও বেলেগ বস্তু তাত কেৱল জ্ঞানহে দিয়া যায়। তাকো এটা কলহৰ নজাই বুলিব পাৰি, কিন্তু তাত পানী ভৰোৱা কাম কৰিব নোৱাৰি।

## কেৱল-পদ্ধতি

প্ৰচলিত শিক্ষা-পদ্ধতিত মানুহৰ বিবিধ অঙ্গ-প্ৰত্যঙ্গৰ ভিতৰৰে কেৱল এটা অঙ্গ বৃদ্ধিৰ ফালেহে মনোযোগ দিয়া হৈছে। সিয়ো বিকাশ হওকছাৰি বিলাসৰ ফালে ঢাল লৈছে। যিহেতু এই পদ্ধতিত অকল বুদ্ধি বিলাসৰ ফালে বা তাক উদগণি দিওঁতাৰ ভাষাত কবলৈ গ'লে কেৱল শিক্ষাৰ ফালেহে মনোযোগ দিয়া হৈছে। এই কাৰণে তাৰ নাম মই "কেৱল পদ্ধতি" হে ৰাখিছোঁ। এই পদ্ধতিৰ ভিতৰত থকা আন আন দোষবোৰ বাদ দিলেও শিক্ষা-বিজ্ঞানৰ দৃষ্টিৰে এই মহত্ত্বপূর্ণ দোষটো কেতিয়াও উলাই কৰা উচিত নহব যে তাত বাহ্যিক আধাৰ নোহোৱাকৈয়ে জ্ঞান দিয়া হয়। এই নিমিত্তেই তাক ঠাহি ঠাহি সুমাব লগাত পৰে। ফলত সেই শিকুৱা কথাবোৰ ভালকৈ মনত নোৰোৱা হয় আৰু জীৱনৰ লগতো কোনো সম্পৰ্ক নথকা হয়। ইয়াৰ উপৰিও এনেকুৱা শিক্ষাৰ কাৰণে নিবনুৱা সমস্যা বৃদ্ধি পায়।

## পৰি-শেষ পদ্ধতি

দ্বিতীয় পদ্ধতিটো হৈছে "পৰি-শেষ পদ্ধতি।" যেনেকৈ কোনো কিতাপত পৰিশিষ্ট থাকে সেইদৰেই শিক্ষাৰ পৰিশিষ্টৰ ৰূপত ইয়াত হাতুৰ কামক স্থান দিয়া হৈছে। এই পদ্ধতিত হাতৰ কামক স্থান দিয়া হৈছে যদিও তাৰ মহত্ত্ব নেওৰৰ নিচিনা বুলিহে ধৰি লোৱা হয়। ইয়াৰ বাহিৰেও হাতৰ কামক এক

মনোৰঞ্জন, খেল বা অলঙ্কাৰৰ ৰূপতহে গ্ৰহণ কৰা হয়। শিক্ষাৰ শ্ৰম লাঘৱ কৰা বা প্ৰদৰ্শনীৰ কাৰণেও তাক ব্যৱহাৰ কৰে।

## সমুচ্চয়-পদ্ধতি

তৃতীয়টো পদ্ধতি হৈছে 'সমুচ্চয়-পদ্ধতি'। ইয়াত হাতৰ কাম আৰু শিক্ষা দুয়োটাতে সমান মহত্ব দিবলৈ চেষ্টা কৰা হয়। অৰ্থাৎ জ্ঞানৰ কাৰণে যিমান সময় দিয়া যায়, হাতৰ কামৰ কাৰণেও সিমানকে দিয়া যায়। মাটি-পানীৰ অৰ্থ কলহ নহয়। দুয়োটাকে মিলাই যেতিয়া কুমাৰে নিজৰ হস্ত-কলা ফুটাই তোলে, তেতিয়াহে কলহ তৈয়াৰ হৈ উঠে। সমুচ্চয় পদ্ধতিত শিক্ষা পাওঁতা সকল সন্তুষ্ট নহয়। তেওঁলোকৰ মনত এনেকুৱা ভাবৰ উদয় হয় যে আমাৰ শিক্ষাৰ সময়চোৱা অযথা হাতৰ কামত যাব লাগিছে। তেওঁলোকে কেতিয়াবা বাধ্যত পৰি হে হাতৰ কামত ধৰে। কেতিয়াবা স্বাৰ্থৰ বশৱৰ্ত্তী হৈ আৰু কেতিয়াবা শিক্ষা বুলি ভাবিও কৰে। যিহেতু এই পদ্ধতিত হাতৰ কামক শিক্ষাৰ অঙ্গ হিচাপে সমাবেশ কৰা হোৱা নাই, এই কাৰণে তাক জীৱিকাৰৰ এটা পথ বুলিহে ভাবিবলৈ ধৰে। এইদৰে ভবাৰ পৰা তাৰ প্ৰতিষ্ঠা শিক্ষাতকৈও কম হৈ যায়। এই নিমিত্তেই তেওঁলোকে হাতৰ কাম কৰে যদিও তাত তেওঁলোকৰ ৰাপ্‌ নথকা যেন দেখা যায়। ইয়াৰ বাহিৰেও শিক্ষা আৰু হাতৰ কাম, এই দুয়োটাই পৰস্পৰ অমিল হৈ থাকে। শিকুৱা হৈছে চাগৈ 'শকুন্তলা' বা আফ্ৰিকাৰ ভূগোল কিন্তু হাতৰ কামত প্ৰয়োজন হৈছে কাঠ-মিস্ত্ৰীৰ জ্ঞান বা কাঠ-ভূগোলৰ জ্ঞান। এই কাৰণে দুয়োটা বিষয়, ইটোৰ সিটো পৰিপূৰক নহয়।

## সংযোজন-পদ্ধতি

ওপৰোক্ত তিনিওটা পদ্ধতিতকৈ বেলেগ "সংযোজন" নামৰ আৰু এটা পদ্ধতিৰ কথা শিক্ষা বৈজ্ঞানিক সকলে জানে। "কামৰ দ্বাৰাই জ্ঞান" এই সমবায় পদ্ধতিৰ সূত্ৰটো ইয়াত মানি লোৱা হৈছে, কিন্তু এই পদ্ধতিত কামক গৌণ স্থান দিয়া হৈছে। কোনো জ্ঞান দিবলৈ হলে তাৰ অনুকূলে থকা এটা সংযোজন লৈ পঢ়োৱা হয়, কিন্তু তাক কৃত্রিম যেন লাগে।

## সমবায়-পদ্ধতি

সমবায় পদ্ধতিত কোনো এটা জীৱনোপযোগী আৰু বিবিধ অঙ্গযুক্ত মূল উদ্যোগ (হাতৰ কাম)ক শিক্ষাৰ মাধ্যম বা বাহন হিচাপে লোৱা হয়। এই উদোগ শিক্ষাৰ মাত্র এটা আহিলা হৈ নেথাকে বৰং সি তাৰ এটা অবিভাজ্য অঙ্গও হৈ পৰে। এই উদ্যোগৰ দ্বাৰা তলত দিয়া তিনিটা উদ্দেশ্য পূৰা কৰিব পৰা হয়। (১) ল'ৰা-ছোৱালীৰ সকলো প্ৰকাৰৰ শক্তিৰ বিকাশ সাধন কৰা, (২) ল'ৰা-ছোৱালীৰ জীৱনোপযোগী বিবিধ জ্ঞান দিয়া (৩) আৰু ল'ৰা-ছোৱালী বিলাকক জীৱন নিৰ্ব্বাহৰ কাৰণে এটা শক্তিশালী উপকৰণৰ সন্ধান দিয়া। এই উদ্দেশ্য সিদ্ধিৰ এটা ক্ষুদ্ৰ অথচ মহত্বপূৰ্ণ পূৰ্ণ প্ৰমাণ এইটোও হব যে ল'ৰা-ছোৱালী বিলাকৰ কামৰ পৰা পঢ়াশালিত হোৱা শিক্ষণীয় খৰচৰ কিছু অংশ ওলাব বুলিও আশা কৰা হৈছে।

এই সমবায় পদ্ধতি বৰ্ত্তমান প্ৰচলিত সকলোবোৰ শিক্ষা পদ্ধতিতকৈ বেলেগ ধৰণৰ আৰু ইয়াক, এতিয়ালৈকে হোৱা বিভিন্ন অভিজ্ঞতাৰ অভিন্ন পৰিণতি বুলি কব লাগিব।

এই পদ্ধতিত যিটো মুল-উদ্যোগ হিচাপে বাচি লোৱা হব

হব, সি যে ব্যাপক আৰু বিবিধ অঙ্গ যুক্ত হব লাগে, তাৰ ওপৰত কৈ অহা হৈছে। ভাৰতবৰ্ষৰ আজিৰ অৱস্থালৈ লক্ষ্য কৰিলে শতকৰা ৮০ খন পঢ়াশালিত যি মূল-উদ্যোগ চলাব পৰা যায় বুলি অনুমান হয় তাৰ ভিতৰত মোৰ মতেৰে খাদি-শিল্প (কপাহৰ পৰা কাপোৰলৈকে চলা কাম) ই প্ৰথম স্থান পাব লাত বহুখীয়া ল'ৰা-ছোৱালীক আগত ৰাখি হে মই এইদৰে কৈছোঁ।

—'মূল উদ্যোগ কাটনা'ৰ পৰা

## মূল উদ্যোগ বাচাঁতে বিবেক : ১৪ :

### আমাৰ সংস্কৃতিৰ বিশেষত্ব

আজি এটা প্ৰশ্ন কৰা হৈছে যে বুনিয়াদী স্কুলত "পোল্ট্ৰী" (হাঁহ-কুকুৰা পোহা) আৰু "ফিচাৰী" (মাছ পোহা)ক উদ্যোগ হিচাপে লব পৰা হবনে, নহয়?" আজি এই প্ৰশ্নটো কেৱল ভাৰতবৰ্ষতেহে উঠিছে, পৃথিৱীৰ আন কোনো দেশতে নুঠে। ই ভাৰতবৰ্ষৰ দুৰ্ভাগ্য নহয় বৰঞ্চ ইয়াত আমাৰ সংস্কৃতিৰ ইতিহাস হে জড়িত হৈ আছে। অহিংসাৰ উপাসক সকলে এই কথাটো দুটা দৃষ্টিৰে চাব পাৰে। দুয়ো অহিংসক হব পাৰে আৰু দুয়ো নিজৰ বেলেগ বেলেগ মত দিব পাৰে। মই তাৰে এটা উদাহৰণ দিওঁ। অহিংসাৰ ওপৰত মোৰ যিমান শ্ৰদ্ধা, কাকা চাহেবৰো সিমান শ্ৰদ্ধাই আৰু মাংসাহাৰক মই যিমান নিষিদ্ধ বুলি ভাবোঁ, তেখেতেও সিমানেই ভাবে। তেখেতে 'ফিচাৰী' সম্বন্ধে এটা প্ৰবন্ধ লেখিছিল। তাত এই দৰে কোৱা হৈছে। যে "ফিচাৰী এনেকুৱা এটা ব্যৱসায়, যʼত

শিক্ষা সম্পৰ্কীয় আৱশ্যকীয় তথ্য বহুতো আছে আৰু তাক 'বেচিক ক্ৰাফ্‌ট' হিচাপে ভাল ধৰণেৰে চলাব পাৰি।" এইটো মস্তো মানে যে "বেচিক ক্ৰাফ্‌ট"ৰ কাৰণে যি যিনি কুশলতাৰ আৱশ্যক সেই সকলোবিলাকেই হয়তো তাত আছে, আৰু আন আন উদ্যোগৰ দৰেই এই উদ্যোগৰ আলমতো আমি বহুতো জ্ঞান দিব পাৰোঁ। কিছুমানে হয়তো কব যে আজি এই উদ্যোগটো বৰ নিষ্ঠুৰ পদ্ধতিৰে চলোৱা হৈছে। যদি ইয়াক আৰু বৈজ্ঞানিক ৰীতিৰে চলোৱা যায় তেন্তে প্ৰাণীবিলাকৰ কম কষ্ট হব। এনেকুৱা ব্যৱসায় যদি ল'ৰা-ছোৱালীবিলাকক শিকুৱা যায় তেন্তে ইয়াতনো কি দোষ হব?

মাছ মৰাটো মূল-উদ্যোগনে?

মই যেতিয়াই এই ব্যৱসায়টোৰ কথা ভাবোঁ তেতিয়াই এই উদ্যোগৰ দ্বাৰাই ল'ৰা-ছোৱালীবিলাকক জ্ঞান দিয়া কামটোত মই নিজকে নিজে অপাৰগ যেন পাওঁ। কিয়নো তেতিয়া মই ল'ৰা-ছোৱালীবিলাকক এই বুলি শিকাব লাগিব যে সিহঁতৰ কাৰণে এইদৰে এডাল "হুক্" (বৰশি) তৈয়াৰ কৰা। তাৰ পিচত তাত মওহ অকণমান লগাই দিয়া। মওহ লগালে তাক খাবৰ কাৰণে মাছবোৰ আকৃষ্ট হৈ আহিব অৰ্থাৎ সিহঁতক এইদৰে ঠগ কৰা হব। মাছবোৰক দেখুৱাব লাগিব আমি যেন সিহঁতক ভোপহে খুৱাইছোঁ। বেচাৰাহঁতে যেতিয়া আহি বৰশিত খোট্ মাৰিবহি তেতিয়া একে চিপতে বামলৈ আনি তৎক্ষণাত খালৈত ভৰাই পেলাব। ইয়াত সকলো প্ৰকাৰৰ অসভ্য আৰু হিংসা ভৰি আছে। গতিকে মোৰ কাৰণে এইটো বৰ জটিল কাম হৈ উঠিব আৰু ল'ৰা-ছোৱালীক এনেধৰণৰ শিক্ষা দিয়াটো অন্ততঃ মোৰ দ্বাৰাই সম্ভৱ নহব। মই ল'ৰা-ছোৱালীবিলাকক কেনেকৈ শিকাম যে এইদৰে ফুচুলুৱা আৰু ঠগ কৰাটোও মানৱীয়

সত্যৰ ভিতৰতে পৰে। অৰ্থাৎ তাৰ পিচত মানৱীয় সত্য আৰু অন্য সত্যক পৃথক পৃথক কৈ দেখুৱাৰ লাগিব। হিংসাক কিছুদূৰ মানি লব পাৰিলেও অসত্যক মানি লোৱাটো মোৰ কাৰণে একেবাৰেই অসম্ভৱ। মাচবিলাকক নঠগাকৈ আৰু সিহঁতৰ বেছি কষ্ট নোহোৱাকৈ আমাৰ হাতলৈ সমাজে আনিব পৰা কিবা উপায় দিব পাৰেনে? তথাপি ল’ৰা-ছোৱালীৰ শিক্ষাত তাক স্থান দিয়াটো মই উচিত বুলি নেভাবোঁ। এই প্ৰাণীবিলাকতো ভাৱনাৰ স্পষ্ট জ্ঞান মই দেখিবলৈ পাইছোঁ। মই যদি সিহঁতক খাবলৈ কিবা বস্তু দিওঁ তেন্তে মাচবোৰে আনন্দমনেৰে মোৰ ওচৰলৈ লৰি আহে। ভয় খুৱালে পলাই গুচি যায়। তাৰ মানে সিহঁতে মোৰ মৰম আৰু খং বুজি পায়। এনেকুৱাৰ ভাৱনা য’ত মই পৰিষ্কাৰ ভাৱে দেখিবলৈ পাওঁ তাত সিহঁতক হত্যাকৰাৰ কথা মই ল’ৰা-ছোৱালীবোৰক কেনেকৈ বুজাম কব নোৱাৰোঁ।

এইটো হ’ল মাছ মৰা সম্পৰ্কে। হাঁহ-কুকুৰা পোহা উদ্যোগৰ বিষয়ত মোৰ তেনে কোনো বিৰোধ নাই। তাত আৰু আমাৰ কথাও আছে। সেই বিষয়ে মই ইয়াত বেছি নকওঁ যে “ফিচাৰী”ৰ বিৰুদ্ধে মোৰ মনত যেনেকুৱা ভাবৰ উদয় হৈছে “পোল্ট্ৰী”ৰ বিৰুদ্ধে তেনে ভাব উদয় হোৱা নাই। তাতকৈ ই সম্পূৰ্ণ বেলেগ। ইয়াকে মাত্ৰ মই কৈ থলোঁ।

## অহিংসাধিষ্ঠিত মূল উদ্যোগ

কোনোবা এজনে সুধিছিল যে সমবায় কি বস্তু? তেতিয়া মই কলোঁ “সমবায় মানে হৈছে, জ্ঞান আৰু কৰ্মৰ সম্মিলন।” তাৰ পিচত তেওঁ কলে যে “যদি এয়েই হয়, তেন্তে আমি এটম বোমাৰ কাৰখানাত ছাত্ৰসকলক লগাব পাৰিম? তেতিয়া কৰ্মও হব আৰু তাৰ জৰিয়তে ছাত্ৰসকলক জ্ঞানো দিব পৰা

যাব, জ্ঞান আৰু কৰ্ম্মৰ ভেদ নাইকিয়া কৰি দিলেই দেখোন "সমবায়-পদ্ধতি" হৈ পৰিব। তেতিয়া আপুনি এইটো সমৰ্থন কৰিবনে?" তাৰ পিচত মই ক'লো "নহয় মই সমৰ্থন কৰিব নোৱাৰো। সমবায়ত জ্ঞান আৰু কৰ্ম্মৰ অভেদ হয় যদিও আপোনাৰ 'এটম বোমা'ৰ কাৰখানালৈ মই ল'ৰা-ছোৱালী-বোৰক লৈ যাবলৈ দিব নোৱাৰোঁ, কিয়নো সি সৰ্ব্বোদয় তত্ত্ব-জ্ঞানৰ বিৰোধী কথা। নঈ তালিমত এনেকুৱা উদ্যোগ কেতিয়াও চলিব নোৱাৰে। তেতিয়া কলে "তেনেহলে আপুনি সমবায়ৰ অৰ্থ এইদৰে কৰক—য'ত জ্ঞান আৰু কৰ্ম্মৰ ভেদা-ভেদ লোপ পায় আৰু য'ত সাধ্য (লক্ষ্য) আৰু সাধন (উপায়) শুদ্ধ হয়।" এই কথাটো শুনি মই বৰ আনন্দ পালোঁ। আৰু তৎক্ষণাত তাক মানি লালোঁ। আমাৰ সমবায়ত, সাধন আৰু সাধ্য দুয়োটাৰেই শুদ্ধিৰ ব্যৱস্থা থাকিব লাগে।

কোনো কোনোৱে কৈছিল যে "আপুনি যিবোৰ সৰু সৰু অহিলা-পাতি হাতত লৈছে, তাৰেনো বস্তুৰ উৎপাদন কেনেকৈ বাঢ়িব? তেতিয়া মই তেওঁলোকক কলো যে ভাৰতবৰ্ষৰ অৱস্থা কেনে তালৈ মন কৰকছোন। প্ৰথমে আমাৰ ইয়াৰ দাৰিদ্ৰতালৈ চাওক, তাৰ পিচত যদি কিবা সুধিব লগা হয় সুধিব। আমাৰ এই গোটেই চেষ্টাই হৈছে দুখীয়াৰ কাৰণে। গাওঁৰ মানুহবিলাক ইমান দুখীয়া যে তেওঁলোকে তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰ আমাৰ ইয়াত পঢ়িবলৈ নপঠায়েই। ল'ৰা-ছোৱালীবোৰ যদি ঘৰত থাকে তেন্তে পৰিয়ালক কিছু নহয় কিছু সহায় কৰিব পাৰিব, স্কুলত থাকিলেতো একো উপাৰ্জ্জন নহয়। এনেকুৱা অৱস্থাত আমি এনেকুৱা পদ্ধতি চলাব লাগিব, যাৰ দ্বাৰাই সিহঁতে ঘৰতো কাম কৰিব পাৰে আৰু স্কুললৈও যাব পাৰে।

স্কুলৰ জৰিয়তে দৰিদ্ৰ নাৰায়ণৰ সেৱা কৰাৰ মনোভাব যদি আমাৰ অন্তৰত থাকে তেন্তে পাঁচ ঘন্টা পঢ়াবনে ছয় ঘন্টা

পঢ়াব, এবাৰকৈ পঢ়াৰনে দুবাৰকৈ পঢ়াব—এনেধৰণৰ সকলো বিলাক প্ৰশ্নৰ উত্তৰ আপোনাআপুনি ওলাই পৰিব। যি পদ্ধতিৰ দ্বাৰাই দাৰিদ্ৰ-নাৰায়ণৰ সেৱা হব পাৰে, সেই পদ্ধতিয়েই নঈ তালিমৰ স্কুলতো চলিব লাগে। এনেকুৱা পদ্ধতিৰ স্কুল খুলিলেহে তাক ব্যাপক পৰিমাণে চলাব পৰা যাব।

## *শিক্ষাৰ ত্ৰিসূত্ৰী কাৰ্য্য-সূচী* : ১৫ :

( এখন চিঠিৰ পৰা )

ধমাৰ, ২৮।৯।৫৫

......নঈ তালিমৰ কাৰ্য্যসূচীত কোন বিধ জ্ঞান পোৱা যায় আৰু কোন বিধ নেযায় তাৰ কোনো ধৰা-বন্ধা নিয়ম নাই। এনেকৈ চালে সকলো প্ৰকাৰৰ জ্ঞানেই তাত পোৱা যায় কিন্তু তাতো এটা সীমা থাকে। যেনেকৈ দহ দিনলৈকে ভোক লাগিব বুলি ভাবি আমি আজিয়েই দহ দিনৰ আহাৰ খাই নলওঁ, কেৱল আজিৰ ভোকৰ জোখাৰে হে খাওঁ, সেই দৰেই বালকৰ আজিৰ জীৱনত যি জ্ঞানৰ আৱশ্যকতা অনুভৱ হয় সেই জ্ঞান আজি তেওঁক দিব লাগে। এইটোৱেই হৈছে জ্ঞান উপাৰ্জ্জনৰ সূত্ৰ। এয়ে নহ'লে জ্ঞানৰ পৰিগ্ৰহ হব। এনে ধৰণৰ বোজা ল'বাই মূৰ পাতি লবলৈকে ইচ্ছা নকৰে; ললেও পিচত থেকেচা মাৰি পেলাই দিয়ে আৰু যদি নেপেলাই কেকো-জেকো কৰি লৈয়েই থাকে তেন্তে তাৰ বুদ্ধি-শক্তিত অসম্ভৱ ৰূপে হেঁচা পৰে। ফলত তাৰ জীৱন-বিকাশ কুণ্ঠিত হৈ যায়।

### নঈ তালিমৰ দৃষ্টি

আমি 'নঈ' তালিম বুলি কৈছোঁ। পিচে তাত নতুনত্ব একো নাই। যাৰ আত্ম বিকাশ উত্তম ৰূপে হৈছে, যি

জ্ঞান আৰু অজ্ঞান দুয়োটাকে উপকাৰী বুলি ভাবি দুয়োটাকে ঠিকমতে আয়ত্ত কৰিছে তেতিয়াহে তেওঁৰ আত্মদৰ্শন হয়। এয়েই হৈছে নঈতালিমৰ দৃষ্টি।

শতকৰা এশ জ্ঞান

আজি-কালি পঢ়াশালিবিলাকত শতকৰা ৩৩ নম্বৰ পালে পাছ কৰি দিয়ে ? ইয়াৰ কাৰণ পৰিষ্কাৰ ভাবে ওলাই আছে। শিক্ষাৰ আঁচনি তৈয়াৰ কৰোঁতা সকলে জানিছে যে আমি ল'ৰা-ছোৱালীৰ মূৰত বৰ্ত্তমানে কিছুমান অনাবশ্যকীয় জ্ঞান জাপি দিছো। এনেকুৱা অৱস্থাতনো শতকৰা এশলৈ আশা কেনেকৈ কৰিব পাৰি ? কিন্তু নঈতালিমত হলে মই শতকৰা এশ জ্ঞানৰেই আশা ৰাখিছোঁ।

শিক্ষাৰ যোগ্য বিভাগ

ভূগোল, বুৰঞ্জী, গণিত, জ্যামিতিক আদি বিষয়ক ধৰিবলৈ হ'লে অসংখ্য বিষয় হব। এই বিলাকৰ হিচাপ কিহৰ কাৰণে ? বাণীৰ বিকাশ, মনৰ বিকাশ, দেহৰ বিকাশ, ইন্দ্ৰিয়ৰ বিকাশ, আদিৰ ভাগ হব পাৰে।

প্ৰাচীনকালৰ আমাৰ চিন্তাশীলসকলে পঞ্চভূতক মানিছিল। আজি যি মূল তত্ত্বৰ সন্ধান পোৱা হৈছে সি পঞ্চ-ভূতক কাটিব নোৱাৰে। সিহঁত পঞ্চ-ভূত দৃশ্যৰ পৃথকতাৰ পৰা ওলোৱা নাই, দৰ্শনৰ পৃথকতাৰ পৰা হে ওলাইছে। আমাৰ দেহত পঞ্চ-ইন্দ্ৰিয় আছে যেতিয়া আমাৰ দৰ্শনো পঞ্চবিধেই হব। সৃষ্টিত পঞ্চ-ভূতেই হে প্ৰতিষ্ঠিত হৈ থাকিব। ইয়াৰ তাৎপৰ্য্য হৈছে এই যে আমি নানা বিষয় বা নানা গ্ৰন্থক সজাব নেলাগে, ল'ৰা-ছোৱালীবোৰক হে সজাব লাগে। অৰ্থাৎ সিহঁতৰ মন, বুদ্ধি আদিক হে সজাব লাগে।

ল'ৰা-ছোৱালীয়ে খোৱা-বোৱা কৰে আৰু বেমাৰ পৰে। এই কাৰণে আহাৰ-বিজ্ঞান, ৰোগ-বিজ্ঞান আৰু আৰোগ্য-বিজ্ঞানৰ বিষয়ে সিহঁতে ভালকৈ জানিব লাগে।

### নঈতালিমৰ স্বাভাৱিক বিষয়

তোমাৰ ল'ৰাই যদি গো-শালাত কাম কৰে আৰু গাখীৰ খায় তেন্তে সিহঁতে সেই সম্বন্ধীয় জ্ঞান লাভ কৰিবলৈ ইচ্ছা কৰিবই আৰু শিকা আৱশ্যকো। সিহঁতে ভাষা ভালদৰে জানিব লাগে। ব্যৱহাৰিক গণিতৰ আৱশ্যকতাক কোনেও মুই কৰিব নোৱাৰে। পৰস্পৰে পৰস্পৰৰ লগত কোন ধৰণৰ ব্যৱহাৰ কৰিব লাগে তাক যি নেজানে তেওঁলোক পশুৰ ভিতৰত হে গণ্য হব। এই কাৰণে নীতি-বিচাৰ আৰু ধৰ্ম্ম-বিচাৰক কোনেও বাদ দিব নোৱাৰে। বুৰঞ্জী হিচাপে কিশোৰলাল মশ্ৰুৱলাৰ বিষয়ে তোমাৰ ল'ৰাই জনা উচিত। কেইচৰ বা চীজাৰৰ বিষয়ে সিহঁতে জানিবৰ কোনো আৱশ্যক নকৰে। গো-পুৰীৰ চৰ্ম্মালয় কেনেকৈ হ'ল, ৱালুকলঙ্কায়ে চাম্রা কেনেকৈ টানে, ভাউজ্জায়ে সাপ ধৰা কৌশল কেনেকৈ শিকিলে, মনোহৰজীৰ মনলৈ কুষ্ঠৰোগী সেৱাৰ কল্পনা কেনেকৈ আহিল—এই সকলোবোৰ কথা জানিব লাগে। ইয়াৰ মানে এইটো নহয় যে অন্য কাল বা অন্য ঠাইৰ লগত নঈতালিমৰ কোনো সম্বন্ধই নেথাকিব। অনুকূল পৰিস্থিতি উদ্ভৱ হ'লে সেইবিলাকো আহিব।

### নঈতালিমৰ ত্রিবিধ জ্ঞান

জন্মৰ পৰা শ্মশানলৈকে সকলো জ্ঞান দিবৰ আৱশ্যক নকৰে। বৰ্ত্তমান যি জ্ঞানৰ আৱশ্যক তাক দিয়া আৰু যি সময়ত যি জ্ঞানৰ প্ৰয়োজন হয় তাক আয়ত্ত কৰাৰ শক্তি জগাই তোলা আৰু অন্তৰত লুকাই থকা স্বয়ম্ভু জ্ঞানক বাহিৰ উলিয়াই

দিয়া। ইয়াৰ কাৰণে তিনি দফা কাম আছে আৰু ইয়াৰ নাম দিয়া হৈছে—(১) প্ৰকৃত-জ্ঞান, (২) জ্ঞান-শক্তি সম্পাদন, আৰু (৩) আত্ম-জ্ঞান। এই তিনিওদফা কাম অতি অপূৰ্ব্ব। আজি যি নীৰস পদ্ধতি চলিব লাগিছে তাৰ লগত ইয়াৰ কেনেকৈ মিল হব?

—সেৱক, জানুৱাৰী, ১৯৫৩

## তুলনা অসম্ভৱ : ১৬ :

( এখন চিঠিৰ পৰা )

এনেকুৱা অৱস্থাৰ সৃষ্টি কৰিব লাগে যে ষোল বছৰ বয়সত অৰ্থাৎ মৌলিক পাঠ্যক্ৰমৰ অন্তত যি ল'ৰা তৈয়াৰ হৈ উঠিব সিহঁতক চৰকাৰী স্কুলৰ লগত তুলনা যাতে কৰিবৰেই আৱশ্যক বোধ নকৰে।

আমাৰ ল'ৰা অধ্যাত্ম-বিদ্যা-সম্পন্ন হব। কিন্তু স্কুলীয়া শিক্ষা প্ৰাপ্ত ল'ৰাই তাৰ নাম গোন্ধকে নেপাব। ইয়াৰ ল'ৰাই শিল্প-কলাত নৈপুণ্যতা লাভ কৰিব, তাৰ ল'ৰা নিকৰ্ম্মা হব। ইয়াৰ ল'ৰা ব্যৱহাৰকুশল হব, তাৰ ল'ৰা ব্যৱহাৰ-শূন্য হব। ইহঁতৰ আগত পৰাক্ৰমৰ ক্ষেত্ৰ খোলা থাকিব কিন্তু সিহঁতৰ চকুৰ আগত আন্ধাৰে ছাটি ধৰিব। ইহঁত সংশোধক হব, সিহঁত সংশোধ্য হব।

## দিগদৰ্শন : ১৭ :

গোসাঁইগঞ্জ, ১৯।৪।৫২

( এখন চিঠিৰ পৰা )

একেবাৰে সক ল'ৰা-ছোৱালীক কোনোবা এটা বিষয় দিলেই কাম নচলে। লগে লগে সিহঁতৰ ওপৰত বহুত বিষয়ৰ বোজা দিয়াটোও ঠিক নহয়। সিহঁতৰ কাৰণে

বিষয় এটাই হে আছে, আৰু সিয়েই হৈছে "জীৱন-বিকাশ"। ইয়াৰ অঙ্গ তিনিটা বাণী, দেহ আৰু মন।

১। বাণীৰ কাৰণে ভাল ভাল ভজন, কবিতা মধুৰ কণ্ঠেৰে তথা পৰিষ্কাৰ উচ্চাৰণেৰে পঢ়া আৰু অৰ্থৰ সাধাৰণ জ্ঞান লাভ কৰা। পঢ়া (বাচন) কথা কোৱা (বাক্ প্ৰকাশন) আৰু সত্য-প্ৰিয়, সংযত বাণীৰ অভ্যাস কৰা।

২। দেহৰ কাৰণে মুকলি বতাহত শিল্পাদিৰ কাম আৰু সাল-সলনি কৰি দিনটোৰ ভিতৰত কিবা নহয় কিবা কাম কৰা। খেল-ধেমালি, পুষ্টিকৰ আৰু পৰিমিত আহাৰ, দৈনিক কাৰ্য্যসূচী প্ৰাকৃতিক চিকিৎসাৰ জ্ঞান আৰু তদনুসৰি চলা।

৩। মনক কেনেকৈ পৰিচালনা কৰিব লাগে, সকলোৰে কাৰণে উপযোগী কেনেকৈ হব পাৰে, ইন্দ্ৰিয়সমূহক কেনেকৈ নিয়ন্ত্ৰণ কৰি ৰাখিব লাগে, আমি যে দেহতকৈ পৃথক, ইয়াৰ জ্ঞানো লাভ কৰিব লাগে। নিজৰ চৌপাশে থকা সমাজৰ আৰু সৃষ্টিৰ আৱশ্যকীয় জ্ঞান আহৰণ কৰা।

মোটা-মোটি ভাবে এই শিক্ষাৰ স্বৰূপ এনেকুৱাই। ল'ৰা-ছোৱালী আৰু শিক্ষা উভয়ৰে সম্মিলিত জীৱন হব লাগে।

## তিনিটা মুখ্য কথা

কোনো এটা ভাষাৰ উত্তম জ্ঞান, কাম চলাবৰ জোখাৰে আৱশ্যকীয় গণিতৰ প্ৰাকৃতিক জ্ঞান আৰু কোনো এটা উদ্যোগত নিমগ্নতা এই তিনিটা কথা অন্ততঃ থাকিব লাগে।

## সমবায়ৰ চিন্তা নহয়

উদ্যোগ মূলক জ্ঞান অৰ্থাৎ উদ্যোগ সম্বন্ধীয় জ্ঞানৰ লগত সংযোগ স্থাপন কেনেকৈ কৰা হব,এই বিষয়ে ভাবোতে ভাবোতে মানুহে হাবাথাৰি খাইছে। আপোনালোকে তেওঁলোকৰ বিষয়ে নেভাবিব। তাঁতবোৱাৰ লগত 'জ্ঞানেশ্বৰী'ৰ কি

সম্বন্ধ আছে, এনে ধৰণৰ বাত-বিতণ্ডাত আমি মূঠেই পৰিব নেলাগে। বিস্তৰ কিতাপৰো আৱশ্যক নকৰে। কিন্তু যিবিলাক গ্ৰন্থই গোটেই সমাজ খনকে ধৰি ৰাখিছে, তাৰ নো উদ্যোগৰ লগত কি সম্বন্ধ বুলি যদি কোনোবাই প্ৰশ্ন কৰে তেন্তে তাৰ উত্তৰত কব লাগিব যে "মাকৰ লগত পুতেক-জীয়েকৰ যি সম্বন্ধ, তাৰো তেনে সম্বন্ধই!" জ্ঞানক অপৈণত কৰি কেতিয়াও ৰাখিব নেলাগে। পালনীয় জ্ঞান অপৈণত হৈ থাকিবই নোৱাৰে।

## শিক্ষকৰ আশ্ৰম

শিক্ষকৰ আশ্ৰম অৰ্থাৎ বানপ্ৰস্থাশ্ৰম। সেই ফালে যিমান দ্ৰুত বেগেৰে আগবাঢ়ি যাব পৰা হয়, সিমানে ল'ৰা-ছোৱালীৰ শিক্ষাও প্ৰকৃত পক্ষে বুনিয়াদী হব।

## গুণ বিকাশৰ অঙ্ক : ১৮

১। বিনা কাৰণত ভয় নকৰিব। ভয় লাগিলে ভগৱানৰ নাম লব। ভগৱানৰ নামৰ আগত ভয় কোনো পধোই টিকি থাকিব নোৱাৰে।

২। নিজে কৰা ভুল দিনক দিনে শুধৰাই যাব। কালি কৰা ভুল যাতে আজি নহয় আৰু আজিৰ ভুল যাতে কাইলৈ নহয়; ইয়াৰ প্ৰতি সদায় লক্ষ্য ৰাখিব।

৩। যি কোনো মতবাদ খ'ৰচি মাৰি বুজি লব। যিটো মতবাদ ভাল বুলি বুজা যায়, তাৰ মতে চলিবলৈ অপ্ৰাণ চেষ্টা কৰিব।

৪। নিজৰ শক্তিয়ে যদি কুলায় তেন্তে আৱশ্যক অনুপাতে আনৰ সহায় কৰি থাকিব। আমি যে অনেক লোকৰ পৰাই এনেকুৱা সহায় পাইছো তাক কদাচিতো নেপাহৰিব।

৫। প্ৰত্যেক কামতে আগৰণুৱা হ'ব। নিজকে নিজে সংযত কৰি ৰাখিব।

৬। যি কোনো উৎপাদক শ্ৰম নকৰাকৈ কোনেও আহাৰ নকৰিব।

৭। প্ৰতি দিনাই কিছু সময় নিয়মিত ৰূপে অধ্যয়ন কৰিব।

৮। নিজৰ কায়িক শ্ৰমৰ দ্বাৰাই গুৰু জনৰ সেৱা কৰিব।

৯। পোন হৈ ৰহিব, পৰিষ্কাৰ কথা কব আৰু সৰলভাৱে সত্য চিন্তা কৰিব।

১০। কাৰো লগত মাৰপিট্ নকৰিব। কাৰোৰে মনত দুঃখ নিদিব।

১১। সত্য পথত চলিব, সত্য আচৰণ কৰিব। সদায় স্পষ্ট কথা কব।

১২। খং উঠিবলৈ কেতিয়াও নিদিব। খং উঠাটো দুৰ্বলতাৰ চিন।

১৩। প্ৰত্যেকটো কথাতে নিজৰ লাভলৈ নেচাব। মনত ৰাখিব—সংসাৰখন আমাৰ ভোগৰ নিমিত্তে নহয়। আমি জগতৰ সেৱাৰ কাৰণেহে জন্ম লৈছো।

১৪। ভণ্ড, ঠগামি আৰু উত্তাবল হৈ নুফুৰিব।

১৫। আনৰ দোষ নেদেখিব, গুণহে গ্ৰহণ কৰিব।

১৬। পৰৰ দুঃখত দুঃখী হ'ব। আনৰ দুঃখ দূৰ কৰিবলৈ ব্যগ্ৰ হ'ব।

১৭। কোনো প্ৰকাৰৰ লোভৰ বশৱৰ্ত্তী নহ'ব। খঁকুৱা নহ'ব। অলপতে সন্তুষ্ট হ'ব আৰু তৃপ্তি লাভ কৰিব।

১৮। উদ্ধতালি নকৰিব। সকলোৰে লগত মিলি-জুলি থাকিব। মৃদু ভাষী হ'ব।

১৯। বেয়া কাম কৰিবলৈ লাজ পাব। সীমা পাৰহৈ কেতিয়াও নেযাব।

২০। অকাৰণত হাত, ভৰি, চকুআদি অবয়ৱক লৰ-চৰ নকৰিব।

২১। কোনোবাই যদি গাৰ বলেৰে দমন কৰিবলৈ বা হেঁচা মাৰি ধৰি ৰাখিবলৈ বিচাৰে তেন্তে তাত দমি নেথাকিব।

২২। দুৰ্ব্বল মানুহে যদি কিবা দোষ কৰে তেন্তে তাক ক্ষমা কৰিব।

২৩। নিজৰ দেহে যদি কিবা দুঃখ-কষ্ট পায় তেন্তে তাত ব্যাকুল নহৈ ধৈৰ্য্য ধৰিব।

২৪। স্বচ্ছতাৰ প্ৰতি চোকা দৃষ্টি ৰাখিব।

২৫। পৰশ্ৰীকাতৰ নহব। নিজে ওপৰ উঠিবৰ কাৰণে আনক তল পেলাবলৈ নেচাব।

২৬। মই-বৰ ভাব নেৰাখিব। ইয়াতেইহে প্ৰকৃত গুৰুত্ব বা শ্ৰেষ্ঠত্ব আছে।

সৰু ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে গীতাৰ এই দৈৱীক সম্পত্তিৰ লক্ষণবিলাকৰ প্ৰাথমিক অৰ্থ যিমান পাৰিছো সহজ আৰু সৰল কৰি দিছোঁ। ইয়াৰ বাহুল্য অৰ্থ 'জ্ঞানেশ্বৰী'ত দিয়া হৈছে।

## শিক্ষা আৰু উদ্যোগ

পঢ়াশালিত ভূগোল, বুৰঞ্জী আৰু গণিত আদি বিষয়ৰ যি শিক্ষা দিয়া যায় তাকে শুধৰণী কৰি উদ্যোগৰ লগত সমাবেশ কৰিবলৈ আমি কৈছোঁ। জীৱনত গণিত আদি যে লাগে তাত কোনো সন্দেহ নাই। উদ্যোগৰ আৱশ্যকতা একেবাৰেই স্পষ্ট। তথাপি অকল ইয়াৰেই কাম নচলে। শিক্ষাৰ মুখ্য দৃষ্টি গুণ-বিকাশ মূলক হব লাগে। তাৰ কাৰণে উদ্যোগ আৰু আন আন বিষয়ৰো আঁচনি যুগুত কৰিব লাগে।

## গুণ-বিকাশ

বিষয় বিভাৰ্জনৰ আধাৰত পঢ়াশালিৰ সময় তালিকা (টাইম্ টেবুল) নিৰ্দ্ধাৰণ কৰাটো ভুল। উদ্যোগ নেথাকিলে

গুণৰ বিকাশ নহয় আৰু গুণৰ পৰীক্ষাও নহয়। এই নিমিত্তে উদ্যোগ শিকাবই লাগে। তাৰ দ্বাৰাই বালক আত্ম-নির্ভৰশীল হয়। ইয়ো এটা গুণেই। চিন্তা-ধাৰাক যদি ঠিকমতে উপস্থিত কৰাৰ পৰা নেযায় তেন্তে সত্তা-ৰক্ষাও কোনো মতেই নহয়। এই কাৰণে ভাষা শিকোৱাটোও গুণ-বিকাশৰ অন্তৰ্গত আহি পৰে। কিন্তু শিক্ষা দৃষ্টিৰে এই আটাইবিলাকৰ স্বতন্ত্ৰ মূল্য একো নাই।

—'সৰক', আগষ্ট, ১৯৫৩

## *শিক্ষকৰ আশ্ৰম* : ১৯ :

( বুদ্ধ গয়াত কৰ্মীসকলৰ আগত দিয়া ভাষণ )

বুনিয়াদী শিক্ষা যে উদ্যোগৰ জৰিয়তে দিব লাগে আদি কথা বহুত জোৰেৰে আমাৰ সন্মুখলৈ আহিছে। কিন্তু শিক্ষকৰ আশ্ৰম কেনেকুৱা হব লাগে—এই সম্পৰ্কে ভবা বা ভবাৰ প্ৰয়োজনীয়তা বোধকৰা মানুহ আজিলৈকে আমাৰ চকুত পৰা নাই।

### শিক্ষক আৰু গৃহস্থ

বৰ্ত্তমান দেখা গৈছে যে সাধাৰণতে মেট্ৰিক পৰীক্ষা ফে'ল কৰা ল'ৰা ইয়াত লোৱা হয়। তেওঁলোকক বুনিয়াদী শিক্ষাৰ জ্ঞান দিয়া হয় আৰু তাৰ পিচত তেওঁলোক শিক্ষক হিচাপে নিজৰ জীৱন-যাত্ৰা আৰম্ভ কৰে। তাৰ লগে লগে তেওঁলোকে গৃহস্থ হিচাপে নিজৰ গাৰ্হস্থ্য জীৱনো আৰম্ভ কৰে। কিন্তু এই দুয়োটাৰেই আৰম্ভনি ইমান মহান্ আৰু ইমান দায়িত্বপূৰ্ণ যে দুয়োটাকে একেলগে চলাই লৈ যাব পৰা যায়নে নেযায় বা দুয়োটাৰে ওপৰত কিছু নিয়ন্ত্ৰণ ৰাখিলেহে চলাই নিব পৰা যাব ইত্যাদিৰ বিষয়ে আমি ভবা উচিত। যেই নহওক ই যে এটা বৰ গভীৰ প্ৰশ্ন তাত সন্দেহ নাই।

## বানপ্ৰস্থীহে শিক্ষক হ'ব লাগে

মই বহুতো বছৰৰ পৰাই এই বিষয়ে চিন্তা কৰি আহিছো আৰু সিদ্ধান্তত উপনীতও হৈছোঁহি যে শিক্ষকৰ আশ্ৰম বানপ্ৰস্থাশ্ৰমেই। সন্ন্যাসী শিক্ষক হ'ব নোৱাৰে কাৰণ তেওঁলোক গোটেই পৃথিৱীৰ কাৰণেই। তেওঁলোক হৈছে মুক্ত বিহাৰী। তেওঁলোকৰ জীৱন কোনো বিশেষ শিক্ষাৰ্থীৰ কাৰণে হ'ব নোৱাৰে। ব্ৰহ্মচৰ্য্যাশ্ৰমী নিজেই শিক্ষাৰ্থী, এই কাৰণে তেওঁলোককো শিক্ষকৰ আশ্ৰম বুলিব নোৱাৰি। আৰু মাত্ৰ দুখন আশ্ৰম বাকী ৰৈছে—গৃহস্থ আৰু বানপ্ৰস্থ। যদি আমি দুয়োখন আশ্ৰমকে শিক্ষকৰ কাৰণে বুলি ভাবোঁ, তেন্তে আমাৰ দৃষ্টি স্পষ্ট নহ'ব।

গৃহস্থাশ্ৰম হৈছে অন্নভৰ সম্পাদনৰ আশ্ৰম। বানপ্ৰস্থী হ'বলৈ হ'লে গৃহস্থাশ্ৰমৰ পৰা মুক্ত হ'ব লাগিব। কিন্তু যি বয়সত মানুহৰ দেহ, মন, বুদ্ধি আৰু বাণীয়ে জৰাজীৰ্ণ অৱস্থা প্ৰাপ্ত হয় সেই বয়সত কোনো মানুহেই বানপ্ৰস্থী হোৱাটো অনুচিত। যেতিয়া মানুহ জনে বুজিব যে মোৰ সমুক অভিজ্ঞতাটো হৈছে, মই এতিয়া আনক বুজাব পাৰিম; তেতিয়াই তেওঁ বানপ্ৰস্থী হ'ব লাগে। যিজন বানপ্ৰস্থী পুৰুষৰ বিষয়-বাসনা শুদ্ধ হৈ উঠিছে আৰু দেহ, মন, বুদ্ধি আদি ইন্দ্ৰিয় সমূহো কাৰ্য্যক্ষম হৈ আছে তেওঁহে প্ৰকৃত শিক্ষক আৰু প্ৰচাৰকো হ'ব পাৰে।

যদি আমি ভাবোঁ যে গৃহস্থাশ্ৰমৰ লগে লগে কিছু শিক্ষাও দিব লাগে তেন্তে তাকো দিব পাৰি, কিন্তু সেই শিক্ষা মাক-বাপেকৰ জৰিয়তে নিজৰ ল'ৰা-ছোৱালীক দিয়াৰ দৰে ঘৰতে দিব পৰা শিক্ষা হ'ব লাগে। যদি তাক আৰু ব্যাপক কৰি তুলিব খোজে তেন্তে প্ৰচলিত সমাজ-ব্যৱস্থাত নিজৰ মাকইতৰ

লগে লগে ল'ৰা-ছোৱালী থকাতকৈ ৪০।৫০ জনী মাকৰ ল'ৰা-ছোৱালী একেঠাইতে গোটাই এজনী মাকৰ তত্ত্বাৱধানত ৰাখি বাকী মাকবিলাকক কামত লগোৱাৰ আঁচনিও কৰিব পাৰে। অৱশ্যে সেই শিক্ষা সমাজৰ ৰূপ সলনি কৰিব পৰা শিক্ষা নহব বৰং সমাজৰ ৰূপ যেনে আছিল তেনে অৱস্থাতে ৰাখি কিছু শুধৰণী কৰিব পৰা শিক্ষা মাত্ৰ হব। মই তাক নঈ তালিম বুলি কব নোৱাৰোঁ। সি পুৰণা তালিমেই হব।

## নঈ তালিমৰ অৰ্থ

মোৰ মনত নঈ তালিমৰ অৰ্থ এইটোৱেই আছে যে সি নতুন সমাজ গঠন কৰিব। নতুন সমাজ নিত্য-নিৰন্তৰ গঠন কৰিয়েই থাকিব লাগিব। এইটো নহয় যে এবাৰ আমি এখন নতুন সমাজ গঠন কৰিলো যেতিয়া তাৰ পিচত আৰু কোনেও নতুন সমাজ গঠন কৰিবৰ আৱশ্যক নহব। আমি গঠন কৰা নতুন সমাজখন যেতিয়া পুৰণা হব তেতিয়া আকৌ নতুন সমাজ গঠন কৰিবই লাগিব। নঈ তালিম মানে নিত্য-নতুন সমাজ গঠন কৰা শিক্ষা। এনে ধৰণৰ শিক্ষা এনেকুৱা অভিজ্ঞ লোকৰ হাতত‌হে থকা উচিত যি সেই অভিজ্ঞতাৰ ফল আনকো প্ৰদান কৰিব পাৰে আৰু যাৰ ব্যক্তিগত জীৱনৰ শুদ্ধি সম্পূৰ্ণ ৰূপে হৈ উঠিছে। তেনেকুৱা লোকেহে বিপ্লৱৰ নিচান উৰাব পাৰিব।

## বানপ্ৰস্থী অৰ্থাৎ অনুভৱী বা অভিজ্ঞ

নেপোলিয়ন থকা হলে তেওঁৰ নিজৰ বীৰত্বৰ গৌৰৱ আনৰ আগত ৰখানিলেহেঁতেন আৰু নিজৰ অভিজ্ঞতাও আনৰ আগত দাঙি ধৰিলেহেঁতেন। যি জন পুৰুষৰ যুদ্ধৰ কোনো অভিজ্ঞতাই নাই, তেওঁনো আকৌ তেওঁৰ ল'ৰা-ছোৱালীবোৰক পৰাক্ৰমী কৰি কেনেকৈ তুলিব? কোনো সদাগৰে যদি

সত্য-নিষ্ঠাৰে সৈতে কোটি-কোটি বেপাৰ-বাণিজ্য কৰি উঠিছে, আৰু তেওঁ যদি শিক্ষক হয়, তেন্তে তেওঁ নিজৰ অভিজ্ঞতাৰ পৰা বহু-মূলীয়া জ্ঞান ল'ৰা বিলাকক দিব পাৰিব, কিন্তু যি জন বেপাৰী নহয়, মাত্র কমার্চ কলেজৰ পৰা নতুনকৈ পাছ কৰি আহিছে, তেওঁ ল'ৰাবোৰক বেপাৰ সম্বন্ধীয় শিক্ষা কি দিব? ভিন্ ভিন্ প্রতিভাৰে নিজৰ নিজৰ ক্ষেত্ৰত যি কাম কৰি অভিজ্ঞতা অর্জ্জন কৰিছে ল'ৰা-ছোৱালীবোৰক শিক্ষা দিবৰো তেওঁৰহে অধিকাৰ আছে।

এই কাৰণে মই কৈছিলোঁ যে শিক্ষাৰ কাম বানপ্রস্থী সকলৰ হাতত্তহে থাকিব। এই বাবে বানপ্রস্থাশ্রম স্থাপন কৰাৰ সাহস আৰু তাৰ কাৰণে আৱশ্যকীয় কলা-কৌশল যদি আমাৰ হাতত আছে তেন্তে নঈ তালিমক আমি যেনেকুৱা ৰূপ দিব খুজিছোঁ তেনেকুৱা নিশ্চয় হব। এয়ে যদি নহয় তেন্তে মই নিৰাশ হব লাগিব।

## নঈ তালিমৰ উদ্দেশ্য

মুখ্য ভাল্ল-ধাৰাৰ প্রশ্ন হৈছে যে ছাত্রসকলক শিক্ষা দিওঁতে আমি কোন ফালে ঢাল ঘূৰাই নিব লাগিব। আমি প্রচলিত সমাজকে সুখী কৰিব লাগে নে,নাই নতুন সমাজ গঠন কৰিব লাগে। প্রচলিত সমাজকে হে যদি আমি সুখী কৰিব লাগে বুলি ভাবোঁ তেন্তে বানপ্রস্থাশ্রমৰ আৱশ্যকতা মই এতিয়া যিমান বুলি কৈছিলো সিমান যেন নেলাগিব। কিন্তু যদি আমি নতুন সমাজ গঠন কৰাৰ হে কথা ভাবো তেন্তে যি প্রতিভাৰে কাম কৰি কোনো বিশেষ যোগ্যতা লাভ কৰিছে, যাৰ বিষয় বাসনা পৰিশুদ্ধ আৰু ব্যাপক হৈ উঠিছে, যাৰ মন বুদ্ধি আৰু দেহ আদিৰ শক্তি অটুট আছে আৰু যি বেছি তেজস্বী তথা সমর্থবান বুলি প্রতীয়মান হৈছে— এনে ধৰণৰ শিক্ষকৰ হাতত হে শিক্ষা থাকিব লাগে। এনেকুৱা শিক্ষকৰ আশ্রম বানপ্রস্থাশ্রমেই হে হব লাগিব।

### সকলোৱেই শিক্ষক হওক

এবাৰ নঈ তালিমৰ বিষয়ে আলোচনা চলি থাকোঁতে বাজাজীয়ে তাৰ মহত্ত্ব বৰ্ণনা কৰি কৈছিল যে "সি এনেকুৱা এটা শিক্ষা, যাৰ কাৰণে অভিজ্ঞতা পূৰ্ণ যথেষ্ট শিক্ষকৰ আৱশ্যক হ'ব।" সোধা হৈছিল যে "মাত্ৰাকত এই নঈ তালিম কিয় চলোৱা হোৱা নাই ?" তাৰ উত্তৰত তেখেতে কৈছিল যে "মই যদি ৰাজ-কাৰ্য্যৰ পৰা অব্যাহতি লব পাৰোঁ, তেন্তে মই নঈ তালিমৰ শিক্ষক হ'ম।"

বাজাজীয়ে কোৱা এই কথাটো একেবাৰেই ঠিক "প্ৰত্যেকৰে জীৱনত শিক্ষক হোৱাৰ সময় আহিবই লাগে। জৱাহৰলাল নেহৰুৰ জীৱনতো এনে এটা সময় আহিব লাগে—যেতিয়া তেখেত নঈ তালিমৰ শিক্ষক হব পাৰে। ডাঃ ৰাধাকৃষ্ণনৰ জীৱনতো এনেকুৱা সময় অহা উচিত যেতিয়া তেখেত নঈ তালিমৰ শিক্ষক হব আৰু ঠিক ঘনশ্যাম দাস বিড়লাৰ জীৱনতো নঈ তালিমৰ শিক্ষক হ'বৰ ক্তোখাৰে যাতে উপযুক্ত সময় পায়, এয়েই আমাৰ আশা। আপোনালোকে যদি এনেকুৱা ব্যৱস্থা কৰিব পাৰে, তেন্তে ই নব জীৱন দায়ক আয়োজন হৈ উঠিব।

## *পূৰ্ণবিকাশেই শিক্ষা* : ১০ :

### নতুন আৰু পুৰণি শিক্ষা পদ্ধতি

কথিত আছে যে পুৰণি শিক্ষাপদ্ধতি জ্ঞান-প্ৰধান আৰু আমাৰ নঈতালিম কৰ্ম্ম-প্ৰধান। আচলতে এই বিশ্লেষণ ভুল। পুৰণি শিক্ষা পদ্ধতিক জ্ঞান-প্ৰধান বোলাও ভুল আৰু নতুন শিক্ষা পদ্ধতিক কৰ্ম্ম প্ৰধান বোলাও ভুল। যেতিয়াৰে কৰ পুৰণি শিক্ষা পদ্ধতি পুথি-প্ৰধান আৰু নঈতালিম

উদ্যোগ প্ৰধান। কিন্তু এই ব্যাখ্যাও পূৰ্ণ নহয়। আমাৰ লক্ষ্য কামৰ কাৰণে উপযুক্ত কৰ্ম্মী তৈয়াৰ কৰাও নহয় আৰু জ্ঞান-যুক্ত কাৰিকৰ নিৰ্ম্মাণ কৰাও নহয়। আমি মানৱৰ পূৰ্ণ গুণ বিকাশৰ হে আশা-বাদী। ইয়াত যি সকল শিক্ষক আৰু শিক্ষাৰ্থীয়ে ভাগ লব তেওঁলোক উভয় কুলৰেই পূৰ্ণ-বিকাশ হব লাগিব। যদি তেওঁলোকে "কেৱল জ্ঞান" বা "কেৱল কৰ্ম্ম-কুশলতা" বা দুয়োটাকেই প্ৰাপ্ত কৰে তেন্তে সেই শিক্ষাও একাঙ্গীয়েই হব। কাৰণ 'কৰ্ম্ম-শক্তি' আৰু 'জ্ঞান-শক্তি' বিভিন্ন গুণ-সমূহৰ ভিতৰৰে মাত্ৰ দুটা। কিন্তু শিক্ষাৰ দ্বাৰাই আমি সকলো গুণ বিকাশৰ অপেক্ষাত আছোঁ।

## আন্তৰিক বিকাশ

মানুহে কয় যে আমি ল'ৰা-ছোৱালীক সূতা কাটিবলৈ শিকাওঁ আৰু তাৰ দ্বাৰাই জ্ঞান দিওঁ। কিন্তু আমাৰ কেৱল এইখিনিয়েই কাম নহয়। আমি এইটো চাব লাগিব যে ইয়াৰ দ্বাৰাই সিহঁতৰ আন্তৰিক বিকাশ হৈছেনে নাই? সিহঁতৰ এলাহ ভাৱ গ'ল নে নাই? সিহঁতৰ মনলৈ উদ্যোগ-শীলতাৰ ভাব আহিছেনে নাই? সিহঁত সকলো ফালৰে পৰা নিৰ্ভয় হব পাৰিছেনে নাই? সিহঁত সত্য-বাদী, সংযমী আৰু 'সেৱা-পৰায়ণ হৈছেনে? এই সকলোবিলাক কথা আমি চাব লাগে।

## পৰীক্ষাৰ দোষ-পূৰ্ণ পদ্ধতি

পুৰণি শিক্ষা পদ্ধতিৰ অতি জঘন্য-ছবি পৰীক্ষাৰ সময়ত মোৰ আগত আহি পৰেহি। যেতিয়া আমাৰ পৰীক্ষা চলে তেতিয়া আমাক চাবৰ কাৰণে নিৰীক্ষক ৰখা হয়। পৰীক্ষাৰ্থী সকলে চুৰ কৰি ইজনে সিজনৰ চাই লিখে বুলিয়েই তেওঁলোকক নিযুক্ত কৰে। এইবিলাক দেখি শুনি মোৰ বৰ দুঃখ লাগে।

যদি আমাৰ প্ৰতি আৱন্তৰে পৰাই এনে তাৰ কথা খায় যে আমি চুৰ কৰিব পাৰো ; তেনেহলে দেখোন ছাত্ৰৰ দৃষ্টিৰে আমি প্ৰথমতে ফে'ল হ'লো। এনেক্ষেত্ৰত আমাৰ পৰীক্ষা লবলৈ আৰু কি বাকী থাকিল ?

## সতৰ্কতাৰ আৱশ্যক

যদি আৰম্ভৰে পৰাই আমি সম্পূৰ্ণ সতৰ্কতা অৱলম্বন নকৰো তেন্তে গুণ-বিকাশৰ ফালে মনোযোগ নিদিয়া পুৰণি শিক্ষা পদ্ধতিৰ দোষো এই নঈ তালিমলৈ আহি যাব পাৰে। ইমান নেচা সূতা কটোৱাৰ কথাটোকে গুৰুকলে চাব নেলাগে। আমি চাব লাগে এইটোহে যে ল'ৰা-ছোৱালীবোৰৰ আত্ম-শক্তি প্ৰকাশ হৈছেনে নাই ?

## বিনয়ৰ দ্বাৰা গুণ বিকাশ

সংস্কৃতত শিক্ষাক 'বিনয়' বোলে। কাৰণ বিনয় সকলোবোৰ গুণৰ প্ৰবেশ-দ্বাৰ। তাৰ যোগেদিয়েই আন আন গুণৰ বিকাশ হয়। যি বিনীত, নম্ৰ, বিনয়শীল তেওঁ য'লৈকে নেযাওক লাগে গুণ-জ্ঞান আয়ত্ত কৰিব পাৰিবই আৰু য'তে ভাল কথা দেখে ত'তে তেওঁ তাক গ্ৰহণ কৰিব। এই গুণগ্ৰাহিতা বিনয়ৰ প্ৰধান লক্ষণ। এই কাৰণেই পূৰ্ব্ব পুৰুষ সকলে আমাৰ মনোযোগ বিনয়ৰ ওপৰত কেন্দ্ৰিত কৰিছিল।

## মোৰ সত্যস্বৰূপ

মই দেহ নহওঁ, দেহতকৈ পৃথক। মোৰ সত্যস্বৰূপ সুন্দৰ আৰু পৰিশুদ্ধ। সি কেতিয়াও অশুদ্ধ নহয়। ভুল হ'লেও দেহৰেই হে হয়। মোৰ দেহ অপবিত্ৰ, কিন্তু মই অপবিত্ৰ নহওঁ। আত্মা দেহতকৈ ভিন্ন বুলি জনাটোৱেই শিক্ষা। য'ত এই ভিন্নতাৰ জ্ঞান নহয় তাক শিক্ষা বুলিব নোৱাৰি আৰু তাক শিক্ষাৰ্থীৰ জ্ঞানো হব নোৱাৰে।

যদি কোনো ল'ৰাক অপৰিষ্কাৰ যেন দেখা যায় তেন্তে মই তাক এই বুলি নকওঁ যে তুই লেতেৰা! তাক মই এইদৰে হে ক'ম যে "তই ল'ৰাটো ভালেই, কিন্তু তোৰ গাত হে কিছুমান লেতেৰা বস্তু লাগি আছে। তাক তই গুচাই পেলা।"

### মনৰ শুধৰণী

আমাৰ মনটো ঘড়িৰ নিচিনাকৈ হাতত লৈ চাব পৰা আৰু যদি তাত কেতিয়াবা কিবা দোষ থকা দেখা যায় তেন্তে তাক আমি শুধৰাই লব পৰা হব লাগে। যি কেতিয়াও বেয়া নহয় আৰু অপবিত্ৰ নহয় সেয়েই মই। বেয়া আৰু অপৰিষ্কাৰ হোৱা দেহাটোক ভাল আৰু পৰিষ্কাৰ কৰোঁতা ময়েই। যেতিয়া আমাৰ এই ভাব স্থিৰ হব তেতিয়াহে আমাৰ প্ৰকৃত শিক্ষাৰ দৃষ্টি লাভ হব।

—'সিংহাৱলোকন'ৰ পৰা

### জ্ঞানৰ বাধ্যা : ২১ :

আশাদেৱীয়ে এই মাত্ৰ কৈ গ'ল যে ৱিনোবা এজন শিক্ষক। তেওঁ কোৱাটো যে অনুচিত হৈছে সেইটো মই কোৱা নাই। কিন্তু মোক এজন বিদ্যাৰ্থী বোলা হ'লেহে বেছি ৰজিতা খাই পৰিলহেঁতেন। মোৰ জেলৰ বন্ধু সকলেই মই যে বিদ্যাৰ্থী তাৰ সাক্ষী। অধ্যয়নৰ কাৰণে মোক বাহিৰা প্ৰেৰণাৰ আৱশ্যক নকৰে। মই মোৰ জীৱনৰ বেছি ভাগ সময় প্ৰত্যক্ষ কামতেই দিছিলো। সেই কাৰণেই মোৰ বুদ্ধি সদায় সতেজ হৈ থকাৰ অভিজ্ঞতা মই পাইছো।

## বুদ্ধি সতেজ হৈ কেনেকৈ থাকে

মুকলি বতাহত কিছু নহয় কিছু সময় দৈহিক-শ্ৰম কৰাটোকেই বুদ্ধি সতেজ কৰাৰ প্ৰধান উপায় বুলি মই ভাবিছোঁ। যেনেকৈ উত্তপ্ত পৃথিবীয়ে বৰষুণৰ কাৰণে অপেক্ষা কৰি থাকে সেইদৰেই বুদ্ধিয়েও জ্ঞান গ্ৰহণৰ নিমিত্তে সাজু হৈ থাকে। দৈহিক শ্ৰমৰ দ্বাৰাই উত্তপ্ত বুদ্ধিয়েও জ্ঞান গ্ৰহণ কৰিবৰ কাৰণে উৎসুক হৈ থাকে আৰু সি জ্ঞানক ফলৱতী কৰি তোলে। আমি ছাত্ৰৰ মগজুত জ্ঞান সুমাই দিব নেলাগে মাত্ৰ তেওঁলোকৰ অন্তৰত জ্ঞানৰ পিয়াহহে জন্মাই দিব লাগে। জ্ঞান প্ৰাপ্ত কৰাৰ শক্তি সৃষ্টি কৰিব লাগে।

ছাত্ৰই নিজে নিজে শিকে। উপনিষদত বৰ্ণিত আছে যে ছাত্ৰক এজাক গৰু দিয়া হয় আৰু সেই গৰু চৰাওঁতে-চৰাওঁতে তেওঁলোকে শিক্ষা লাভ কৰে। তেওঁলোকক কেতিয়াবা বলধে, কেতিয়াবা চৰায়ে আৰু কেতিয়াবা গছেও জ্ঞান দিয়ে। জ্ঞান পালেই তেওঁলোকৰ গাৰ গঠন সতেজ হৈ উঠে। তাকে দেখি গুৰুৱে কয় "বোপাই! তই দেখোন জ্ঞান পোৱা যেন লাগিছে।" তাৰ পাচত ছাত্ৰই কয় "গুৰুৰ মুখৰ পৰা নহ'লে জ্ঞান কেনেকৈ পোৱা যাব পাৰে?" গুৰুৱে কয় "তই প্ৰকৃত জ্ঞান পাইছ। তোৰ বিদ্যা নিৰ্দোষী। গুৰুৰ চাৰ-মোহৰ পৰা মাত্ৰেই গুৰু-কুলত কাম কৰা সমাপ্ত হয়।"

## মুখৰ চেহেৰাত শিক্ষাৰ জ্যোতি

ছাত্ৰ আৰু শিক্ষক উভয়েই পৰস্পৰে পৰস্পৰৰ আচৰণৰ দ্বাৰাই শিক্ষা পায়। দুয়ো ছাত্ৰই। যিটো দিব নোৱাৰি সেয়েই শিক্ষা। যিটো লব পাৰি, যাৰ হিচাপ ৰাখিব পাৰি বা যাক লিখিব পাৰি সি শিক্ষা নহয়। শিক্ষাক জোখা-জোখা

কৰিব নোৱাৰি। জীৱনেই শিক্ষা। "কেলবি"ৰ প্ৰকৃত ছিচাপ কাগজত নহয়, শৰীৰতহে দেখা যায়। যিটো অভিজ্ঞতা হৈছে, খোৱা হৈছে, জ্ঞান নিওৱা হৈছে আৰু তেজত মিলি গৈছে সেয়েই প্ৰকৃত শিক্ষা।

## পৰীক্ষা মানে জুলাপ

যিটো বিষয়ৰ মই পৰীক্ষা দিব লগা হৈছিল, তাৰ বিশেষ জ্ঞান মোৰ নাছিল। কিন্তু যিটো বিষয়ৰ পৰীক্ষা দিয়া নাছিলো তাৰ হ'লে যথেষ্ট জ্ঞান আছিল। এই কাৰণে মই মোৰ নিজা অভিজ্ঞতাৰ পৰা পৰীক্ষাক কোনো মূল্য দিব নোখোজোঁ। পেট চাফা কৰিবলৈ যেনেকৈ জুলাপ লোৱা হয়, পৰীক্ষাও ঠিক তেনেকুৱাই।

## পাহৰাৰ মহিমা

উপনিষদত জ্ঞানৰ লগে-লগে অজ্ঞানৰ গুণ-যশস্যাও কীৰ্ত্তন কৰা হৈছে। মানুহক জ্ঞানো লাগে অজ্ঞানো লাগে। অকল জ্ঞান বা অকল অজ্ঞানে অন্ধকাৰলৈ লৈ যায়। উপযুক্ত জ্ঞান আৰু উপযুক্ত অজ্ঞানৰ সংযোগতহে অমৃতত্ব থাকে। এনেকৈ চালে পৃথিৱীত ইমান জ্ঞান উপচি পৰি আছে যে সেইবোৰ মানুহৰ মগজুত ভূমাবলৈ যত্ন কৰিলে মানুহ পাগল হৈ যাব। এই বাবে স্মৰণৰ লগে-লগে বিস্মৰণৰো আৱশ্যকতা আছে। ছাত্ৰই যদি কোনো এটা কথা মুখস্থ কৰি যেনে আছিল তেনেই শুনাব খোজে তেন্তে মই তাত মুঠেই সন্তুষ্ট নহ'ম। তেওঁক মই গ্ৰামোফোন বুলিহে ক'ম। তেতিয়া তেওঁ যন্ত্ৰ হৈ পৰিব। মই তেওঁক চেতন-শীল পদাৰ্থ বুলি নেভাবোঁ যদি চেতন-শীল তেওঁ কিছু এৰিব আৰু কিছু যোৰাও দিব।

—'ব্ৰান্স ৰ্দ্দন'ৰ পৰা—

## নঈ তালিম এটা বিচাৰ : ২২ :

আজি প্ৰায় চৈধ্য বছৰৰ মূৰত নঈতালিমৰ এটা বৰ ডাঙৰ বিচাৰ আমাৰ দেশে পাইছে। এনেকৈ চাঁদে সি নতুন নহয়, কিয়নো কোনো সত্যৰ অনুভৱ নতুন হ'ব নোৱাৰে। সি সনাতন বস্তু। তাৰ বীজ ভূত কালত পৰি থাকে। কিন্তু যেতিয়া তাৰ কোনো ভাগ আমাৰ যুগৰ কালে আকৃষ্ট হয় তেতিয়াই আমি জানিব পাৰো যে আমি এটা নতুন বিচাৰ পাইছো। আমাৰ কাৰণে সি নতুন হব নোৱাৰে। আমি যে ভাৱধাৰা প্ৰেৰণা পাওঁ এয়েই তাৰ নতুনত্ব। নঈতালিমৰ বিচাৰে ইমান বছৰ তপস্যা কৰিলে আৰু এতিয়া সি দেশৰ আগত এক আহ্বানৰ ৰূপত থিয় দিছে। অত বছৰৰ মূৰত নঈ তালিম এনেকুৱা এটা প্ৰমাণিত বস্তুত পৰিণত হৈছে যে তাৰ বিশুদ্ধতা, পুষ্টি আৰু অদ্ভুতত্বৰ ক্ষেত্ৰত সন্দেহ কৰিবৰে কোনো থল নোহোৱা হৈ পৰিছে।

### আমাৰ মূৰ্খতাৰ চিন

কিন্তু মই আচৰিত হৈছো আৰু বৰ দুঃখেৰে সৈতে কব লগা হৈছে যে স্বাধীনতা পোৱাৰো আজি তিনি বছৰ পাৰহৈ গ'ল, তথাপি ইয়াক কাৰ্য্যকৰী কৰিবলৈ আমাৰ এতিয়াও সাহ ওপজা নাই। স্বাধীনতা পোৱাৰ আগতে মানুহবোৰক গোলাম কৰি ৰাখিবৰ নিমিত্তে যি শিক্ষাক উচিত বিবেচনা কৰি চলাই থকা হৈছিল তাকেই যদি স্বাধীনতা পোৱাৰ পিচতো চলাই থকা যায় তেন্তে তাতকৈ আৰু বেছি মূৰ্খতাৰ চিন কি হব পাৰে? যদি আমি ইয়াক এতিয়াও প্ৰয়োগ অৱস্থাত আছে বুলি ভাবোঁ আৰু যদি ভাবোঁ যে ই অলপ অলপ হৈ পৰিছে, থাবৰ হোৱা নাই গতিকে যেতিয়া তালৈকে পৰিব তেতিয়াহে থাব পৰা হব—তেন্তে মই ক'ম যে তেতিয়ালৈকে

আপোনালোকে শিল আৰু ইটা খাই থাকিবনে কি? আজি কি বস্তুটোনো আপোনালোকে খাবৰ উপযুক্ত হৈছে? যিটো খাইছে সিয়োতো খাবৰ উপযুক্ত নহয়, তাক দলিয়াই পেলাবৰ হে উপযুক্ত। তাক এতিয়াই পেলাই দিয়ক আৰু কওক যে "শিক্ষা কেনে হব লাগে সেইটো আমাৰ মনত এতিয়াও খেলোৱা নাই, তাৰ বিষয়ে ভাবিবলৈ আৰু কেইমাহ মান লাগিব, তেতিয়ালৈকে শিক্ষা বন্ধ কৰি দিয়া হওক। আমাৰ ল'ৰা-ছোৱালীবিলাকেও মজুৰি কৰাত লাগি যাওক কিয়নো উৎপাদন বঢ়োৱাটো আমাৰ অতি আৱশ্যকীয়" এইদৰে কোৱা হলে নো কি ক্ষতি আছিল? কিন্তু পতাকা পৰিৱৰ্ত্তন কৰিবলৈ আমি যিমান খৰ্-খৰ্ লগালো, শিক্ষা পৰিৱৰ্ত্তন কৰিবলৈ আমি সিমান খৰ্-খৰ্ কৰাৰ আৱশ্যকতা উপলব্ধি কৰা নাই। ইয়াকে মই মূৰ্খতা বা অজ্ঞতা বুলি কৈছোঁ।

## নঈতালিম সকলোৰে কাৰণে

এই নঈতালিমক আমি এতিয়া বুনিয়াদী শিক্ষা নাম দিছোঁ। কিন্তু বুনিয়াদীৰ নো অৰ্থ কি তাক আমি জনা নাই। বুনিয়াদী মানে আমি এইটোকে বুজিছো যে ল'ৰা-ছোৱালীক আৰম্ভণিতে দিয়া শিক্ষা। কিন্তু তাৰ অৰ্থ অকল এইটোৱেই নহয়। ইয়াৰ মানে হৈছে এই যে দেশত আৰম্ভৰে পৰা শেষলৈকে যি শিক্ষা দিয়া যাব। সি লাগে নিম্ন খাপৰে হওক বা মজলীয়া খাপৰে হওক নাইবা উচ্চ খাপৰে হওক, সেই গোটেই শিক্ষা এই বুনিয়াদ অৰ্থাৎ ভেটিৰ ওপৰত প্ৰতিষ্ঠিত কৰিব লাগিব। ইয়াত গাৱঁলীয়াৰ কাৰণে এটা শিক্ষা আৰু নগৰীয়াৰ কাৰণে আন এটা শিক্ষা হব নোৱাৰে। প্ৰথম চাৰি বছৰ এই শিক্ষা লব আৰু তাৰ পিচত ইয়াৰ লগত কোনো সম্বন্ধ নথকা আন শিক্ষা লব এইটোও ইয়াত

চলিব নোৱাৰে। প্ৰয়োগৰ কাৰণে শৰণাৰ্থী সকলৰ মাজত এই শিক্ষা প্ৰবৰ্ত্তন কৰা আৰু দেশত আন শিক্ষাকেই চলাই থকাটোও কোনো মতেই যুক্তি যুক্ত হব নোৱাৰে। তাৰ মানে আমাৰ দেশৰ সমুদায় শিক্ষা নঈ তালিমৰ ভেটিত প্ৰতিষ্ঠিত হব বুলি ভাবি কাম কৰি গ'লেহে এই শিক্ষা "বুনিয়াদী শিক্ষা" বুলি কবৰ উপযুক্ত হব। এই শিক্ষাৰ প্ৰয়োগত লাগি থকা মানুহক যেতিয়া মই সোধো যে "নগৰৰ কাৰণে আপোনালোকে কি ভাবিছে ? তেতিয়া তেওঁলোকে কয় যে "এই শিক্ষা নগৰীয়াৰ কাৰণে নহয়, গাৱঁলীয়াৰ কাৰণেহে।" মোৰ মতেৰে ইয়াতকৈ আৰু ভুল ধাৰণা আন একো হব নোৱাৰে। এই শিক্ষা সকলোৰে কাৰণে। নগৰ আৰু গাৱঁৰ পাৰ্থক্যতা ইয়াত নাই।

## শোষণ বন্ধ কৰক

আজি নগৰৰ বা-বতাহ যেনেকুৱা, তেনেকৈয়ে যদি আমি থাকিবলৈ দিব খোজোঁ; তেন্তে ভাৰতবৰ্ষত শান্তিয়ে বিৰাজ কৰিব নোৱাৰিব। যি সকল গাৱঁলীয়াৰ জহত আজি নগৰ তিষ্ঠি আছে তেওঁলোকৰ সেৱা কাৰ্যত নগৰবাসী লাগি যাব লাগে আৰু এই মনোভাব লৈয়েই নিজৰ নিজৰ ল'ৰা-ছোৱালীকো শিক্ষা দিব লাগে। এইটো কেতিয়াও হব নোৱাৰে যে গাৱঁৰ ল'ৰা-ছোৱালীয়ে দেশ-সেৱাৰ শিক্ষা পাব আৰু নগৰৰ ল'ৰা-ছোৱালীয়ে দেশক লুণ্ঠন কৰাৰ শিক্ষা পাব। অন্ততঃ এইখন দেশত তেনে শিক্ষাৰ ব্যৱস্থা কৰাটো অনুচিত হব। কিয়নো এইখন দেশ জাগ্ৰত হৈছে আৰু জাগ্ৰত দেশে এনে ধৰণৰ ভেদ ভাব কেতিয়াও সহ্য কৰিব নোৱাৰে। বুনিয়াদী শিক্ষাৰ অৰ্থ কৰলৈ গৈ মই এইখিনি কৈ পেলালো।

## তন্ত্ৰ নেলাগে

ইয়াত কিছু বিপদৰ সম্ভাৱনাও আছে। সেই কাৰণে মই আপোনালোকক অগা-আগিকৈ কৈ দিব খুজিছোঁ। আমি ইয়াত তাৰ কিছু প্ৰয়োগ কৰিছোঁ। আপোনালোকে তাৰে কেইটামান আহিঁ এই প্ৰদৰ্শনীত দেখিবলৈ পাব। গোটেই ভাৰতবৰ্ষৰ মানুহেই ইয়াতে শিক্ষা লবলৈ আহে। আপোনালোকে গোটেই প্ৰদেশবোৰৰ দৰ্শন ইয়াতে কৰিবলৈ পাইছে। সকলো ঠাইৰে মানুহ ইয়ালৈ আহে আৰু ইয়াৰ পৰা কিবা লৈ গুচি যায়। ইয়াত মই বিপদৰ সম্ভাৱনা দেখিছোঁ। আপোনালোকে ইয়াত যি দেখিব বা শিকিব সি কেৱল দিগদৰ্শন হিচাপে দিক্ সূচকহে হব। এইদৰে যদি ভবা নেযায়, তেন্তে এফালে ভাত চৰকাৰী নিয়ম তন্ত্ৰ আন ফালে ইয়াত তালিমী সংঘৰ নিয়ম তন্ত্ৰ এই দুয়োটা তন্ত্ৰৰ মাজত ইয়াৰ গোটেই শিক্ষা দিয়া হব। মই নিয়ম-তন্ত্ৰলৈ বৰ ভয় কৰোঁ, বিশেষকৈ শিক্ষাৰ ক্ষেত্ৰত নিয়ম-তন্ত্ৰ এনেকুৱা এটা বস্তু যে সি ইয়াক নাইকিয়া কৰি পেলায়। বুনিয়াদী শিক্ষাৰ যি অনুভৱ তালিমী সংঘৰ দ্বাৰাই পাইছে তাক আপোনালোকৰ আগত এটা আহিঁ স্বৰূপেহে দাঙি ধৰা হৈছে। সেই বিষয়ে যাতে আপোনালোকে নিজে স্বতন্ত্ৰ ভাবে চিন্তা কৰি চায় আৰু প্ৰত্যেক ঠাইতেই নিজা ভাবে প্ৰয়োগ কৰে এয়েই মোৰ কামনা।

## নঈ তালিমৰ বিবিধ দৰ্শন

ইয়াৰ কাম চাবৰ কাৰণে এজন মানুহ মোৰ ওচৰলৈ আহিছিল। তেওঁ কৈছিল যে ইয়াত নঈ তালিমৰ প্ৰয়োগ ক'ত ক'ত চলিছে মই তাক চাব খুজিছোঁ। তেতিয়া মই তেওঁক কলোঁ—"প্ৰথমে সেৱাগ্ৰামলৈ যোৱাঁ। তাত তালিমী সংঘক

তত্বাৱধানত কি চলিছে তাক চাই লোৱা। তাৰ পাচত যাবা বৰ্ধাৰ মহিলা আশ্ৰমলৈ, তাতো যি চলিছে চাব পাৰিবা। তাৰ পাচত যাবা গো-পুৰীলৈ। তাতো যি যি চলিছে তাক চাই লবা। শেষত যাবা মগনবাৰীলৈ।" তেওঁ সকলো বোৰ চাই-চিন্তি আহি শেষত মোৰ গুৰ পালেগৈ আৰু কলে "মই সকলো ঠাইতে পৃথক পৃথক যেন দেখিলো। সেৱাগ্ৰামত যি দেখিলো মহিলা আশ্ৰমত তেনে নেদেখিলো, তাত অলপ বেলেগ যেন দেখিলো। সিফালে গো-পুৰীত তো বেলেগেই চলিছে। তাত দেখিলো গোটেই কাৰখানাই কাৰখানা, কামেই কাম। মহিলা আশ্ৰমত শিক্ষা দিয়া হয়, ছোৱালীবোৰক ভাত ৰান্ধিবলৈ আৰু কাপোৰ ববলৈও শিকুৱা হয়। তাত পায়খানা চাফায়ো ছোৱালীবোৰে নিজে নিজে কৰে। প্ৰত্যেক ঠাইতে বেলেগ আহি দেখা পালো।" তেতিয়া মই তেওঁক কলো যে সেই সকলোবোৰেই নঈ তালিম আৰু সকলোবোৰেই নঈ তালিমৰ প্ৰয়োগ। নঈ তালিম এটা "তন্ত্ৰ" নহয় "বিচাৰ" হে।

আজি-কালি বহুতেই এই বুনিয়াদী শিক্ষাক এটা পদ্ধতি হিচাপে চাবলৈ লৈছে। শিক্ষা পদ্ধতিৰ একোটা টেক্‌নিক্ আৰু একোটা বিশিষ্ট তন্ত্ৰ থাকে। তাকে লৈয়েই তেওঁলোকে ভাবে যে যেনেকৈ আগতে অনেক শিক্ষা-পদ্ধতি ওলাই গৈছে সেই দৰেই ইয়ো এটা নতুন শিক্ষা-পদ্ধতিয়েই আহিছে। কিন্তু এই দৰে ভবাটো ভুল। দৰাচলতে ই পদ্ধতি নহয় এটা 'বিচাৰ' হে। যেনেকৈ প্ৰাচীন কালত ভাৰতবৰ্ষই এটা অত্যন্ত ব্যাপক ব্ৰহ্ম-বিচাৰ পাইছিল ইয়ো ঠিক তেনেই বিচাৰেই। একেটা ব্ৰহ্ম বিচাৰৰ পৰাই অদ্বৈত উপাসনাও ওলাইছে, দ্বৈত উপাসনাও ওলাইছে, বিশিষ্ট অদ্বৈত উপাসনাও ওলাইছে আৰু শুদ্ধ অদ্বৈত উপাসনাও ওলাইছে। এই দৰেই কেইবা প্ৰকাৰৰো উপাসনা

এক ব্ৰহ্ম-বিচাৰৰ পৰাই সৃষ্টি হৈছে, সেই দৰেই ইয়ো এটা ব্যাপক শিক্ষা-বিচাৰ ।

## অনুবন্ধৰ ভুল ধাৰণা

এবাৰ এজন মানুহৰ লগত আলোচনা চলি আছিল। মই তেওঁক কৈছিলো যে পাশ্চাত্য শিক্ষা পদ্ধতিত শ্লোক আদি মুখস্থ কৰোৱাত বিশেষ গুৰুত্ব নিদিয়ে, কিন্তু ই ভুল। ল'ৰা-ছোৱালীৰ হতুৱাই বচা বচা ভাল ভাল বহুতো শ্লোক মুখস্থ কৰাব লাগে। মই মোৰ নিজৰেই উদাহৰণ দি কৈছিলো যে তাৰ দ্বাৰাই মোৰ কিমান লাভ হৈছে আৰু জীৱনত তাৰ পৰা যথেষ্ট সহায়ো পাইছোঁ। আমাৰ সাহিত্যত উচ্চ অনুভৱৰ যি বিলাক বিচাৰ আছে, সেইবোৰ যদি আমাৰ মুখস্থ থাকিল হেঁতেন তেন্তে তাৰ দ্বাৰা কিমান লাভ হ'ল হেঁতেন ? এই কাৰণে পাশ্চাত্য শিক্ষা-বিদ আৰু আমাৰ ভিতৰত এই সম্পৰ্কীয় অনুভৱত যথেষ্ট পাৰ্থক্য আছে। তেওঁলোকে এক প্ৰকাৰৰ বিশ্লেষণ পদ্ধতিৰে চায় আৰু পৃথিৱীখনক খণ্ড-বিখণ্ড কৰি ভাগ ভাগ কৰি পেলায়। আৰু সেই বিলাককে না-না শাখাত বিভক্ত কৰে। কিন্তু আমি গোটেই পৃথিৱীখনকেই সমগ্ৰ ৰূপত দেখোঁ আৰু তাৰ অদ্বৈত স্বৰূপক চিনি লওঁ। তাৰ পদ্ধতি আৰু ইয়াৰ পদ্ধতিত এই খিনিয়েই প্ৰভেদ। এই কাৰণে আমি সাহিত্যৰ সৰ্ব্বোত্তম বিচাৰ ধাৰাক মুখস্থ কৰোঁ। যি ইয়াকে নকৰে তেওঁলোকে বুদ্ধিৰ ওপৰত যথেষ্ট গুৰুত্ব আৰোপ কৰে। বুদ্ধিৰ স্থান সৰ্ব্ব-সন্মত। কিন্তু ভাৱ বা ভাৱনাক এৰিব নোৱাৰে। অন্তৰখনো এটা বস্তুৱেই। তাৰ পৰিপুষ্টিৰ কাৰণে এনে ধৰণৰ সৎ বিচাৰ মুখস্থ কৰাটো অপৰিহাৰ্য্য আৰু অতি আৱশ্যকো। তেতিয়া তেওঁ তৎক্ষণাত কলে "ঠিকেই আৰু, মই তাক মানি লৈছো। পিছে উদ্যোগৰ লগত ইয়াক

সম্বন্ধ স্থাপিত কেনেকৈ কৰিব ?" মই তেওঁক ক'লো— ইয়াৰ উত্তৰ স্বৰূপে মই বাৰু এটা প্ৰশ্নকে সোধো। আপোনাৰ ল'ৰা-ছোৱালীবোৰেতো বাতি শোৱে। তেনেহলে শোৱাৰ লগতনো সেই উদ্যোগৰ কি সম্বন্ধ আছে ? অনুগ্ৰহ কৰি মোক কওকচোন।" তেওঁ কলে "শোৱাৰ পিচত যে উৎসাহ আহিব এয়েই তাৰ সম্বন্ধ আৰু যিহেতু উদ্যোগৰ কাৰণে উৎসাহৰ আৱশ্যকতা আছে সেই বাবে ইহঁত দুয়োটাই পৰস্পৰৰ লগত সম্বন্ধিত হয়।" তাৰ পিচত মই কলোঁ বাৰু, এই দৰেই চাওক মানুহৰ এটা আত্মা থাকে ; সেই আত্মা-শক্তিৰ দ্বাৰায়েই দেশ শক্তিশালী হয়। অকল দেহটোত শক্তি নেথাকে। আত্মাতকৈ ভিন্ন যি দেহ থাকে তাক জগতে দেহ নোবোলে বৰং লাচ্ হে বোলে আৰু তাৰ সম্বন্ধ শ্মশানৰ লগত হে হয়। যি দেহত আত্মা থাকে সেই দেহত কৰ্তৃত্ব-শক্তিও থাকে। এই কাৰণেই আত্মাৰ বিকাশৰ অৰ্থে কিছুমান উত্তম শ্লোক পাঠ কৰাটো আৱশ্যক বুলি ভাবোঁ।

এই উদাহৰণটো মই এই কাৰণেই দিলোঁ যে বহুতো মানুহে এতিয়া ইয়াৰ তন্ত্ৰ তৈয়াৰ কৰিব খুজিছে আৰু সেই তন্ত্ৰৰ মেৰপাকত যদি ইয়াকো সুমাই লোৱা যায় তেন্তে ইয়ো নিৰ্জীৱ পদাৰ্থৰ দৰে হৈ পৰিব। তাৰ পিচত আৰু মানুহে একো কৰিব-মেলিব লগা নহব। আৰু প্ৰত্যেকটো জ্ঞানেই প্ৰত্যেকটো কৰ্ম্মৰ লগত কেনে ভাবে সম্বন্ধিত হব পাৰে তাৰ অনুসন্ধানত বেচাৰাহঁত লাগি থাকিব লাগিব। ইয়াৰ পৰা আমি মুক্ত হোৱা উচিত। নঈতালিম হৈছে এটা জীৱন-দৰ্শন। তাত যি দৃষ্টি থাকে তাকে লৈ কাম কৰিব লাগিব।

### নৃত্য-গীতৰ সীমা

স্কুলত পৰিশ্ৰমক স্থান দিয়া হৈছে, কিন্তু তাৰ লগে লগে মনোৰঞ্জন কাৰ্য্যক্ৰমো চলে। তাক মই বিৰোধ নকৰোঁ।

কিয়নো তাৰ দ্বাৰাই নাদ-ব্ৰহ্মৰ উপাসনা হয়। অৱশ্যে এটা কথা আমি মনত ৰখা উচিত যে আমাৰ দেশৰ মানুহ ভোকাতুৰ। এই দৃশ্যটো আমি আমাৰ দৃষ্টি গোচৰলৈ অনা উচিত হব যে এজনে ভোকত চট্-ফটাই আছে আৰু আনজনে চট্‌ফটাই প্ৰাণ ত্যাগ কৰিছে। এই দৃশ্যটো মনত ৰখাৰ পিচত যদি নাচিবৰ মন যায় নাচিব, গাবৰ মন যায় গাব আৰু বজাব মন যায় বজাব। মানুহে ছবি আঁকিবলৈ শিকে। মই তেওঁলোকক এনেকুৱা ছবি আঁকিবলৈ ক'ম যে, এজন মানুহে ভোকত কল্‌মলাই আছে, দ্বিতীয়জন মৰো মৰো অৱস্থাত আছে, আৰু তৃতীয়জন ইতিমধ্যে মৰিছেই। এনেকুৱা ছবি সন্মুখত ৰাখি আমি কাম কৰিব লাগে। তেতিয়াহে ভাৰতবৰ্ষৰ শিক্ষাৰ স্বৰূপ কেনেকুৱা হব লাগে তাক আমি জানিব পাৰিম। আমি স্কুলত সাংস্কৃতিক কাৰ্য্যক্ৰম কৰিছোঁ বুলি কওঁ। বাৰু মযো ইয়াক মানি লৈছোঁ। মই যে ইয়াক মূল্য দিব নোখোজোঁ এনে নহয়। মানুহৰ জীৱনত ইয়াৰো স্থান আছে। কিন্তু শিক্ষাৰ মূল উদ্দেশ্যলৈ পিঠি দি, আৰু আমাৰ মুখ্য সমস্যালৈ আওকাণ কৰি আমি কেতিয়াও ইয়াৰ লগত পাগল হৈ পৰিব নেলাগে।

## শিক্ষা সংযম প্ৰধান হব লাগে

মানুহে কয় যে ভাৰতবৰ্ষত জন-সংখ্যা দিনক দিনে বাঢ়িব লাগিছে। ই যে এটা গম্ভীৰ আৰু ভাবিব লগীয়া কথা তাত কোনো সন্দেহ নাই। কিন্তু মই আপোনালোকক কব খোজোঁ যে জন-সংখ্যা বঢ়া বাবে মই সিমান ভয় কৰা নাই যিম'ন ভয় নিবীৰ্য্য প্ৰজা বঢ়া বাবে কৰিছোঁ। প্ৰজা যদি বীৰ্য্যবান, কৰ্ম্মযোগী আৰু সুদক্ষ হয় তেন্তে তেনেকুৱা

সংখ্যা বঢ়াৰ ভাৰ বহন কৰিবলৈ মোৰ বোধেৰে বসুমতীও সমৰ্থৱান হ'ব । কি   নিবী ? আৰু নিস্তেজ প্ৰজা কিয় বাঢ়িব ধৰিছে বাৰু ? ইয়াৰ মূল কাৰণ হৈছে এইটোৱেই যে দেশত সংযমৰ বা-বতাহ নোহোৱা হৈছে । যিবোৰ সাহিত্য লিখা হৈছে, যিবোৰ চিনেমা চলিব লাগিছে সেই সকলোবোৰেই ভাৰতবৰ্ষৰ সমস্ত বা-বতাহ সম্পূৰ্ণ নিবীৰ্য্য কৰি তুলিছে । এনেকুৱা পৰিবেশত আমাৰ ল'ৰা-ছোৱালী বিলাকক সৰু কালৰে পৰাই সংযমী, বীৰ্য্যবান আৰু নিগ্ৰহী কৰি তোলাটো শিক্ষাৰ প্ৰধান কৰ্ত্তব্য হৈ পৰে । "হস্ত সংযতো, পাদ সংযতো, বাচা সংযতো" বুলি বুদ্ধ ভগৱানেও কৈ থৈ গৈছে । হস্ত কৌশলৰ লগে লগে হস্ত সংযমো দেখিবলৈ পোৱা হৈছে । ইন্দ্ৰিয় কৌশলৰ লগত ইন্দ্ৰিয় সংযমৰো শক্তি থাকিব লাগে । সংযম শক্তি হীন কৌশল মানুহৰ অনিষ্ট সাধন মূলক কামত হে আছে । তাৰ দ্বাৰাই মানুহৰ লাভ নহয় । অকল শক্তিৰেই যে নাহে এনে নহয়, কৌশলৰ কামতো নাহে । শক্তি আৰু কৌশলৰ কল্যাণকাৰী কামত হে সি আহে । কিন্তু এইফালে আমাৰ মনোযোগ বৰ কম । য'ত বুনিয়াদী শিক্ষাৰ কথা উল্লেখ কৰা হয়, তাত হাতৰ কামৰ বা উদ্যোগৰ জৰিয়তে শিক্ষা— কেৱল এই মন্ত্ৰকে জপি থাকে । আৰু তেওঁলোকে ভাবে যে এই বাক্যটোৰ দ্বাৰায়েই আমাৰ শিক্ষা-পদ্ধতিৰ সম্পূৰ্ণ বৰ্ণনা কৰা হৈছে । আচলতে এই বৰ্ণনা ভুল ।

## নঈ তালিম শীল প্ৰধান হ'ব লাগে

আমাৰ এই শিক্ষা পদ্ধতিটো হৈছে এটা সংযম পদ্ধতি । অৰ্থাৎ সি সংযম প্ৰধান হে স্বচ্ছন্দ প্ৰধান নহয় । সৰু কালৰে পৰা ল'ৰা-ছোৱালী বিলাকৰ মন, বুদ্ধি আদি ইন্দ্ৰিয়

সমূহক সংযমত ৰখাটোৱেই প্ৰধান দৃষ্টি হব লাগে। তেওঁ-লোকৰ বাণীত সত্য নিষ্ঠতা থাকিব লাগে। বাণীৰ দ্বাৰাই অপেক্ষিত ভাব প্ৰকাশ হব লাগে। ইয়াৰ মানে অকল বাণীৰ ঠাচ দেখিলেই নহয়, বৰঞ্চ বাণীৰ শীলতাৰ প্ৰতিও দৃষ্টি ৰখা উচিত। শীলতা আৰু ঠাচ্ এই দুয়োটাৰ ভিতৰত যি প্ৰভেদ আছে তাৰ প্ৰতি আপোনালোকৰ মনোযোগ আকৰ্ষণ কৰিব খুজিছোঁ।

### নঈ তালিম মহিলাৰ হাতত থাকিব লাগে

আৰু এটা কথা মই এই খিনিতে কৈ থওঁ। এই যে সংযম যুক্ত বা-বতাহ সৃষ্টি কৰি ৰখাৰ কথা উঠিছে, ইয়াক ঠিকমতে কাৰ্য্যকৰী কৰি তুলিবলৈ হলে বুনিয়াদী শিক্ষাৰ গোটেই কাম মহিলা সকলৰ ওপৰতেই ন্যস্ত কৰি দিব লাগিব। পৰহি মৃদুলাবেন চাৰাভায়ে মোৰ লগত দেখা কৰিবলৈ আহিছিল। তেওঁ মহিলা সকলৰ বিষয়ে কেইটা মান প্ৰশ্ন মোক সুধিছিল। মই ক'লো—চোৱাচোন! তোমালোকে ঠায়ে ঠায়ে কস্তুৰবা সেৱা কেন্দ্ৰ খুলিছা আৰু গাৱঁলীয়া মহিলা সকলৰ সেৱাৰ আঁচনি প্ৰস্তুত কৰিছাঁ। মোৰ মতেৰে হলে কস্তুৰবাৰ কাম আৰু আমাৰ এই নঈ তালিমৰ কাম সকলো একে হৈ যাব লাগে। ভাৰতবৰ্ষত যিমানবিলাক মহিলা সংগঠন আছে সকলোৰে লগত আমাৰ সম্বন্ধ থাকিব লাগে আৰু সেৱা কাৰ্য্যৰ কাৰণে মহিলাসকলক বাহিৰলৈ উলিয়াই আনিব লাগে। মহিলাসকলৰ হাতত সৰু ল'ৰা-ছোৱালীৰ শিক্ষাৰ ভাৰ দি দিব লাগে। উপনিষদতো এই বুলি কৈছে "মাতৃৱান, পিতৃৱান, আচাৰ্য্যৱান" শিক্ষা প্ৰথমে মাকৰ পৰা, তাৰ পিচত বাপেকৰ পৰা, শেষত আচাৰ্য্যৰ পৰা লব লাগে। শিক্ষাৰ এই ক্ৰমটো ভঙ্গ কৰিব নেলাগে।

## শিক্ষাৰ পৰা দুটা আশা

শিক্ষা দিওঁতে দুটা কথালৈ মন কৰৰ লাগে। প্ৰথমতে যি শিক্ষা দিয়া হয় তাক বাইজৰ খৰচেৰেই দিয়া হয়। এই কাৰণে প্ৰত্যক্ষ ব্যৱহাৰত সি আহিব লাগে। বালক-বালিকাই এনে ধৰণৰ শিক্ষা পাব লাগে যাৰ দ্বাৰাই শিক্ষিত হোৱাৰ পিচত জগতৰ সেৱা কৰিবলৈ আগবাঢ়ি আহিব পাৰে আৰু সিহঁতে যি খিনি শিকে তাৰ দহ গুণ আনকো দিব পাৰে। যেনেকৈ এসেৰ বীজ পথাৰত সিচিলে ২৫ সেৰ হৈ ওলায়, সেইদৰেই ছাত্ৰৰ চিত্ত-ভূমিত বোৱা বিচাৰ-বীজ ১০ৰ পৰা ২০ গুণলৈকে বৃদ্ধি পাব লাগে।

শিক্ষাৰ পৰা দ্বিতীয় আশা এইটোকেই কৰিব পাৰি যে তাৰ দ্বাৰাই ছাত্ৰই সৰ্ব্বাঙ্গীন বিকাশৰ সামগ্ৰী পাব। মনত যিমানবিলাক শক্তি আছে সেই সকলোবিলাকৰ বিষয়েই ঋষি-মুনিসকলে আমাক দঢ়াই দঢ়াই বুজাই থৈ গৈছে। "অনন্তং হি মনঃ, অনন্তা বিশ্বে দেৱাঃ"—বিশ্বদেৱ অনন্ত, আৰু মনো অনন্ত। যেতিয়া আমি তাৰ একো একোটা বৃত্তি আৰু শক্তিৰ বিশ্লেষণ কৰিবলৈ ধৰোঁ তেতিয়া আমি তাৰ অনেক গুণৰ আভাস পাওঁ। আত্মা হৈছে সচ্চিদানন্দ। তাৰ সান্নিধ্য বা সমীপতাৰ দ্বাৰা মনত অনেক গুণৰ ছায়াঁ প্ৰতিবিম্বিত হৈ উঠে অৰ্থাৎ মনত অনন্ত গুণৰাশি প্ৰকাশিত হৈ উঠে।

আমাক অভিজ্ঞ পুৰুষ সকলে শিকাই থৈ গৈছে যে যি শিক্ষাই আমাৰ মন আৰু দেহক ভিন্নবুলি চিনাই দিব পাৰে তাকে প্ৰধান শিক্ষা বোলে। নিজকে নিজে চিনিব পৰাটোৱেই হৈছে সৰ্ব্বোত্তম গুণ।

## বিদ্যা-স্নাতক আৰু ব্ৰত-স্নাতক

প্ৰাচীনকালত যদি কোনো ছাত্ৰই গুৰুৰ ওচৰলৈ গৈ বিদ্যা অৰ্জ্জন কৰে তেন্তে তেওঁক কেৱল বিদ্যা-স্নাতক বুলি হে কোৱা যায়। তেওঁ সম্পূৰ্ণ স্নাতক হব নোৱাৰিছিল। বিদ্যা-স্নাতক হোৱাৰ লগে লগেই তেওঁ ব্ৰত-স্নাতকো হব লগা হৈছিল। তেওঁ নিজেই নিজৰ ওপৰত বিজয় প্ৰাপ্ত কৰিব লগা হৈছিল। যি আত্ম-শাসন বা আত্ম-সংযমৰ কলা শিকিছে তেওঁকে ব্ৰত-স্নাতক বোলে।

এইদৰেই যেতিয়া কোনো শিক্ষাৰ্থীয়ে তপস্যাত সিদ্ধিলাভ কৰি সংসাৰত প্ৰৱেশ কৰিবলৈ বাঞ্ছা কৰে তেতিয়া তেওঁ বাৰ-বৃত্তি আৰু পূৰ্ণআত্ম-বিশ্বাসেৰে সৈতে সংসাৰত প্ৰৱেশ কৰিব পাৰে। তেওঁ পৃথিৱীত কাৰোৰে আগতে মূৰ নোদোঁৱাৰ বৰং বুকু ফিন্দাইহে ফুৰা-চকা কৰিবলৈ ধৰিব। তেওঁ এনেকুৱা বীৰ বেশেৰে সংসাৰত প্ৰৱেশ কৰিব যে "নময়তীৱ গতিৰ্ ধৰিত্ৰীম্"--তেওঁৰ খোজৰ ভৰত যেন পৃথিৱী বহি গৈছে, এনেকুৱা লাগিব।

## বিদ্যাৰ পৰাই বিনয়ৰ জন্ম

ইয়াৰ মানে এইটো নহয় যে তেওঁ উদ্ধত হৈ পৰিব। তাত নম্ৰতা থাকিবই। কাৰণ জ্ঞানাৰ্জ্জন কৰা মানুহে এইটো জানে যে জ্ঞান কিমান অনন্ত আৰু তেওঁ তাৰ পৰা কিমান ভাগৰ এভাগ হে পাব পাৰিছে। এই কাৰণে প্ৰকৃত জ্ঞানী যিমান বিদ্যা-সম্পন্ন আৰু জ্ঞান-সম্পন্ন হব পাৰিব, বিদ্যাহীন সিমান কেতিয়াও হব নোৱাৰে। কাৰণ তেওঁ বিদ্যাৰ উমানকে পোৱা নাই। যি বিদ্যাৰ সাগৰ এবাৰ দৰ্শন কৰিছে, তেওঁৰ মনলৈ এই ভাব সহজে আহি যাব যে বিদ্যাৰ ক'তো

পাৰ বা অন্ত নাই আৰু মই যি জ্ঞান পাইছো সিয়ো তাৰ এটা ক্ষুদ্ৰতম অংশহে। এই কাৰণে মই আজীৱন জ্ঞানৰ অনুসন্ধানত থাকিব লাগে। তেওঁ জ্ঞান যিমানেই নেপাওক তথাপি পৃথিৱীত জ্ঞান অৱশিষ্ট থাকিবই। তেওঁ এই বাস্তৱিকভাৱে সম্পূৰ্ণ জ্ঞান পাব। এইবাবেই তেওঁ সদায় নম্ৰ হৈ থাকিব। পূৰ্ব্ব-পুৰুষ সকলে বিদ্যাৰ বিষয়ে কৈছে যে তেওঁলোক নিজে যি নম্ৰ আছিলেই নে, "প্ৰজ্ঞানাং বিনয়াধানাং" — আনকি প্ৰজ্ঞাকো বিনয় সম্পন্ন কৰি তুলিছিল।

## ধৈৰ্য্যও আপেক্ষিত

নম্ৰভাৱ লগতে ছাত্ৰৰ দৃঢ়-নিশ্চয়, আত্ম-বিশ্বাস, ধৈৰ্য্য নিৰ্ভয়তা আদি সকলো গুণেই থাকিব লাগে। বুদ্ধিৰ লগত ধৃতিও থাকিব লাগে। ছাত্ৰই যেতিয়া সংসাৰত ভৰি দিব তেতিয়া তেওঁ বিজয়ী বীৰৰ নিচিনা কৰিব। বেদত এটা মন্ত্ৰ আছে। বেদাধ্যয়নৰ পৰিপূৰ্ণতাৰ সময়ত ছাত্ৰই কয়— "মহ্যং নমন্তাং প্ৰদিশশ্ চতস্ৰঃ"—এই চাৰিওটা দিশ মোৰ আগত নত মস্তক হওক। যদি কোনোবাই এনেধৰণৰ বিদ্যা লাভ কৰে তেন্তে তেওঁ তাৰ দ্বাৰাই গোটেইপৃথিৱীৰেই সেৱা কৰিব পাৰে।

## জ্ঞানৰ উত্তৰোত্তৰ বৃদ্ধি

আজি অন্ন খালো আৰু দুদিনৰ পিচত তৃপ্তি পালো— এনেকুৱা সাধাৰণতে নহয়। তৃপ্তি আৰু সন্তুষ্টিৰ অনুভূতি খোৱাৰ লগে লগে হয়। জ্ঞানৰ ক্ষেত্ৰতো ঠিক এইটোৱেই খাটে। যেতিয়াই প্ৰকৃত জ্ঞান পোৱা যায় তেতিয়াই শৰীৰটো জ্যোতিৰ্ময় হৈ উঠে। ছাত্ৰসকলে অপাৰ আনন্দ উপভোগ কৰে আৰু তাৰ ফল স্বৰূপে তেওঁলোকৰ জ্ঞান পিপাসাও বাঢ়িছে

যায়। তেওঁলোকে অন্ততঃ এইটো উপলব্ধি নকৰে যে জ্ঞান লাভ কৰোতে তেওঁলোকৰ সময় অযথা যাব লাগিছে।

### অধ্যয়নৰ পুৰাতন পৰম্পৰা

যি এবাৰ অধ্যয়নৰ সোৱাদ পাইছে তেওঁ তাক কেতিয়াও এৰিব নোৱৰা হয়। ঋষি সকলে কয় প্ৰত্যেকটো কামকে কৰিবা কিন্তু তাৰ লগে লগে "স্বাধ্যায় প্ৰৱচনে চ"—স্বাধ্যায় আৰু ভাষণো দিবা। ঋতংচ স্বাধ্যায়ং প্ৰৱচনে চ"—"সত্যং চ স্বাধ্যায় প্ৰৱচনে চ"—সত্যকথা কবা আৰু তাৰ লগে লগে স্বাধ্যায়ো কৰিবা আৰু ভাষণো দিবাঁ। "তপশ্চ স্বাধ্যায় প্ৰবচনে চ"—তপ কৰাঁ, তাৰ লগতে স্বাধ্যায় কৰা আৰু ভাষণো দিয়া। জনসেৱা কৰা যদি তাৰ লগে লগে স্বাধ্যায় কৰিবা আৰু ভাষণো দিবাঁ। অগ্নিৰ সেৱা কৰোঁতে তাৰ লগে লগে স্বাধ্যায় আৰু ভাষণ চলাই থাকিবাঁ। গৃহস্থাশ্ৰমৰ যিমান কাম কৰা যায়, তাৰ প্ৰত্যেকৰে লগতে অধ্যয়ন আৰু ভাষণ থকাটো অত্যন্ত প্ৰয়োজন। বিদ্যাধ্যয়নৰ সময়ত যি সেই ৰসৰ সোৱাদ লয় তেওঁৰ সেই ৰস ক্ৰমান্বয়ে বাঢ়িয়েই থাকে।

### আমাৰ বিদ্যাৰ পৰম্পৰা

কিন্তু আজি আমি দেখিছোঁ যে আমাৰ দেশত অধ্যয়নৰ অভাৱ হৈছে। এইখন দেশ অতি প্ৰাচীন আৰু প্ৰাচীন কালৰে পৰাই অধ্যয়ন নিৰন্তৰ চলিব লাগিছে। সিদিনালৈকে ইয়াত অধ্যয়নৰ এই অখণ্ড পৰম্পৰা চলি আছিল। যি কালত পৃথিৱীৰ বাকী অংশৰ সকলো মানুহ অজ্ঞান অন্ধকাৰত ডুবগৈ আছিল আৰু বিদ্যাৰ লগত অপৰিচিত আছিল, সেই কালতো আমাৰ ইয়াত বিদ্যা চলি আছিল। ইয়াৰ নিবাসীসকল ব্ৰাহ্ম মুহূৰ্ত্তত উঠে। "অহৰহৰ্ব্ৰাহ্মণঃ অধ্যেতি ন বদন্"—তেওঁলোক ৰাতিপুৱা শুই থকা নাছিল, অধ্যয়নহে কৰিছিল।

## আজিৰ দুৰাৱস্থা

আজি আমি অধ্যয়ন কৰোঁতাসকলৰ মাজত এটা বৰ ডাঙৰ অভাৱ দেখা পাইছোঁ। এই অভাৱৰ মূল কাৰণ আজিৰ এই শিক্ষা প্ৰণালীতেই নিহিত আছে। যেতিয়া ছাত্ৰই ইয়াত প্ৰৱেশ কৰিব, তেতিয়া ১০।১৫ বছৰ ধৰি শিক্ষা পাই পাই মানে তাৰ সমুদায় ৰস শুকাই যায়। তাৰ প্ৰেৰণা-শক্তি ক্ষীণ হৈ যায়। আপোনালোকে চাগৈ নিশ্চয় দেখিছে যে পঢ়াশালিলৈ যোৱাৰ কাৰণে ল'ৰা-ছোৱালীবিলাক চকুৰ জ্যোতি কম হৈ যায়, দৈহিক শক্তি দুৰ্ব্বল হয়, মানসিক শক্তিও ক্ষীণ হয়। বুদ্ধিৰ আৰু অনেক শক্তি বিকাশ হবলৈ নেপায়। আটাইতকৈ ডাঙৰ কথা হৈছে এইটোৱেই যে ইয়াৰ দ্বাৰাই ভালে প্ৰাণহীনতা আহি যায়। তেওঁলোকে আত্মাৰ পৰিচয় নেপায়। আমিযে দেহতকৈ ভিন্ন তাকো তেওঁলোকে নেজানে আৰু তেওঁলোকৰ নিজৰ নিজৰ ইন্দ্ৰিয়ৰ ওপৰত নিজা অধিকাৰ নাই। তেনেস্থলত শিক্ষা পায় কেনেকৈ?

এইবিলাক বৰ্ণনা কৰি যে মই আনন্দ পাইছো এনে নহয়। বাস্তৱিকতে মই কথাটো ভাবি বৰ দুঃখ পাইছোঁ যে এসময়ত আমাৰ দেশত বিদ্যা উত্তৰনদী হৈ উপচি পৰিছিল কিন্তু আজি তাৰ অৱস্থা কেনেকুৱা? ৰবীন্দ্ৰনাথ ঠাকুৰে আমাৰ ভাৰতবৰ্ষখনৰ কেনে সুন্দৰ বৰ্ণনা কৰি থৈ গৈছে।

"প্ৰথম সাম-ৰব তপোবনে,
প্ৰথম প্ৰচাৰিও তব বন গহনে।
জ্ঞান, কৰ্ম্ম, কত কাব্য কাহিনী,
অয়ি ভুবন মন-মোহিনী!"

জগতৰ মন মোহিনী আমাৰ আই। প্ৰথম যাৰ সূৰ্য্যোদয়

ইয়াতে হৈছিল আৰু ইয়াতেই পোন-প্ৰথমে সাম-গান গোৱা হৈছিল আৰু ইয়াৰ পৰাই বিদ্যাৰ কিৰণবিলাক গোটেই পৃথিৱীতে বিয়াপত হৈ পৰিছিল। য'ত আমি নিজৰ মাতৃ-ভূমিৰ এনেকুৱা বন্দনা কৰো তাত আজি যিবোৰ চলিব লাগিছে তাৰ বৰ্ণনা কৰোতে মোৰ আনন্দ লাগক ছাৰি দুঃখহে লাগে।

এই কাৰণে মই আজি আপোনালোকক ইয়াকে কব খোজো যে আপোনালোকে এক মুখে দাবী কৰক যে "আজি আমাক এই শিক্ষা নেলাগে।"

—সেৱকৰ পৰা

## আদৰ্শ বিদ্যাপীঠ : ২৪ :

মনুৱে এটা কথা কৈছে—"ল'ৰাৰ যেতিয়া ১৬ বছৰ বয়স হয়, তেতিয়া তাৰ লগত বন্ধুৰ নিচিনা ব্যৱহাৰ কৰিব লাগে। মই এই কথাটোৰ অৰ্থ এই দৰেহে বুজিছো যে ১৬ বছৰৰ পিচৰ জীৱনৰ দায়িত্ব ল'ৰাই নিজেই চম্ভালিব পাৰিব লাগে। বন্ধু-বান্ধৱক আমি সাধাৰণতে বুদ্ধি পৰামৰ্শ দিওঁ। সময় মতে তেওঁলোকক সহায় কৰো কিন্তু তেওঁলোকৰ জীৱনৰ গুৰুভাৰ তেওঁলোকৰ হাততে থাকে।

### উপযুক্ত শিক্ষাৰ সুবিধা

জীৱনৰ ভাৰ প্ৰকৃতপক্ষে ভাৰ নহয়, সি এক প্ৰকাৰ উপকাৰহে; কিন্তু সি এনেকুৱা উপযুক্ত হব লাগে যাৰ দ্বাৰাই তেওঁৰ উপকাৰৰ অনুভূতি হব পাৰে। এনে ধৰণৰ শিক্ষা মাক-বাপেকৰ দ্বাৰাই ল'ৰাই ১৬ বছৰ পৰ্য্যন্ত পাব লাগে। মাক-বাপেকৰ দ্বাৰাই বোলাটোত এটা অৰ্থ আছে। সমাজৰ দ্বাৰাই এনেকুৱা শিক্ষাৰ ব্যৱস্থা হোৱা উচিত। প্ৰত্যেক

বালক-বালিকাৰ কাৰণে এনে শিক্ষাৰ ব্যৱস্থা কৰাটো সমাজৰো কৰ্ত্তব্য। তাৰ পিচৰ শিক্ষা তেওঁ নিজেই অৰ্জন কৰি লব লাগে।

মনুৰ এই বাক্যটোৰ অৰ্থ এনেকুৱাও হব পাৰে যে ষোল বছৰৰ আগতে ল'ৰা-ছোৱালীৰ জীৱনৰ সমুদায় দায়িত্ব সিহঁতৰ ওপৰত এৰি দিয়াটো অনুচিত। ইয়াৰ মানে এইটো নহয় যে তেতিয়ালৈকে ল'ৰা-ছোৱালীৰ অকল জীৱনেই বহন কৰিব আৰু তাৰ ভাৰো সিহঁতৰ ওপৰত নেথাকিব। সেইখিনি অৱস্থাত নিজৰ ভাৰ নিজে বহন কৰিবলৈ সিহঁত লাহে লাহে সাজু হব লাগিব। এই প্ৰস্তুতিকৰণকে "শিক্ষা" বোলা হয়।

## দশৰথৰ উদাহৰণ

মনুৰ এই বাক্যটো শব্দ-প্ৰমাণৰ ৰূপত মই দাঙি ধৰা নাই। মনু মানে কোনো ব্যক্তি বিশেষক বুজোৱা নাই। সমাজৰ হেজাৰ-হেজাৰ বছৰৰ অভিজ্ঞতাকে "মনু" বোলা হয়। বিশ্বামিত্ৰই নিজৰ যজ্ঞ ৰক্ষাৰ নিমিত্তে দশৰথৰ ওচৰলৈ ৰামক বিচাৰি গ'ল। দশৰথে কলে "উন ষোড়শ বৰ্ষো মে ৰামো ৰাজীব লোচনঃ" ৰামৰ এতিয়াও ষোল বছৰ পূৰ হোৱা নাই। ইমান ডাঙৰ দায়িত্ব-পূৰ্ণ কামৰ কাৰণে ৰামক কেনেকৈ পঠাওঁ? ৰামৰ ষোল বছৰ পূৰ হোৱা হলে দশৰথে অকণো কেৰ নেপেলালেহেঁতেন। বশিষ্ঠই আহি তেওঁক বুজালে, "বিশ্বমিত্ৰৰ তত্ত্বাৱধানত এই কাম হব। সি এক শিক্ষামূলক আঁচনিয়েই"। ইয়াৰ পিচত হে দশৰথে এই কথাটো বুজি পালে।

## নঈতালিমৰ শিক্ষাৰ সময়

মনুৰ উক্ত বাক্যটোত দশৰথৰ এই সমৰ্থনৰ কথা উল্লেখিত আছে। আধুনিক শিক্ষাবিদেও তাকেই সমৰ্থন কৰিছে। চৈধ্য বছৰ পূৰা হোৱালৈকে সাত বছৰৰ শিক্ষা পৰিকল্পনা

নষ্ট তালিম চলাওঁতা সকলে তৈয়াৰ কৰিছে। প্ৰগতিশীল দেশ বিলাকত এনেকুৱা এটা নিয়ম আছে যে চৈধ্য বছৰ পুৰা ন'হলে ল'ৰা-ছোৱালীক কোনো কাৰখানাতে কাম দিব নোৱাৰে। মন্থু ইয়াতকৈ এবছৰৰ পিচত। তেওঁ কৈছে— ১৫ বছৰ পূৰা নহলে কোনো ল'ৰা-ছোৱালীকে ফেক্টৰিত কাম কৰিবলৈ দিয়া নহব আৰু ১৬ বছৰ হৈ উঠাৰ পিচত তাক কলেজতো সময়ৰ অপব্যয় কৰিবলৈ নিদিব।

## আদৰ্শ বিদ্যাপীঠ

প্ৰশ্ন হব পাৰে যে আপোনাৰ এই পৰিকল্পনা অনুসৰি তেনেহলে কলেজবিলাক খালী হৈ পৰি থাকিবনে কি? যদি এয়ে হয় তেন্তে দেশৰ নো উন্নতি কেনেকৈ হব? কলেজ খালী হৈ নেথাকে বৰং ঠাহি ঠাহি ভৰোৱা হে হব। দুখীয়া নিছলাৰ ল'ৰাকো তাত ভৰ্ত্তি কৰা হব। কলেজত এনেকুৱা দৃশ্য দেখিবলৈ পোৱা যাব যে প্ৰত্যেক ছাত্ৰই নিজৰ পৰিশ্ৰমৰ দ্বাৰাই জ্ঞানৰূপী অন্ন আৰু অন্ন ৰূপী জ্ঞান উপাৰ্জ্জন কৰিছে, দুয়োখন হাতেৰে পেটৰ আৰু দুয়োটা চকুৰে বুদ্ধিৰ ভৰণ-পোষণ কৰিব লাগিছে। জ্ঞান আৰু কৰ্ম্মৰ ভেদ নাইকিয়া হৈ যাব। তাত ল'ৰা-ছোৱালীৰ মাছুল নেলাগিব, বোৰ্ডিং (ছাত্ৰাবাস)ৰো কোনো খৰচৰেই আৱশ্যক নহব আৰু অধ্যাপকৰ দৰ্ম্মহা ও নেথাকিব। শিল্পালয়, গৱেষণাগাৰ আৰু পুথি ভঁৰালৰ ব্যৱস্থা চৰকাৰৰ হতুৱাই কৰোৱা হব। পঢ়াশালিত কোনো প্ৰকাৰৰ বন্ধ আদি নেথাকিব। কাৰণ তাৰ দ্বাৰাই কাৰোবে বন্ধনত থকা যেন নেলাগিব।

## আজিৰ ব্যয় বাহুল্য শিক্ষা

বৰ্ত্তমানৰ কলেজবোৰত দুখীয়ানিছলাৰ কাৰণে কোনো

সুবিধা নাই। অৱশ্যে দুই চাৰিজন দুখীয়া ল'ৰাই মাচুল মাফ্ পায়। কিন্তু আমাৰ কলেজ হ'লে সকলোৰে কাৰণে খোলা থাকিব। আচাৰন্ত সকলৰ ল'ৰা-ছোৱালীৰ পক্ষে হয়তো ইমান খিনি কষ্ট সহ্য কৰাটো টান হ'ব, এই কাৰণে শ্ৰমৰ পৰা তেওঁলোকক এক বা আধা ঘণ্টা ৰেহাই দিয়াটো বেলেগ কথা হ'ব তথাপি তাত সিহঁতৰ দীনতা হে প্ৰকাশ পাব আৰু এই বাবেই স্বাভিমানী বালকে সাধাৰণতে তাৰ সুবিধা লবলৈকে নিবিচাৰিব।

## হাস্যাস্পদ বিদ্যাপীঠ

আজি-কালি কৃষি-কলেজো নগৰতেহে খোলে। মেট্ৰিক পাচ নহ'লে তাত সুবিধা নেপায়। ইয়াৰ মানে এইটোকেই বুজা যায় যে ল'ৰাবিলাকে যেতিয়া ব'ৰ-ববৰুণ, কাৰ-জহুত্ত কাম কৰিব পৰা শক্তি তেওঁলোকৰ নাই বুলি বিশ্বাস হ'ব তেতিয়াহে তেওঁলোকে কৃষি-কলেজত সুবিধা পাব পাৰিব। কিয়নো আজিৰ পদ্ধতি অনুসৰি মেট্ৰিক পাচ হোৱাৰ কোনো অৰ্থই নাই। প্ৰফেচাৰ আৰু ছাত্ৰই চকী-বেঞ্চত বহি কৃষিৰ জ্ঞান লাভ কৰিব? প্ৰয়োগ হিচাপে খেতি নামমাত্ৰহে হ'ব আৰু তাৰো সম্পূৰ্ণ দায়িত্ব বনুৱাৰ ওপৰতহে থাকিব। আৰু নানা তৰহৰ প্ৰয়োগো তেওঁলোকেই হে কৰিব। ল'ৰা-ছোৱালীৰ খৰচৰ কাৰণে বাপেকে বছৰি ২৫ একৰ মাটিৰ উৎপন্ন দিব লাগিব। সেয়েই নহ'লে কাম অচল হৈ পৰিব।

## বিদ্যাপীঠত স্বাৱলম্বন

প্ৰাথমিক শিক্ষাৰ পিচতে উচ্চ শিক্ষাৰ কাৰ্যসূচী কেনে ধৰণৰ হ'ব এই বিষয়ে আলোচনা চলি আছিল। মই কৈছিলো যে ল'ৰা-ছোৱালীয়ে ছয় ঘণ্টাকৈ পৰিশ্ৰম কৰি

কায়িক শ্ৰমৰ দ্বাৰাই ভাত-মোকলাৰ আৰু সিইতক দুঘণ্টা তাৰ পৰিপোষক জ্ঞান-বিজ্ঞানৰ শিক্ষা দিব লাগে। দুখীয়াই হওক বা চহকীয়েই হওক ল'ৰা-ছোৱালীৰ খৰচ মাক-বাপেক বা পঢ়াশালি কোনেও বহন কৰিব নেলাগে। এনেকুৱা কৰিলেহে প্ৰকৃত প্ৰয়োগ হব আৰু দেশো আগবাঢ়ি যাব।"

আজিৰ দুৰাৱস্থা

আজি আমি মনুবাক্যটোৰ দুয়োটা অৰ্থৰ ওপৰতেই পানী ঢালি দিয়াৰ নিচিনা হ'ল। অসংখ্য দৰিদ্ৰৰ ল'ৰা-ছোৱালীয়ে ভাত মুঠিৰ কাৰণে হাঁহাঁকাৰ কৰিব লগাত পৰিছে। তথাপি সিহঁতে এমুঠি ভাত যোগাৰ কৰিব পৰা নাই, শিক্ষাৰ কথা দূৰেই থাওক, আন ফালেদি ইয়াৰ বিপৰীতে কত বছৰৰ পৰাই চলি অহা ভাৰ-ভূত শিক্ষাৰ ক্ৰম চলিয়েই আছে। আজি কোটি কোটি মানুহে হাড়ক মাটি তেজক পানী কৰিও দুবেলা দুসাঁজি পেট ভৰাই খাবলৈ পোৱা নাই তেনেস্থল কিছুমানে আকৌ কাম নকৰাকৈয়ে পেৰা ভৰোৱাৰ চিন্তাত ব্যস্ত আছে।

গতিকে "ষোল বছৰলৈকে স্বাৱলম্বনৰ শিক্ষা আৰু ষোল বছৰৰ পিচত স্বাৱলম্বনৰ দ্বাৰাই শিক্ষা"—এই সূত্ৰ গ্ৰহণ কৰি সেইমতে শিক্ষাৰ পৰিকল্পনা নকৰিলে অশেষ দুৰ্গতিৰ পৰা ৰক্ষা পোৱাটো টান হব। —ক্ৰান্ত দৰ্শনৰ পৰা

## গ্ৰাম্য বিশ্ববিদ্যালয় : ২৫ :

( সেৱাগ্ৰাম নঈতালিম সন্মিলন )

আৱশ্যকতাৰ দ্বাৰাই উৎপন্নৰ বিচাৰ

"গ্ৰাম্য বিশ্ববিদ্যালয়"ৰ নাম দেখাত বৰ ডাঙৰ। 'বিশ্ববিদ্যালয়' এটা বৰ বিশাল শব্দ আৰু তাৰ অৰ্থও বৰ

ব্যাপক। অৱশ্যে তাৰ এটা অতি সহজ-সৰল ব্যাখ্যা নায়কমজীয়ে আপোনালোকৰ আগত দিছে। তেখেতে কৈছে যে "স্ব'ত জীৱন সৰ্ব্বাঙ্গ পূৰ্ণ সেয়েই আমাৰ গান্ধী বিশ্ববিদ্যালয়।" এই ব্যাখ্যাটোৱেই সত্য আৰু আজি যি আলোচনা চলিছে সিয়ো এনেধৰণৰ আৱশ্যকতাৰ পৰাই উত্তৱ হোৱা। অৰ্থাৎ আমি আলাসত চাং পতা নাই, যি কাম হৈছে পৃথিবীতেই হে হৈছে। এটা আৱশ্যকতাৰ সৃষ্টি হৈছে তাৰ পূৰ্ত্তিৰ কাৰণেই এই কামটো আমাৰ আগলৈ আহিছে।

আমি ইমান বছৰ যি বুনিয়াদী শিক্ষা চলালো তাৰ পৰাই কিছুমান ল'ৰা তৈয়াৰ হৈ উঠিছে। আমি তেওঁলোকক আকৌ উত্তৰ বুনিয়াদীলৈ লৈ গলোঁ। উত্তৰ বুনিয়াদীৰ কামো শেষ হ'ল। এতিয়া এই সেই ল'ৰাবিলাকক কি কৰা যাব এইটোৱেই হৈছে যাই প্ৰশ্ন। তেওঁলোকৰ শিক্ষা যিমানলৈকে হ'ল তাকে আমাৰ পূৰ্ণ আদৰ্শ বুলি ভাবি সিমনতে সামৰণিকে মৰা হব নে কি? তেওঁলোকে যিখিনি পঢ়িলে সিয়ো কম নহয়। তাৰ দ্বাৰাই তেওঁলোকে দেশৰ কল্যাণ সাধিব পাৰিব আৰু জীৱনত নিজৰ চেষ্টাৰ দ্বাৰাই আৰু উন্নতিও কৰিব পাৰিব। কিন্তু তাতোকৈয়ো যদি কোনোবাই আৰু বেছিকৈ পঢ়িব খোজো তেন্তে তেওঁলোকৰ কাৰণে তেনে কোনো সুবিধা কৰি দিব পৰা হবনে নহয়? এই বিষয়ে আমি ভাবোতে দেখিবলৈ পাইছো যে "পৰিপূৰ্ণ"ৰ আমাৰ যি বিস্তৃত ব্যাখ্যা তাক পূৰা কৰিবলৈ হলে আমাৰ দৈনন্দিন জীৱনত তাক প্ৰয়োগ কৰিব লাগিব; অতি সংক্ষিপ্ত ব্যাখ্যা মতেও এইটোৱেই হব যে ল'ৰাবিলাকৰ শিক্ষা পূৰা হৈছে আৰু আমাৰ শিক্ষাৰ আহিঁ জগতৰ আগত দাঙি ধৰিব পাৰিছো এনে নহয়। এই কাৰণেই তাৰ পিচতো যি কোনো এটা শিক্ষাৰ ব্যৱস্থা থকা উচিত। এইদৰেই বিশ্ববিদ্যালয়ৰ আৱশ্যকতা সৃষ্টি হ'ল।

## আহি প্ৰস্তুত হোৱা নাই

ইয়াৰ মাজতে এটা প্ৰশ্ন উঠিছে যে আমি গাৰ্বৰ কাৰণে বেলেগ আৰু নগৰৰ কাৰণেও বেলেগ বিশ্ববিদ্যালয় চলাম নে নচলাম? মই এই কথাটো আগতে পৰিষ্কাৰ কৰি দি থৈ আহিছোঁ যে শিক্ষা আদিৰ পৰা অন্তলৈকে "বুনিয়াদী" হৈয়েই থাকিব লাগিব। আজি যিবিলাক বিশ্ববিদ্যালয় চলি আছে সেইবোৰে যদি আমাৰ নঈ তালিমৰ 'বিচাৰ' গ্ৰহণ কৰে তেন্তে সেইবোৰ চলিত পদ্ধতিও পৰিবৰ্ত্তন কৰিব লাগিব। কিন্তু আজিয়েই তেনে হোৱাটো সম্ভৱ নহয়। কাৰণ আজি তাৰ যিটো পুৰণা গাঁথনি আছে সি একেবাৰতে সলনি হব নোৱাৰে। ইয়াৰ বাহিৰে দ্বিতীয় কাৰণ এইটোও হব, যে দেশৰ আগত আমি এতিয়ালৈকে কোনো বিদ্যাপীঠৰে আহি দাণ্ডি ধৰা নাই যেতিয়া আমি সতকাই কব নোৱাৰো যে তোমালোকেও বিশ্ববিদ্যালয়ৰ পদ্ধতি এতিয়াই সলনি কৰি পেলোৱা। আমি বৰ্ত্তমানলৈকে বুনিয়াদীৰ যি কাম কৰি আহিছোঁ তাৰ প্ৰয়োগ আৰু অভিজ্ঞতাৰ ভিত্তিত আমি এইখিনিলৈকে চৰকাৰক কব পৰা হৈছো যে তোমালোকৰ প্ৰাথমিক স্কুলবিলাক বুনিয়াদীলৈ পৰিবৰ্ত্তন কৰিব পাৰা। তাৰ দ্বাৰা তেওঁলোকৰ যে যথেষ্ট লাভ হব তাক আমি বুকু ডাঠি কব পৰা হৈছোঁ; কিন্তু আজি আমি এইটো কব নোৱাৰো যে বিশ্ববিদ্যালয়ৰ আহি আমাৰ ওচৰত প্ৰস্তুত হৈ আছে, সেই মতেই তোমালোকেও কৰা।

## বিদ্যাপীঠ স্বাৱলম্বী হব লাগে

বিশ্ববিদ্যালয়ৰ কথা যেতিয়া আমি ভাবোঁ, তেতিয়া আমাৰ হাতত থকা ল'ৰাবিলাকলৈ লক্ষ্য কৰিয়েইহে কোনো আঁচনি প্ৰস্তুত কৰিব লাগিব। নহ'লে বিশ্ববিদ্যালয় এনেকুৱা এটা ব্যাপক বিষয় যে তাৰ কাৰণে নানা ধৰণেৰে ভবাইহে হব প্ৰত্যক্ষ কাম একো হৈ নুঠিব।

এই কাৰণে কিশোৰলাল ভায়ে দিয়া কথা কেইটা সিমান মহত্ত্বপূৰ্ণ। তেখেতে কৈছে যে আমাৰ ল'ৰাই ছোৱালীয়ে উত্তৰ বুনিয়াদী শিক্ষা পাই অভ্যাস কৰিলে, তেনে স্থলত তেওঁলোক স্বাৱলম্বী হোৱা বুলিয়েই ধৰি লব লাগিব। তেখেতৰ এই কথাটো ঠিকেই। সেই বুলি এইটো ধৰি নলব যে আমাৰ দেশ দুখীয়া আৰু শিক্ষক তথা ছাত্ৰৰ ওপৰত খৰচো বেছি কৰিব নোৱাৰি, এই কাৰণেই আমি স্বাৱলম্বী হব লাগে বৰং ইয়াত প্ৰধানকৈ শিক্ষাৰেইহে দৃষ্টি ৰখা হৈছে। দেশৰ দাৰিদ্ৰতাই আমাক ইয়াত ইন্ধনহে যোগাইছে।

## গাৱঁলীয়া বিশ্ববিদ্যালয় কেনেকুৱা হব ?

এই দৃষ্টিকোণেৰে চিন্তা কৰি চালে বুজিব পাৰিব যে আমাৰ গাৱঁলীয়া বিশ্ববিদ্যালয় কেনেকুৱা হব লাগে? তাৰ শিক্ষক আৰু ছাত্ৰক যেনেকুৱা সুসজ্জিত পুথি ভঁৰালৰ আৱশ্যক হব তাৰ ব্যৱস্থা কৰিব লাগিব। তেওঁলোকক যি আহিলাপাতি আৰু মাটি লাগিব তাক দিয়া হব, ঘৰ-দুৱাৰো কিছু সাজি দিয়া হব বাকী বিলাক তেওঁলোকে নিজে সাজি লব লাগিব। এইখিনি কৰাৰ পিচত তেওঁলোকক কোৱা হব যে আপোনালোকে আৰু আগলৈ একো বস্তু নেপায়। এতিয়া উভয়ে মিলি এক সামূহিক জীৱন গঢ়ি তোলক আৰু অত্যুত্তম সমগ্ৰ জীৱন কেনেকৈ হব পাৰে তাৰ আৰ্হি দেশৰ আগত দাঙি ধৰক। এনেকুৱা বিশ্ববিদ্যালয়ত জ্ঞান-চৰ্চ্চা কৰা হব, গৱেষণা চলিব, আৰু গৱেষণাৰ যি ফল পোৱা যাব তাক দেশৰ আগত ৰখা হব, ইত্যাদি। কিন্তু ইয়াৰ ভিতৰত মুখ্য কথা হব এইটোৱেই যে শিকোঁতা আৰু শিকাওঁতা দুয়ো নিজৰ ভৰিৰ ওপৰত থিয় দিব, হাতেৰে কাম কৰিব, নিজেই নিজৰ ভাতমুঠিৰ ব্যৱস্থা কৰিব। যেন তেন প্ৰকাৰেণ নহয়, বৰং অতি উত্তম উপায়েৰে

উপাৰ্জ্জন কৰা দেখিবলৈ পোৱা যাব। ভেণ্ডলোকৰ ভাত যি কাম কৰা হব, যি বিদ্যা শিকুৱা হব, যি সৰঞ্জাম তৈয়াৰ হব, যি ঘৰ আদি সজোৱা হব, সেই সকলোবিলাক কামতে বিদ্যাৰ প্ৰতিভা দেখা যায়। আমাৰ বিশ্ববিদ্যালয়ৰ কাৰণে কিতাপ আগৰে পৰাই তৈয়াৰ নহব; বৰং বিশ্ববিদ্যালয়ে নিজৰ নিমিত্তে নিজেই পিচত কিতাপ তৈয়াৰ কৰিব। তাৰ অভিজ্ঞতাৰ প্ৰবাহে জগতে কিতাপ পাবলৈ ধৰিব। যদি আমাৰ বিশ্ববিদ্যালয়ে এনে ধৰণৰ কাম কৰিব পাৰে আৰু দেশৰ আগত এটা আহি দাণ্ডি ধৰিব পাৰে, তেন্তে সি বিনা গণ্ডগোলেৰে নিজৰ কাম কৰি গৈ থাকিব পাৰিব। এনেকুৱা প্ৰত্যক্ষ অনুভৱৰ দ্বাৰাই যিটো বস্তু তৈয়াৰ হব, সি পৃথিৱীৰ কাৰণে অতি আপুৰুগীয়া বস্তু হৈ পৰিব।

—সৰ্ব্বোদয়ৰ পৰা

## আদৰ্শ পঢ়াশালি কেনেকুৱা হব ? : ২৬ :

( তুমচৰ বিদ্যালয় )

### ভাৰতৰ দুৰ্দ্দশা

মোৰ দৃষ্টিৰে আমাৰ শিক্ষাত যদি কিবা ডাঙৰ বস্তুৰ আৱশ্যকতা আছে, তেন্তে বিজ্ঞানৰেই। ভাৰতবৰ্ষক যদিও কৃষি প্ৰধান দেশ বুলি কোৱা যায় তথাপি তাৰ উদ্ধাৰ অকল খেতিৰ দ্বাৰায়েই নহয়। ইউৰোপীয় দেশবোৰক উদ্যোগ প্ৰধান বুলি কোৱা হয়। ভাৰতবৰ্ষত কৃষি প্ৰধান ব্যৱসায় থকা সত্বেও ইয়াৰ প্ৰতিজন মানুহৰ ভাগত চোৱা একৰকৈহে মাটি পৰে। কিন্তু ফ্ৰান্সকো উদ্যোগ প্ৰধান দেশ বুলিয়েই কোৱা হয় অথচ তাত প্ৰতিজন মানুহৰ ভাগত তিনি একৰকৈ মাটি আছে। ইয়াৰ দ্বাৰাই জানিব পৰা হয় যে ভাৰতবৰ্ষৰ অৱস্থা কেনে শোচনীয়। ইয়াৰ মানে ভাৰতবৰ্ষত যেন অকল খেতিয়েইহে

হয় আন একো নহয়। এই অৱস্থা পৰিবৰ্ত্তন কৰিবলৈ আমাৰ ইয়াৰ ছাত্ৰ, শিক্ষক আৰু বাইজ সকলোৱেই উদ্যোগত নিপুণ হব লাগিব। ইয়াৰ কাৰণে তেওঁলোকে বিজ্ঞান শিকা উচিত।

## আহাৰ-বিজ্ঞান

আমাৰ বান্ধনি ঘৰেই আমাৰ গবেষণাগাৰ হব লাগে। তাত যি মানুহে কাম কৰে তেওঁলোকে অন্ততঃ এই কেইটা কথা জানিব লাগে—কোন খাদ্য বস্তুৰ কমান তাপ-মান, (কেলৰি) কিমান শক্তিকাৰক পদাৰ্থ, কিমান চৰ্ব্বিযুক্ত বস্তু থাকে। কিমান বয়সৰ মানুহক কোন কোন কামৰ কাৰণে কেনেকুৱা আহাৰৰ প্ৰয়োজন—এই খিনিও তেওঁলোকে জনা উচিত।

## মল-বিজ্ঞান

শৌচ সকলোৱে কৰে। কিন্তু স্কুলত পঢ়োঁতা সকলে মল-মূত্ৰ সম্বন্ধীয় বিশেষ জ্ঞান পাব লাগে। শৌচ কি কামত আহে? তাৰ ওপৰত সূৰ্য্য-কিৰণৰ প্ৰভাব কেনে হিচাপে পৰে? শৌচ যদি ওপৰতে ওলাই থাকে তেন্তে তাৰ দ্বাৰা কি ক্ষতি হয়? তাৰ পৰা কোন কোন বেমাৰ উৎপত্তি হয়? মাটিত যদি সাৰ দিয়া হয় তেন্তে তাৰ উৰ্ব্বৰা শক্তি কিমান বাঢ়ে? আদি সকলো কথাৰ বৈজ্ঞানিক জ্ঞান মল-বিজ্ঞানৰ সহায়ত আমাৰ ছাত্ৰ সকলে পাব লাগে। মই তাকে লক্ষ্য কৰিয়েই এটা সূত্ৰ তৈয়াৰ কৰিছো—"প্ৰভাতে মলদৰ্শনম্।" মলৰ দ্বাৰাই আমি আৰোগ্য সম্বন্ধীয় জ্ঞান পাওঁ আৰু এই দেহাটো যে এটা মলাগাৰ—ইয়াক যেতিয়া জানিব পাৰিম তেতিয়া আমাৰ দেহৰ প্ৰতি আসক্তিও কম হৈ যাব।

## আৰোগ্য-বিজ্ঞান

বহুতো ল'ৰাৰ বেমাৰ হয়। সেই বেমাৰ কিয় হয়?

কেমোৰ এনেয়ে নাছে, কেপৰ ধন ভাঙি তাক মাতিলেহে আছে। অতিথিৰ দৰে তাপো খবৰ লৈ থাকিব লাগে। সিনো কিয় আহিল, কেনেকৈ আহিল আদি কথাৰ অনুসন্ধান কৰি থাকিব লাগে। যেতিয়া সি আহি যায় তেতিয়া তাৰ পৰা গোটেই কাৰণবিলাক জানি লব লাগে। ইয়াতে শিক্ষাৰ কথা আহি পৰে। "সেই জ্ঞান-দাভা ৰোগ আহিল আৰু গ'ল, আমি কিন্তু যেনে ভাবে আছিলোঁ, তেনে ভাবেই থাকিলোঁ।" এনেকুৱা আনৰ লগত হলেও আমাৰ লগত কেতিয়াও হব নেলাগে।

## খাদি-বিদ্যা

তোমালোকে ইয়াত সূতা কাটা আৰু খাদ্দৰ তৈয়াৰ কৰি লোৱাঁ। তাৰ বাবে তোমালোক ধন্যবাদৰ পাত্র। কিন্তু খাদি সম্বন্ধীয় বৈজ্ঞানিক প্রশ্নৰ উত্তৰ যদি তোমালোকে দিব নোৱাৰা তেন্তে পঢ়াশালি আৰু উৎপাত্ত কেন্দ্র অর্থাৎ কাৰখানাৰ লগত পার্থক্য কি থাকিল? কিন্তু মই হলে নিজৰ কাৰখানাৰ পৰাও এই জ্ঞানৰ আশা ত্যাগ কৰিব নোৱাৰোঁ।

## জ্ঞান দৃষ্টি-আৱশ্যক

ছাত্র সকলে আহাৰ খায় আৰু আনেও খায় কিন্তু দুয়োৰে আহাৰত যথেষ্ট পার্থক্য থাকিব লাগে। ছাত্রৰ আহাৰ জ্ঞানময় হব লাগে। যেতিয়া ছাত্রই যেঁহু পিন্ধিব বা ধান বানিব আৰু চলা-ফুৰা কৰিব তেতিয়া তেওঁলোকে তাত কিমান চোকোৰা বা-তুহঁ পতান ওলায় তাক লিখি ৰাখিব। ধৰিলওক এসেৰ যেঁহুত যেনিবা আঠ তোলা চোকোৰা ওলাল। অর্থাৎ শতকৰা ১০ ভাগৰ ১ ভাগ চোকোৰা ওলাল। ইয়েই আটাইতকৈ বেছি হ'ল। দ্বিতীয়

দিনা তেওঁ ওচৰ-চুবুৰীয়াৰ ঘৰলৈ গৈ তাৰ চোকোৰাও জুখি চাব। তেওঁ দেখিব যে তাৰ আটাৰ পথা আছে তোলাছে চোকোৰা ওলাইছে। এক দশমাংশ চোকোৰা ওলালেনো কি হানি হব ? সেইখিনি চোকোৰা যদি পেটলৈ যায় তেন্তে কি অপকাৰ কৰিব ? আদি প্ৰশ্ন তেওঁৰ মনত উদয় হব লাগে আৰু তাৰ উচিত উত্তৰো পাব লাগে। তেতিয়া গীতাত কোৱাৰ নিচিনা হব আৰু তেতিয়াহে তেওঁৰ প্ৰত্যেক কামৰ জ্ঞান লাভ কৰিব পাৰিব।

## উদ্যোগত বিজ্ঞান

এই দৰেই প্ৰয়োগ, বুদ্ধি আৰু জ্ঞান দৃষ্টিৰে প্ৰত্যেকটো কাম কৰোতে কিছু খৰচ হবই। কিন্তু তাৰ দ্বাৰাই সেই অনুপাতে উপাৰ্জ্জনো হব। স্কুলত যিবোৰ যঁতৰ দিয়া হব সি ভালেই হব লাগিব. যা-তা যঁতৰ দিলে কাম নচলিব। স্কুলত কাম অলপ কম হলেও যি হব সি আদৰ্শ স্বৰূপ হব। কপাহ জুখি জুখি লোৱা হব। তাৰ পৰা যিমান গুটি ওলায় তাকো জুখি ৰখা হব। বোজিয়াৰ পৰা যদি ইমান খিনি গুটি ওলায় তেন্তে বেহ্ৰমৰ পৰা ইমান কিয় ওলাব ? এনে ধৰণৰ প্ৰশ্ন সোধা হব আৰু তাৰ উত্তৰো দিয়া হব। গুটিবোৰ মটৰ মাহৰ আকাৰৰ হোৱা সত্বেও দুয়োটাৰ ওজনত ইমান পাৰ্থক্য কিয় ? কপাহ গুটিৰ তেল থাকে বাবেই সি ইমান পাতল বা লঘু। তাৰ পিচত চোৱা যাব এনে ধৰণৰ আন আন শস্য কি কি আছে। ইয়াৰ কাৰণে তুলাচনীৰ প্ৰয়োজন হব। তাকো হাট-বজাৰৰ পৰা কিনা নহব। স্কুলতে সজা হব। প্ৰত্যেকটো কামকে যদি এনে ধৰণেৰে কৰা হয় তেন্তে বিজ্ঞান আৰম্ভ হৈ যাব। এই নিচিনাকৈ যদি প্ৰত্যেকটো কথাকে জনা যায় তেন্তে তেওঁৰ

জ্ঞান কিমান মনোৰঞ্জক হ'ব ! ইয়াৰ পিচত আৰু তাক কিয় পাহৰিব ? আকৌ কোন চৰণত মৰিল তাক আওৰাবৰ কি প্ৰয়োজন ? তেওঁ বাৰু মৰিলেই পিচে আমাৰ বুকুৰ ওপৰত কিয় উঠিছিল ? মই বুৰঞ্জী আওৰাবলৈকে জন্ম হোৱা নাই ; বুৰঞ্জী ৰচনা কৰিবলৈ হে জন্ম লৈছো ।

## বিজ্ঞান আৰু অধ্যাত্ম

দুটা বিদ্যা শিকা আৱশ্যক, (১) আমাৰ চৌপাশে থকা বস্তুবোৰ পৰীক্ষা কৰা শক্তি অৰ্থাৎ বিজ্ঞান আৰু (২) আত্ম-জ্ঞান অৰ্থাৎ অধ্যাত্ম । ইয়াৰ কাৰণে মাজতে নিমিত্ত মাত্ৰ ভাষাৰ আৱশ্যক হয় । তাৰ সিমান জ্ঞানেই আৱশ্যক । ভাষাই ডাকোৱালৰ নিচিনা কাম কৰে । যদি মই চিঠিত একো নিলিখোও তথাপি সুদা কাগজ খিলাকে ডাকোৱালে নি দি দিবগৈ । ভাষা বিদ্যাৰ বাহন । বিজ্ঞান আৰু অধ্যাত্ম-জ্ঞানেই হৈছে বিদ্যা । তাৰ বিষয়েই মই আলোচনা কৰিম । মোৰ ঘঁৰটো যদি কেনেবাকৈ ভাগে তেনেহলে জানো মই বহি বহি কান্দি থাকিম ? নেথাকো, ভগা মাত্ৰেই তাক মিস্ত্ৰিৰ ওচৰলৈ লৈ গৈ ভাল কৰাই ল'ম । সেই দৰেই যদি মোক বৃশ্চিকে ( এবিধ বিষাক্ত পোক ) কামোৰে তেন্তে মই বহি বহি কান্দি থাকিব নেলাগিব । তাৰ চিকিৎসা কৰি বিষ গুচাব লাগিব । মোৰ স্কুলৰ পৰীক্ষা এয়েই হ'ব । মই ভাষাৰ প্ৰশ্ন পত্ৰ উলিওৱাৰ জঞ্জালত পৰিব নোখোজোঁ । মই কথা বতৰাৰ দ্বাৰাই হে ল'ৰাবিলাকৰ ভাষা-জ্ঞানৰ পৰীক্ষা কৰিম ।

## পঢ়াশালি সজাওক

স্কুলত হোৱা প্ৰত্যেকটো কামেই জ্ঞানৰ আহিলা হৈ পৰিব লাগে । ইয়াৰ কাৰণে স্কুলবিলাক সজাব

লাগে। ভাল ভাল আহিলাপাতি গোটাব লাগে। ৰামদাস স্বামীয়ে কৈছিল "ঈশ্বৰৰ বৈভৱ বঢ়োৱা।" মানুহ-বিলাকে নিজৰ নিজৰ ঘৰ সজোৱা-পৰোৱাতকৈ পঢ়াশালি-বিলাকহে জাক্-জমক্ কৰি সজাবলৈ চেষ্টা কৰিব লাগে। তেওঁলোকে পঢ়াশালিৰ আৱশ্যকীয় অহিলাপাতি যোগাৰ কৰি দিব লাগে।

ওপৰত কোৱা আটাইকেইটা কথা নিজৰ অভিজ্ঞতাৰ পৰাই কৈছোঁ। এইদৰেই যাতে আপোনালোকেও কৰে—এয়ে মোৰ আশা।

—জীৱন দৃষ্টিৰ পৰা

## *সেৱাগ্ৰামৰ প্ৰয়োগ*　　　: ২৭ :

আজি ৰাতিপুৱা মই সেৱাগ্ৰাম হৈ আহিলোঁ। তাৰ তালিমী সংঘত এটা বৰ ডাঙৰ প্ৰয়োগ চলিব লাগিছে। ল'ৰা-বিলাকে শস্য, শাক-পাচলি যথেষ্ট পৰিমাণে উৎপন্ন কৰিছে আৰু ফল আদিও উৎপন্ন কৰিবলৈ চেষ্টা চলায়েই আছে। সূতা কটাৰ পৰা আৰম্ভ কৰি কাপোৰ বোৱালৈকে সকলোবিলাক প্ৰক্ৰিয়া নিজে কৰি কাপোৰ তৈয়াৰ কৰিছে। সিহঁতে নিজ হাতেৰে আটা পিহে আৰু ভাত-পানীও ৰান্ধে। ঘৰৰ সমুদায় কাম নিজেই কৰে। ৰুগীৰ সেৱা-শুশ্ৰূষা কৰে। ঘানিত তেল পেৰে। এতিয়া মাটিৰ বাচন-বৰ্তন তৈয়াৰ কৰা কামতো ধৰিছে। নিজৰ জমা-খৰচ নিজে নিজে লিখে আৰু এইবিলাক কৰাৰ উপৰিও জটিল শিক্ষা গ্ৰহণ কৰে। তেওঁলোকৰ তেনে প্ৰয়োগ দেখি এনেকুৱা ইচ্ছা হয় যে আমিও যেন ল'ৰাবিলাকৰ কামত হাত উজান দিম।

## জ্ঞান আৰু কৰ্ম্ম

এই শিক্ষা পদ্ধতিয়ে বিচাৰৰ বহুতো বিবাদ সমাধান কৰি দিলে। কোনো কোনো চিন্তাশীল লোকে কৈছে যে জ্ঞান আৰু কৰ্ম্মৰ ভিতৰত বিৰোধ ভাব আছে আৰু কিছুমান চিন্তাশীল লোকে কয় "বিৰোধ নাই কিন্তু ইহঁতৰ বিভেদ হে আছে। কিছুমানে কয় বিভেদ আছে সঁচা, কিন্তু ইহঁত দুয়োটাৰে সংযোগ হব লাগে। এই পদ্ধতিৰ দ্বাৰাই দুয়োটা একে হৈ পৰে। কৰ্ম্মৰ দ্বাৰাই জ্ঞান পোৱা হয়, জ্ঞানৰ দ্বাৰাই কৰ্ম্ম সম্পন্ন হয় আৰু জ্ঞান তথা কৰ্ম্ম দুয়োটা একে লগ হ'লে চিত্তৰ বিকাশ সাধন হয়। দেখাত যদিও ল'ৰাই কামকেহে কৰা দেখা যায়, তথাপি ভিতৰে ভিতৰে সিহঁতে জ্ঞান লাভ কৰিবলৈ ধৰে। সিহঁতৰ সহায়ৰ কাৰণে শিক্ষক নিমিত্ত মাত্ৰ।

## নতুন পদ্ধতিৰ লাভ

এইবিলাক লিখি মই এইটো প্ৰমাণ কৰিবলৈ যোৱা নাই যে তাত যিবোৰ চলিব লাগিছে সি পৰিপূৰ্ণ বা নিৰ্দ্দোষী। তাত কি খিনিৰ অভাব আছে তাক মই জানো, কিন্তু তাৰ দৃষ্টি নিৰ্দ্দোষ হোৱা হ'লে চিত্তৰ সমাধান অৱশ্যে হ'লহেঁতেন। ভাৰতৰ সকলো ঠাইতেই এই পদ্ধতিৰ শিক্ষা চলা হ'লে উচ্চ-নীচ, ধনী-দুখীয়া আদি সকলো ভেদ-ভাব দূৰীভূত হ'লহেঁতেন। শ্ৰমৰ প্ৰতিষ্ঠা স্থাপিত হব। সমাজে ভাল সেৱক পাব, ভাল ৰক্ষক ওলাব। প্ৰত্যেকখন গাৱেঁই আত্ম নিৰ্ভৰশীল হব।

## অভিজ্ঞতা আৰু বিকাশ

দেখা গৈছে যে আজিও আমাৰ মন এই কালে যেনে হিচাপে যাব লাগিছিল, তেনে হিচাপে যোৱা নাই। যি সকলে প্ৰাচীন পদ্ধতিৰে শিক্ষা পাইছে তেওঁলোকে ল'ৰা-ছোৱালীবোৰক

সোধে যে কি কি অভিজ্ঞতা অৰ্জ্জন কৰিলা? শিক্ষা অৰু মানসিক বিকাশৰ লগত যে অভিজ্ঞতাৰ কম সম্বন্ধ আছে তাক তেওঁলোকে নেজানে। আৱশ্যক অনুসৰি ল'ৰাৰ, ব্ৰহ্মজ্ঞান লাভ কৰিব পৰা যোগ্যতা থকাটোৱেই যথেষ্ট। সেই যোগ্যতা পোৱাই দিয়াটো শিক্ষাৰ কাম। কিন্তু সত্যবাদীতা কাৰ্য্যকুশলতা আৰু সেৱাপৰায়ণতা আদি গুণেই হৈছে মুখ্য বস্তু। এই দৃষ্টিৰে চালে এইটো কবই লাগিব যে শিক্ষা বিজ্ঞানত ই এটা বৰ ডাঙৰ অনুসন্ধান।

## মাক-বাপেকে মন কৰক

ঈশ্বৰে যাক সন্তান-সন্ততি দিছে তেওঁলোকে যদি এই পদ্ধতি অধ্যয়ন কৰে আৰু নিজৰ সন্তান-সন্ততিক এনেকুৱা শিক্ষা দিয়ে তেন্তে তাৰ পৰা বৰ ডাঙৰ লাভ হব। বেছি ভাগৰে এনেকুৱা হয় যে আমি নিজৰ ল'ৰা-ছোৱালীক নিজৰ পৰিকল্পনাৰ পৰা আঁতৰত ৰাখোঁ। ফলত এই পৰিকল্পনা আনৰ কাৰণেহে হয়। তাৰ পিচত ই সাৰ-শূন্য হৈ পৰে। যদি এই শিক্ষাকেই আমি নিজৰ ল'ৰা-ছোৱালীকো দিওঁ তেন্তে ইয়াত বেছি জোৰ দিব পৰা হব আৰু তাক গোটেই ভাৰতবৰ্ষতে প্ৰচাৰ কৰাত বেছি সময় নেলাগিব। কাৰণ শিক্ষা এনেকুৱা এটা বস্তু যে তাৰ দীঘ-প্ৰস্থৰ ওপৰত বেছি গুৰুত্ব নিদিয়ে, কেৱল গভীৰত্বৰ ওপৰতহে বেছি গুৰুত্ব আৰোপ কৰে। যদ কোনোখা এঠাইতো এই শিক্ষাৰ গভীৰতম প্ৰয়োগ চলে, তেন্তে সি অতি সোনকালে সকলো ঠাইতে প্ৰচাৰিত হৈ পৰিব। গতিকে এই বিষয়ে চৰকাৰে কি কৰে নকৰে তালৈ লক্ষ্য নকৰি যদি আমি ইয়াতে উঠিপৰি লাগোঁ আৰু নিজৰ ল'ৰা-ছোৱালীকো এই পদ্ধতিৰেই শিক্ষা দিওঁ তেন্তে বৰ ডাঙৰ কাম হৈ উঠিব।

—'সেৱক' মাৰ্চ্চ, ১৯৩৮

## নিত্য নঈ তালিমৰ অৰ্থ

শিশু-শিক্ষা এটা শুভ কৰ্ম্ম। ই সেৱাগ্ৰামত কেইবা বছৰৰো পৰাই চলি আহিছে। ইয়াৰ নাম নঈ তালিম দিয়া হৈছে কিন্তু মই হলে ইয়াক 'নিত্য নঈ তালিম'হে বোলোঁ। নিত্য নঈ তালিমৰ অৰ্থ হৈছে "যি কালি আছিল সি আজি নাই আৰু যি আজি আছে সি কাইলৈ নেথাকিব—যেনে নৈৰ পানী। নৈৰ পানী অহঃৰহঃ বৈয়েই থাকে সেইবাবে প্ৰতি মুহূৰ্ত্তেই তাৰ পানী নতুন হৈ থাকে। সেই দৰেই দৈনিক হোৱা অভিজ্ঞতাৰ আধাৰত যি নিতৌ পৰিবৰ্ত্তন হৈ থাকে সিয়েই হৈছে নিত্য নঈ তালিম।

## তৈয়াৰী সাঁচ অকামিলা

মানুহে শিক্ষাৰ একোটা সাচ তৈয়াৰ কৰি লয়। য'ত সাঁচ তৈয়াৰ কৰা হয় তাৰ শিক্ষাও বেয়াৰ ফালে ঢাল লয়। এই নামত্তে মই এইটো নিশ্চিত কৰি লৈছো যে এনেধৰণৰ সাঁচ মোৰ জীৱনত হবলৈকে নিদিয়। সদায় নতুন নতুন অভিজ্ঞতা হৈ থাকিব আৰু সেই অনুসৰি আমাৰ জীৱনকো নিতৌ পৰিবৰ্ত্তন কৰিব পৰা শক্ত হব লাগে।

## পাঠ্য পুথি স্থানীয় হওক

আমি বুনিয়াদী শিক্ষাৰ পৰাই আৰম্ভ কৰিছিলোঁ। এতিয়া পূৰ্ব্ব বুনিয়াদীত প্ৰবেশ কৰা হৈছে। তাত গাৱঁলীয়া দৃষ্টিকোণেৰে কাম কৰিব লাগে। এই কাৰণে পুৰণা চিন্তাধাৰা (বিচাৰ) কামত নাহে। প্ৰত্যেক গাৱঁৰ পৰিস্থিতি বেলেগ বেলেগ। সেই পৰিস্থিতিলৈ লক্ষ্য কৰিহে শিক্ষাৰ বিষয় নিৰ্দ্ধাৰণ কৰিব

লাগিব। নৈ পৰীয়া গাৱঁত ল'ৰা-ছোৱালীৰ শিক্ষা এক প্ৰকাৰৰ হ'ব আৰু পাহাৰীয়া গাৱঁত অন্য প্ৰকাৰৰ হ'ব। সেই দৰেই হাবি-জঙ্গলৰ ওচৰত থকা গাৱঁৰ শিক্ষাও তৃতীয় প্ৰকাৰৰ হ'ব। শিক্ষা বিভাগৰ নিৰ্দ্ধাৰিত পাঠ্যক্ৰম বা পাঠ্য পুথি সকলো গাৱঁৰ কাৰণে উপযোগী নহ'ব। আজি-কালি একেখন কিতাপেই গোটেই প্ৰদেশৰ সকলোবোৰ স্কুলতে চলে। এনেকুৱা কিতাপত প্ৰত্যেক গাৱঁৰ যি বৈশিষ্টতা বা ভিন্নতা আছে তাৰ উল্লেখ নেথাকে। সি এখন সৰ্ব্বসাধাৰণ কিতাপ হ'ব। এই কাৰণে ল'ৰা-ছোৱালী-বিলাকে তাক পঢ়ি ভাল নেপায় আৰু সেই গাৱঁৰ কাৰণে সি বিশেষ কামৰো নহ'ব।

## সজীৱ ভূগোল-বুৰঞ্জী

কিতাপ আমাৰ স্কুলবোৰৰ কাৰণেও লাগে, কিন্তু সেই কিতাপ প্ৰত্যেক গাৱঁৰ পৰিস্থিতিলৈ লক্ষ্য ৰাখি বেলেগ বেলেগ ধৰণেৰে লিখা হ'ব লাগিব। সেই গাওঁখনৰ বা-বতাহ তাত থাকিব। সেৱাগ্ৰামৰ স্কুলত যদি বুৰঞ্জী পঢ়াব লাগে তেন্তে তাত যিমানবিলাক অনুষ্ঠান আছে তাৰ বুৰঞ্জী সেই কিতাপত থাকিব। সেৱাগ্ৰাম গাওঁখন কেনেকৈ হ'ল, এইটো তাত বৰ্ণনা কৰা থাকিব। গাৱঁৰ বুঢ়া-মেথা সকলৰ অনুভৱ তাত লিখা থাকিব। এইদৰেই সি এখন সজীৱ বুৰঞ্জী হ'ব। ভূগোলো সেৱাগ্ৰামৰ ওচৰ-পাঁজৰৰ পৰাই আৰম্ভ হ'ব। যিখন গাৱঁত আমি থাকিম সি পৃথিবীৰ মধ্য-বিন্দু, কিয়নো আমি তাত থাকোঁ আৰু তাৰ আশে-পাশে গোটেই জগত খন পৰি আছে, এই বুলি ভাবিছে আমাৰ ভূগোল তৈয়াৰ হ'ব।

## নিত্য-পৰিবৰ্ত্তনশীল

এইটো হৈছে আমাৰ চিন্তা-ধাৰা। নিতৌ নতুন অভিজ্ঞতা লৈ থকা হ'ব আৰু তাক প্ৰয়োগ কৰি যোৱা হ'ব। আগৰ

অভিজ্ঞতাৰে যিটো বস্তু তৈয়াৰ কৰা হয় তাক নতুন অভিজ্ঞতাৰে ভাঙি পেলোৱা হয় আৰু তাৰ দ্বাৰা দ্বিতীয়টো নতুন বস্তু আকৌ সজা হয়। এইদৰেই পাতি যোৱা আৰু ভাঙি যোৱাৰ ক্ৰম চলিয়েই থাকিব।

## নঈ তালিমৰ তত্ত্ব

মোক যদি কোনোবাই সোধে যে "শিশু শিক্ষাৰ তত্ত্ব কি?" তেতিয়া থুল-মূল ভাবে মই ইয়াকে কম যে "শিক্ষা দাতা শিক্ষক সকল শিশু হব লাগে আৰু শিক্ষা লোৱা শিশু সকল ডাঙৰ হব লাগে। শিক্ষক যদি শিশু হব নোৱাৰে তেন্তে তেওঁৰ দ্বাৰাই আৰু শিক্ষা দিয়াৰ কাম চলিব নোৱাৰিব আৰু শিশু যদি ডাঙৰ নহয় তেন্তে তেওঁবো সেইদৰেই শিক্ষা পোৱা নহয় বুলিয়েই ধৰিলব লাগিব।

## প্ৰাৰ্থনা মাতৃ-ভাষাত হব লাগে

এতিয়া আমি শিশুৰ লগত যি কাম কৰিম সি আমাৰ দৈনন্দিন জীৱনৰ লগত সম্বন্ধ থকা হব লাগিব। প্ৰত্যেকটো কামৰ অন্তৰ্নিহিত যি চিন্তা-ধাৰা থাকিব তাক, ল'ৰা-ছোৱালী বোৰক ভালকৈ বুজাই দিব লাগিব। যেনেকৈ আমি নিতৌ যি প্ৰাৰ্থনা কৰোঁ সি সেই ল'ৰা-ছোৱালীবোৰৰ মাতৃ-ভাষাত হব লাগে। কোৰাণ আৰবীত পঢ়িলে পুণ্য হব আৰু মাৰাঠী বা অন্য ভাষাত পঢ়িলে তাৰ অস্তিত্বই নোহোৱা হব বুলি কেতিয়াও ভাবিব নেলাগে। এইটো কথাই বেদৰ মন্ত্ৰ আৰু অন্যান্য প্ৰাৰ্থনাৰ ক্ষেত্ৰতো খাটিব। প্ৰাৰ্থনা যেতিয়া ল'ৰা-ছোৱালীৰ মাতৃ-ভাষাত হব তেতিয়াহে সিহঁতে তাৰ অৰ্থও বুজিব পাৰিব। য'ত অৰ্থ-জ্ঞান নেথাকে ত'ত প্ৰাৰ্থনাৰ কোনো বিশেষ মহত্বই থাকিব নোৱাৰে।

## ট্ৰেইনিং লোৱা শিক্ষক

ইয়ালৈ আন আন প্ৰদেশৰ পৰা যি সকল শিক্ষক আহে

তেওঁলোকৰ কাৰণে বেলেগ অভ্যাসক্ৰম কৰা হয়। তেওঁলোকে ইয়াত নঈ তালিমৰ বিষয়ে ব্যাখ্যান শুনে, কিন্তু মই হলে তেওঁলোকক বছৰটোৰ ভিতৰত এতিয়া আপোনালোকৰ আগত কোনাৰ দৰে এটাহে ব্যাখ্যান দিম আৰু কম "এতিয়া কামত লাগি যোৱা।" আৰু দৈনন্দিন কামত যিখিনি অসুবিধা আগত আহি পৰে তাৰ বিষয়ে পথুলি আলোচনা কৰিবলৈ বিচাৰিম। বি-এ, এম-এ, আদিৰ যি শিক্ষা তেওঁ-লোকে এতিয়ালৈকে পালে তাত তেওঁলোকে কেৱল ব্যাখ্যানকেহে শুনিলে। ইয়াতো যদি তেওঁলোকে তেনেকুৱা ব্যাখ্যানকেহে শুনি থাকিব লগা হয়, তেন্তে প্ৰকৃত শিক্ষা পাব নোৱাৰিব। মই তেওঁলোকক ক'ম যে "আপোনালোকে চৰকাৰৰ পৰা যি ছাত্ৰ-বৃত্তি পাইছে তাক আপোনালোকৰ ঘৰলৈ পঠাই দিয়ক, ইয়াত আপোনালোকে অন্ততঃ এযোৰ নিজৰ নিজৰ ভাত-মোকোলাই দেখুৱাওকচোন!" আপোনালোকে দিনে ১০।১২ গজ কাপোৰ বব পাৰেনে? এই বুলি মই তেওঁলোকক সুধিম। ইয়াৰ উত্তৰত যদি তেওঁলোকে কয় যে আমি হাতে-কামে বোৱাটো নেজানো কিন্তু বোৱাৰ মূল কথাখিনি হলে জানো। তেতিয়া মই ক'ম যে "আপোনালোকে খোৱাৰ মূল কথাখিনি জানে যেতিয়া নিতৌ কিয় খায়?" ইয়াৰ মানে আমাৰ বিদ্যা অকল শব্দ বিদ্যাই হব নেলাগে সি শক্তিশালীও হব লাগে।

## পুৰণি বিদ্যাৰ মোহ

দৰাচলতে আমাৰ মগজুবিলাক পুৰণা বিদ্যাৰেই ভৰি আছে। শিক্ষকে ইয়াৰ ল'ৰা-ছোৱালীবোৰক বজা-বঢ়া, সূতা কটা, তাঁত বোৱা আদি কাম শিকায় কিন্তু তেওঁলোকে মনেৰে ভাবে যে বাহিৰৰ ল'ৰা-ছোৱালীৰ তুলনাত আমাৰ ল'ৰা-ছোৱালীৰ স্তৰ কিমান ওপৰত? বাহিৰৰ ল'ৰা-ছোৱালীৰ

লগত জানো,আমাৰ ল'ৰাছোৱালীৰ তুলনা হব পাৰে ? আমাৰ ল'ৰা-ছোৱালীয়ে ভালদৰে সাঁতুৰিব জানে, অকল জনাই নহয় আনকো ৰক্ষা কৰিব পাৰে। বাহিৰৰ ল'ৰা-ছোৱালীয়ে জানো এইদৰে সাঁতুৰিব জানিব ? অৱশ্যে সিহঁত ভল যাব নিশ্চয় পাৰিব। লিখা-পঢ়াৰ কোনো মূল্যই নাই বুলি মই নকওঁ; আন আন যি কুৰিটা গুণ আছে তাৰ ভিতৰবে ইয়ো এটা। তাৰ ওপৰত নো ইমান গুৰুত্ব কিয় দিব লাগে ?*

'সেৱক'ৰ পৰা, মাৰ্চ্চ ১৯৫০

## *গাওঁৰ স্ফূৰ্ত্তি-স্থান* : ২৯ :

কালি মই প্ৰাৰ্থনা সভাত কৈছিলো যে আপোনালোকে ভাৰতবৰ্ষৰ লোণ খাইছে। আপোনালোকে যদি একো কৰিব নোৱাৰে তেন্তে ভাৰতবৰ্ষত আৰু কৰিব পাৰোঁতা আন কোনো নাই। চৰকাৰত যি সকল সোমাইছে তেওঁলোক আমাতকৈ বৰ ভাল মানুহ। কিন্তু আমি বুজা উচিত যে চৰকাৰে সকলোবোৰ কাম কৰিব নোৱাৰে। নঈ তালিম বিষয়টোও এনেকুৱা যে তাৰ কিছু অংশ চৰকাৰে কৰিব পাৰে আৰু কিছু অংশ নোৱাৰে।

### নঈ তালিম সৰ্ব্ব সংগ্ৰাহক

নঈ তালিম এটা বৰ ব্যাপক বিষয়। তাত ভাৰতবৰ্ষৰ সেৱা সম্বন্ধীয় প্ৰত্যেকটো কথাই জড়িত আছে। অলপতে আমি "সৰ্ব্ব সেৱা সংঘ" গঠন কৰিছোঁ, তেতিয়া নায়কমজীয়ে কৈছিল যে "ইয়াৰ কি আৱশ্যক ? নঈ তালিমেই দেখোন

* ১৯।২।৫০ তাং সেৱাগ্ৰাম বুনিয়াদী স্কুলৰ ভেটি স্থাপন কৰোঁতে দিয়া ভাষণ।

সৰ্ব্ব সেৱা সংঘ ।” তেওঁৰ এই মতটো মই সমৰ্থন কৰো। কিন্তু সৰ্ব্ব সেৱা সংঘৰ কল্পনা বেলেগ। প্ৰত্যেক সংঘৰ ব্যৱস্থা-শক্তি বেলেগ বেলেগ থাকে। সেইবোৰক লগ লগাবৰ কাৰণেই সৰ্ব্ব সেৱা সংঘৰ উৎপত্তি

## তালিমী সংঘৰ সীমা

‘তালিমী সংঘ’ হৈছে এটা বস্তু আৰু নঈ তালিম হৈছে অন্য এটা বস্তু। তলিমী সংঘ এটা সৰু বস্তু আৰু নঈ তালিম হৈছে ডাঙৰ বস্তু। তালিমী সংঘই কিছু পৰিমাণে বাট দেখুৱাই দিব। তেওঁলোকে নিজে যিমানখিনি পাইছে সিমান খিনিহে আনকো দিব পাৰিব। প্ৰথম কথা মই আপোনালোকক এইটোকে কব খোজোঁ যে তালিমী সংঘৰ মাৰ্গদৰ্শনত আপোনালোকে বেছি গুৰুত্ব নিদিব। আপোনালোকে নিজৰ নিজৰ বুদ্ধিৰে চলাই গৈ থাকক।

## পুৰণা মানুহ অপূৰ্ণ

এইটো বুজা উচিত যে আমি যিবিলাকে এই আঁচনি তৈয়াৰ কৰিছিলো তেওঁলোক সকলোবিলাকেই অপৈণত। আমি নিজে যি শিক্ষা পাইছিলো সিয়োতো পুৰণাই আছিল। আমাৰ চিন্তা-ধাৰালৈ যে এইটো এটা নতুন বস্তু আহিছে, ই সঁচা, কিন্তু ইয়াৰ নিমিত্তেই আমাৰ জীৱনো অতি ভয়ঙ্কৰ হৈ উঠিছে। মই আমাৰ জীৱনক নৰসিংহৰ আখ্যা দিছো। নৰসিংহ পুৰা জন্তুও নাছিল আৰু পুৰা মানুহো নাছিল। তাৰ আগতে ‘বৰাহ’ অৱতাৰ হৈছিল। বৰাহ অৱশ্যে জন্তুৰেই আছিল। তাৰ পাচত ‘বামন’ মানুহ হ’ল। কিন্তু মাজৰ এই যে নৰসিংহ অৱতাৰ আছিল, সি সকলোবোৰ অৱতাৰতকৈ ভয়ঙ্কৰ আছিল। সেই নিচিনাকৈ আমিও ভয়ঙ্কৰেই, কাৰণ আমি পালো পুৰণি শিক্ষা আৰু ভাবিছোঁ নঈ তালিমৰ কথা।

## নঈ তালিমক পইচা নেলাগে

মোৰ মনেৰে আমি যি শিক্ষা-পদ্ধতি চলাব খুজিছো তাৰ কাৰণে এটা আধা পাইও খৰচ হব নেলাগে। ভাগৱত গীতাত কৈছে—"ত্যক্তঃ সর্ব পৰিগ্রহঃ" "শৰীৰংকেৱলং কর্ম"—সকলো পৰিগ্রহ ত্যাগ কৰি শৰীৰৰ দ্বাৰাই কাম কৰা। ধৰি লওক কোনো এখন গাৱঁত গৈ নঈ তালিম চলাব খুজিছো। তেতিয়া তাৰ বন্ধুৱাৰ লগত পথাৰত কাম কৰিবলৈ যাম আৰু খেতিৰ গৰাকীয়ে যি মজুৰি দিব তাৰে জীৱন নির্ব্বাহ কৰিম। এইদৰে যেতিয়া মই চলিবলৈ ধৰিম তেতিয়া নঈ তালিমৰ উত্তম শিক্ষক হব পাৰিম। আমাৰ উত্তম শিক্ষক সকলে প্রাচীন কালত এই দৰেই কাম কৰি গৈছে। কবীৰ এজন উত্তম শিক্ষক আছিল আৰু তেওঁৰ শিক্ষা আজি পর্য্যন্ত ভাৰতৰ মানুহে পাহৰা নাই। এই দৰেই বল্লুবন নামৰ আৰু এজন শিক্ষক আছিল, এওঁ সমগ্র তামিলনাদতে সর্ব্বোত্তম শিক্ষা দিছিল। নামদেৱে দৰ্জীৰ কাম কৰিছিল আৰু কবীৰ তথা বল্লুবনে তাঁত বোৱাৰ কাম কৰিছিল। এইদৰেই যি সকল সাধু-মহন্ত আছিল তেওঁলোকে কিছু নহয় কিছু কাম কৰিছিল। তেওঁলোকে আমাক শিকাই থৈ গৈছে যে "মুখেৰে পৰমেশ্বৰৰ নাম লোৱা আৰু হাতেৰে উৎপাদনৰ কাম কৰা।" এই বাবেই মই সুধিব খোজোঁ যে গাৱঁলৈ গৈ পথাৰত কাম কৰিবৰ কাৰণে মোৰ হাত দুখনৰ বাহিৰে আৰু কি লাগে?

## গাৱঁত নঈ তালিম

গাৱঁলৈ যাবলৈ মানুহে ভয় কৰে। গাৱঁত যিমান মৰম-চেনেহ আছে তাক যদি নগৰ-বাসীয়ে নিজৰ জীৱনৰ লগত মিলাই চায় তেন্তে তেওঁলোকে বুজিব পাৰিব যে তেওঁলোকৰ জীৱন কেনে দৰিদ্র-গ্রস্ত। গাৱঁত এটা সামূহিক জীৱন আছে।

নগৰত প্ৰত্যেকৰে জীৱন পৃথক পৃথক। নগৰত মানুহবোৰ নিজৰ স্বাৰ্থৰ কাৰণে গোট খায়। এই কাৰণেই কোনোবা এজন কবিয়ে কৈছিল যে "ভগৱানে গাওঁ নিৰ্ম্মাণ কৰিলে আৰু মানুহে নগৰ নিৰ্ম্মাণ কৰিলে।" যদি শিক্ষাৰ যোগ্যতা থকা মানুহে বন্ধুৱা সকলৰ মাজত গৈ কাম আৰম্ভ কৰি দিয়ে তেন্তে তেওঁ নিজেও শিকিব আৰু আনকো শিকাব পাৰিব। তাত থকা ল'ৰা-ছোৱালীবোৰক আমি গধূলি বা দুপৰীয়া যেতিয়াই সময় পাওঁ তেতিয়াই শিকাব পাৰোঁ। যদি আপোনালোকক যঁতৰৰ আৱশ্যক হয় তেন্তে সেই যঁতৰে ১৫ দিনৰ ভিতৰত তাৰ মূল্য পৰিশোধ কৰিব পাৰিব। যদি আপোনালোকক টাকুৰীৰ আৱশ্যক হয় তেন্তে টাকুৰীয়েও এদিনৰ ভিতৰতে তাৰ দাম উচল কৰি দিব পাৰিব। সৰু সুৰা সাজ-সঁজুলিৰ বিশেষত্ব এই খিনিয়েই। আপোনালোকে আপোনালোকৰ সাজ-সঁজুলিবোৰ নিজেও তৈয়াৰ কৰি লব পাৰে আৰু যদি এইদৰেই কৰিবলৈ লয় তেন্তে দেখিব যে নঈতালিমৰ কাৰণে সি এটা বৰ ভাল বিষয় হব। এই কাৰণে দৈহিক শ্ৰমৰ প্ৰতি নিষ্ঠা ৰাখি, গাৱঁলীয়া ৰাইজৰ প্ৰতি প্ৰেম ভাব পোষণ কৰি, কাম কৰিবলৈ সক্ষমতা অৰ্জ্জন কৰি, বৈজ্ঞানিক দৃষ্টি কোণ বা স্বতন্ত্ৰ বুদ্ধিৰে আপোনালোক গাওঁলৈ যাওক আৰু আপোনালোকে যেনে ভাল দেখে তেনে ভাবেই শিক্ষাৰ কাম আৰম্ভ কৰি দিয়ক।

বন্ধৰ প্ৰশ্ন

মই আগতে কৈছোঁ যে 'মই গাৱঁত কাম কৰিবলৈ হ'লে প্ৰথমে পথাৰত মজুৰ হৈ হে কাম আৰম্ভ কৰিম।' কিন্তু মই দেখিছোঁ, যেতিয়া পথাৰত কাম নেথাকে তেতিয়াহে আমাৰ স্কুলবিলাকো বন্ধ দিয়ে। পথমৰ বন্ধৰ কথাটো আমাক ইংৰাজে শিকালে আৰু তাকে আমি এতিয়াও

খামোছমাৰি ধৰিয়েই আছোঁ। তেওঁলোকে শিকাইছিল যে গৰমত কাম কম হয় আৰু এনাৰ্জী (উৎসাহ) বেছি সময়লৈ টিকি থাকিব নোৱাৰে। কিন্তু আমি দেখিবলৈ পাইছো যে পৃথিৱীৰ যিটো ভাগ বৰ বেছি গৰম তাত বৃহৎ বৃহৎ গছ-গছনিৰ সৃষ্টি হয়। এই কাৰণে যদি স্কুল বন্ধ দিব লাগে তেনেহলে বৰষুণৰ দিনত হে দিব লাগে। মই কিন্তু তাক বন্ধ বুলি নকওঁ। কাৰাগাৰৰ ক্ষেত্ৰত বন্ধৰ কথাটো আহিব পাৰে আৰু যিহেতু আমাৰ আগৰ স্কুল বিলাক কাটেক ঘৰৰ নিচিনা আছিল, সেই বাবে তেওঁলোকৰ বন্ধৰ আৱশ্যকতাও আছিল। কিন্তু আমাৰ কাৰণে এদিনো বন্ধ থাকিব নেলাগে। যদি জ্ঞান লাভ কৰাটো আনন্দৰ বিষয় হয় তেন্তে বন্ধ আৰু কিহৰ কাৰণে?

বুদ্ধিৰ দ্বাৰা বিপ্লৱ

মোৰ মনত আছে যে পৱনাৰৰ পৰা সুৰ গাওঁ তিনি মাইল দূৰ। মই সদায় তাত মেতৰ কাম কৰিবলৈ গৈছিলো। বাৰিষাও মোৰ কাম বন্ধ নাছিল। মানুহে মোক সুধিছিল যে ইমান দোকোল-দাকাল বাৰিষাও আপুনি কিয় আহে? তাৰ উত্তৰত মই কওঁ—"আনৰ বন্ধ থাকিব পাৰে কিন্তু মেতৰৰ জানো বন্ধ থাকে?" মই আদৰ্শ লৈছো সূৰ্য্য-নাৰায়ণৰ। সূৰ্য্য-নাৰায়ণ সকলোতকৈ ডাঙৰ মেতৰ। আমি ইমান লেতেৰা কৰোঁ যে ভাৰতবৰ্ষত যদি ভালদৰে সূৰ্য্যৰ পোহৰ নপৰিলহেঁতেন তেন্তে আমি কেতিয়াবাই লোপ হ'লোহেঁতেন। কিন্তু দুঃখৰ বিষয় যে মই গোটেই বছৰটো সূৰ্য্য-নাৰায়ণক অনুকৰণ কৰিব নোৱাৰিলো। বেমাৰৰ কাৰণে মোৰ কাম ন দিন খণ্ডি হৈছিল। মই কাম কৰাৰ ফলত গাৱঁৰ মানুহে 'মেতৰ' কামটোকো অতি পবিত্ৰ কাম বুলি ভাবিবলৈ ধৰিলে।

এদিন গণপতি উৎসৱৰ দিনা মই যোৱাৰ আগতে গোটেই গাওঁখন পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থকা দেখা পালোঁ। মই ৰাতি পুৱা সাত বজাত সেই গাওঁ পাওঁগে। গোটেই গাওঁখন পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থকা দেখি মই সুধিলো—"গাওঁখন কোনে চাফ্‌ কৰিলে? গাৱঁৰ ৰাইজে কলে"আজি গণপতি উৎসৱৰ দিন আছিল। সেই কাৰণে আমি ভাবিলোঁ যে আজি যি কোনো এটা পৱিত্ৰ কাম কৰিব লাগে। সেই দেখি গাৱঁৰ ডেকাইতে এই কামটো কৰি পেলালে।" মই ইয়াকে বিপ্লৱ বুলি কব খোজোঁ। এনেকুৱা বিপ্লৱ কোনো ৰাজ-ক্ষমতাই কৰিব নোৱাৰে। এইবাবে মই যেতিয়া কালি শুনিলো যে "ক্ষমতা নহ'লে সমাজ বিপ্লৱ হব নোৱাৰে," তেতিয়া মোৰ মনত সন্দেহ উপস্থিত হ'ল। মই হ'লে ইয়াৰ সম্পূৰ্ণ বিপৰীতটোহে ভাবোঁ। কোনো চৰকাৰেই বিপ্লৱ কৰিব নোৱাৰে। বিপ্লৱ কৰাটো চৰকাৰৰ কাম নহয়।

মইতো কওঁ যে এনেধৰণৰ বিপ্লৱাত্মক কাম তালিমী সংঘয়ো কৰিব নোৱাৰে। আপোনালোকক ভগৱানে যি বুদ্ধি দিছে তাৰ দ্বাৰাইহে বিপ্লৱ হব পাৰিব। কিয়নো তালিমী সংঘও এটা জড়-বস্তুৱেই। মানুহৰ আত্মাহে চেতনশীল বস্তু। সংঘ জড়, ব্যক্তি চেতনশীল।

## বিদ্যালয়ৰ দ্বাৰাই গ্ৰাম-সেৱা

আমাৰ স্কুলৰ শিক্ষক গোটেই গাৱঁৰ সেৱক হব লাগে। গাৱঁৰ পঢ়াশালি সেৱাৰ কেন্দ্ৰ হব। গাৱঁক যদি ঔষধাদি দিব লগা হয় তেন্তে স্কুলৰ জৰিয়তে দিব লাগে, ইয়াত ল'ৰা-ছোৱালীবিলাকৰো সহায় পোৱা যাব। গাওঁ চাফাই কৰিব লগা হ'লে, পঢ়াশালিয়েই তাৰ কেন্দ্ৰ হব। স্কুলৰ ছাত্ৰ-শিক্ষক উভয়ে গাওঁবাসীক সহায় কৰিব। গাৱঁত

যদি কিবা কাজিয়া-পেচাল লাগে তেন্তে তাৰ মীমাংসা কৰিবৰ কাৰণে গাৱঁৰ মানুহ শিক্ষকৰ ওচৰলৈ লৰি আহিব। গাৱঁত যদি কোনো উৎসৱাদি পালন কৰিব লগা হয় তেন্তে তাৰ ব্যৱস্থাও স্কুলেই কৰিব। এইদৰেই বিদ্যালয়খন গাৱঁৰ কেন্দ্ৰ স্থল হৈ পৰিব। যিটো বস্তু গাৱঁত আছে তাৰ সৰ্ব্বাঙ্গীন উন্নতি বিদ্যালয়ে কৰিব আৰু যিটো গাৱঁত নাই তাৰ স্থাপনাও বিদ্যালয়েই কৰিব। কালি আমি কৃষি আৰু তাঁত-শিল্পৰ বিষয়ে আলোচনা কৰি আছিলোঁ। খেতিৰ মহত্ত্ব হৈছে এই কাৰণেই যে সি সকলো গাৱঁতে চলি আছে। সেই দৰেই তাঁত-শিল্পৰো মহত্ত্ব হৈছে এই কাৰণেই যে সি ক'তো চলা নাই। এই নিমিত্তে বিদ্যালয়ৰ মানুহে খেতিত ধৰিব লাগে তাৰ উন্নতি সাধনৰ কাৰণে আৰু তাঁত-শিল্পত লাগিব লাগে তাক স্থাপনাৰ কাৰণে।

### ধনৰ মোহত নপৰিব

খেতি বা তাঁত-শিল্প অথবা কাঠ-মিস্ত্ৰি কামৰ পৰা আমি কিমান পইচা পাম এইটো ভবা ভুল। আমি এইটো বুজা উচিত যে তাঁত বোৱাৰ পৰা আমি পইচা নেপাব পাৰো কিন্তু তাৰ পৰিবৰ্ত্তে হয়তো আমি কাপোৰ পাব পাৰোঁ। খেতিৰ পৰা আমি পইচা নেপাওঁ কিন্তু শস্য পাব পাৰোঁ। মিস্ত্ৰি কাম কৰি আমি পইচা নেপাব পাৰো কিন্তু ঘৰ হ'লে পাম। এইবিলাক বস্তুক পইচাৰ লগত তুলনা কৰিব নোৱাৰি। মানুহে কয় যে গাখীৰৰ মূল্য কম। পিচে মই সুধিব খোজোঁ যে "পিয়াহ লাগিলে জানো অকল গাখীৰে কাম দিব ?" আচল কথা হৈছে এইটোৱেই যে পৰমেশ্বৰৰ সৃষ্টিৰ ভিতৰত যিটো বস্তু অত্যন্ত মহত্ত্বপূৰ্ণ তাক সকলোৱে সহজতে পাব পৰাৰ ব্যৱস্থা আছে। এই কাৰণে ধনৰ কথাটো বাদ দি গোটেই জীৱনক সমগ্ৰ দৃষ্টিৰে চাব লাগে।

## নঈ তালিমৰ দ্বাৰাই জটিলতা দূৰিকৰণ

আমাৰ সকলো কামৰ গুৰি ধৰোঁতা হৈছে শিক্ষক সকল। এই কাৰণে ভাৰতবৰ্ষ আৰু পৃথিৱীৰ ভিতৰত কি কি চলিব লাগিছে তাৰ সম্পূৰ্ণ জ্ঞান শিক্ষক সকলৰ থাকিব লাগে আৰু দেশৰ আগত যি যি জটিলতাই দেখা দিয়েছি তাৰ সমাধানৰ উপায়ো শিক্ষকৰ অন্তৰত থাকিব লাগে। কালি আলোচনা চলিছিল যে ভাৰতবৰ্ষই নিজৰ আৱশ্যকীয় সকলো খাদ্য সম্ভাৰ নিজে উৎপাদন কৰিব পাৰিবনে? এজন বন্ধুৱে কৈছিল "ইয়াৰ উত্তৰ জয়ৰাম দাসজীয়ে হে দিব পাৰিব, আমাৰ শিক্ষকে কি দিব?" কিন্তু মই কওঁ যে "ইয়াৰ উত্তৰ জয়ৰাম দাসজীয়ে দিব নোৱাৰিলেও আমাৰ শিক্ষক সকলে দিব পাৰিব লাগে।" ইয়াৰ কাৰণ হৈছে, এই যে জয়ৰাম দাসজীয়ে বিশ্বৰূপ দৰ্শন কৰিছে। সেই বিশ্বৰূপ দৰ্শন কৰি আগৰ দিনৰ অৰ্জ্জুনো বিচুৰ্ত্তি হৈছিল। কিন্তু আমাৰ শিক্ষকে নিজৰ গাওঁ খনিকে পৃথিৱী বুলি ভাবিব। এই কাৰণে সেই গাওঁখনৰ সমস্যা সমাধান হলে গোটেই পৃথিৱীৰেই সমস্যা যে সমাধান হব পাৰে এই কথাটো উপলব্ধি কৰিব পাৰিব। তাৰ পিচত তেওঁলোকে জয়ৰাম দাসজীক পৰামৰ্শ দিব পাৰিব, তেওঁলোকে বুকু-ডাঠি কব পাৰিব যে আমি আমাৰ গাৱঁৰ খাদ্য-সমস্যা কেনে ভাবে সমাধান কৰিছো তাক আপুনি এবাৰ আহি চাই যাওঁকহি। এই নিচিনাকৈয়ে সকলোবোৰ প্ৰয়োগ আমি আমাৰ ঠায়ে ঠায়ে ব্যাপকভাবে চলাব লাগে আৰু আমাৰ দেশত যিমান বিলাক জটিলতা আছে তাকো নঈ তালিমৰ দ্বাৰাই দূৰ কৰিবলৈ চেষ্টা কৰিব লাগে।

## সত্য-নিষ্ঠা নিৰ্ম্মাণ কৰক

ওপৰত কৈ অহা আটাই বিলাক কথাতকৈ বেছি গুৰুত্ব

পূৰ্ব আৰু এটা কথা মই কৈ থওঁ। সিয়েই হৈছে সত্য-নিষ্ঠা। আমি আমাৰ স্কুলবিলাকত সত্য-নিষ্ঠতা নিৰ্ম্মাণ কৰিবলৈ যিমান পাৰি সিমান চেষ্টা কৰা উচিত। ল'ৰা-ছোৱালীবিলাকৰ ওপৰত সদায় বিশ্বাস ৰাখিব লাগে। সিহঁতে যি কয়, সঁচা বুলি ধৰি লব লাগে। যি সত্য-নিষ্ঠ তেওঁ আনকো সদায় বিশ্বাস কৰে।

ডেৰকুৰি বছৰৰ আগৰ কথা। সেই সময়ত মই কাশীত আছিলো। এখন দোকানত মই তলা-চাবি কিনিবলৈ সোমালো। মোৰ এনেকুৱা স্বভাৱ আছিল যে বস্তু নিকিনিলেও তাৰ দামটো সুধি লবৰ মন যায়। এই কাৰণে মই তলাৰ দাম জানো তথাপি তাৰ দাম কিমান বুলি সুধিলো। দোকানীয়ে তাৰ দাম দহ অনা বুলি কলে। তেতিয়া মই দোকানীক কলো যে "এই তলাটোৰ দাম যে তিনি অনা তাক মই জানো। তথাপি তুমি যে দহ অনা বুলিছা মই তাকে দিছো বাৰু।" দহ অনা দি তলাটো মই লৈ গ'লো। সেই দোকান খনৰ ওচৰেদিয়েই মই অহা যোৱা কৰা বাটটো আছিল। সেইবাবে মই অহা-যোৱা কৰোতে দোকানখন সদায় দেখি থাকোঁ। দুই তিনি সপ্তাহ মানৰ পাচত মই এদিন দোকানৰ ওচৰেদি গৈ থাকোঁতে দোকানত অন্য গ্ৰাহক আদি নথকাত ছেগ বুজি দোকানীজনে মোক মাতি কলে "সিদিনা আপুনি নিয়া তলাটোৰ দাম তিনি অনাহে আছিল এই সাত অনা ঘূৰাই নিয়ক।" মোৰ চকু পানী ওলাল মই এইটো কেতিয়াও আশা কৰা নাছিলো। মোক ঈশ্বৰে সত্য-নিষ্ঠাৰ জ্ঞান দিয়া বুলিয়েই ধাৰণা কৰিছোঁ। তেওঁ ভক্তক পৰীক্ষা কৰি চায়। এই কাৰণে মানুহৰ অন্তৰত আমাৰ সত্য-নিষ্ঠাৰ চাপ নপৰে যদিও আমি সত্য-নিষ্ঠ হবলৈ কেতিয়াও এৰিব নেলাগে।

বিহাৰ প্ৰদেশত বুনিয়াদী শিক্ষাৰ এক ব্যাপক আৰু গভীৰ প্ৰয়োগ বহু বছৰৰ পৰাই চলি আহিছে। গোটেই দেশৰ চকু লাগি সেই প্ৰয়োগৰ ফালেহে যাব ধৰিছে। কিন্তু কাম যেনেকুৱা হব লাগিছিল তেনেকুৱা হোৱা দেখা নেযায়। গান্ধীজীয়ে কৈছিল যে নঈ তালিম স্বাৱলম্বী হব লাগে। কিন্তু আজিৰ নঈ তালিম বেছি খৰচী বুলিহে মানুহৰ আপত্তি হৈছে।

আমি মূল্য পৰিৱৰ্ত্তনৰ কথা কৈছো, কিন্তু নঈ তালিমত আজি তাক দেখিবলৈ পোৱা নাই। শিক্ষা বিভাগৰ আন আন ঠাইৰ দৰে বুনিয়াদী শিক্ষাতো দৰ্মহাৰ পৰিমাণ কম-বেছি আছে। আগলৈ দৰ্মহা বেছি কৰা চাকৰি মনোভাৱ ইয়াতো দেখিবলৈ পোৱা গৈছে। চৰকাৰে আধা ডোখৰীয়া চিন্তা চলাইছে। পুৰণা ধৰণৰ স্কুল লাগে যিমানেই নোখোলক সি গ্ৰেণ্ড ট্ৰাঙ্ক ৰ'ডৰ দৰে আৰু নঈ তালিমৰ স্কুলতো বিপদৰ সম্ভাবনা থকা যেন অনুমান হৈছে।

অকল উচ্চ পদ পালে কি হব ?

শিক্ষা বিভাগৰ এজন বিষয়াই মাজতে কৈছিল যে চৰকাৰী শিক্ষা বিভাগৰ উচ্চ পদস্থ বিষয়াজন ভাল হব লাগে। আপুনি অৱশ্যে ঠিকেই কৈছে। কিন্তু ইয়াত এটা অসুবিধা আছে। সেই অসুবিধাটো হৈছে এইটোবেই যে নঈ তালিমৰ শিক্ষা পোৱা যিজন মানুহ নিজে নিজৰ ভৰিৰ ওপৰত থিয় হবলৈ অসমৰ্থ হব তেওঁ আপুনি কোৱা মতে উচ্চ পদবী পালেও অকামিলা বুলি প্ৰমাণিত হব। কোনো স্বাৱলম্বী কমাৰ যদি প্ৰধান মন্ত্ৰী হয় তেনে হলে হয়তো তেওঁ ভাল কামেই কৰিব, কিন্তু যি চাকৰি নেপালে নিৰুপায় হয়, তেওঁ উচ্চ পদ পালেও

একোকে কৰিব নোৱাৰিব। চৰকাৰী ব্যৱস্থাই তেওঁকহে হুকুম কৰিব, সেই ব্যৱস্থাক তেওঁ একোকে পৰিৱৰ্ত্তন কৰিব নোৱাৰিব। যি চিপাহীয়ে নিজৰ কাম ঠিক মতে চলাব নোৱাৰে তেওঁক যদি আনি শিৱাজীৰ গাদীত বহুৱা হয় তেন্তে তেওঁ কেতিয়াও শিৱাজী হব নোৱাৰিব।

## নতুন আকাৰৰ আৱশ্যক

বৰ্ত্তমান চলিত শিক্ষাৰ আকাৰটো পুৰণি। ইয়াক প্ৰকৃত বুনিয়াদী শিক্ষাৰ মূল ভেটিতহে প্ৰতিষ্ঠা কৰিব লাগিছিল, কিন্তু আজি তেনে হোৱা নাই। এই কাৰণে মই কওঁ যে নিৰ্ণায়ক পদ বা key poistion চৰকাৰ নহয়, মতদাতাহে। গতিকে আজিৰ শিক্ষক সকলে জনসাধাৰণৰ ওচৰলৈ গৈ মতদাতা সকলৰ ভাব পৰিৱৰ্ত্তন কৰক, তেতিয়াহে তেওঁলোকৰ হাতলৈ নিৰ্ণায়ক শক্তি আহি যাব। তাৰ পিচত চৰকাৰ নো কেনেকুৱা হব লাগে এই কথাটোও তেওঁলোকৰ ওপৰতেই নিৰ্ভৰ কৰিব। এইদৰেই এই শিক্ষক সকল নিজে চৰকাৰ নহব বৰং চৰকাৰ গঠন কৰোঁতা হব। তেওঁলোকে চাকৰি নকৰিব বৰং চাকৰি কৰোঁতা সকলক নিয়ন্ত্ৰণ কৰিব নঈ তালিমৰ শিক্ষক সকলে মূল্য পৰিৱৰ্ত্তনৰ কথাটো—কাৰ্য্যকৰী কৰিব পাৰিলেহে তেওঁলোকৰ হাতলৈ এই শক্তি আহিব।

## আজিৰ শিক্ষক

আমি ভূদানৰ কামত ফুৰোতে য'ত য'ত বুনিয়াদী স্কুল পাওঁ তালৈ গৈ তাৰ কামবিলাকো চাই লওঁ। তাৰ শিক্ষক সকলক মই সোধো "আপোনাৰ ল'ৰা-ছোৱালীবোৰে ক'ত পঢ়ে?" তেওঁলোকে কয় গয়া, পাটনাৰ নিচিনা নগৰ বোৰত পঢ়ে। য'ত পিতৃগুৰু, শিক্ষাগুৰু আৰু সুন্দৰ পদ্ধতি তিনিওটা বিদ্যমান থাকে, তাতে ল'ৰা-ছোৱালীবোৰক কিয় নপঢ়ায়? প্ৰকাশ যে নঈ তালিমৰ ওপৰত তেওঁলোকৰ বিশ্বাস নাই।

বুনিয়াদী স্কুলত খদ্দৰ কাপোৰ উৎপন্ন হয় অথচ ল'ৰা-ছোৱালী বোৰৰ গাত তাক দেখা নেযায়। অৰ্থাৎ তাত যি উৎপন্ন হয় তাক পিন্ধা নেযায়। হোটেলত যেনেকৈ আনক খুৱাবৰ কাৰণেহে ভাত আদি ৰন্ধা হয়, বুনিয়াদী স্কুল বোৰতো ঠিক তেনেকুৱাই হৈছে।

বুনিয়াদী শিক্ষাৰ শিক্ষক সকলৰ পত্নী সকলে নিজৰ ল'ৰা-ছোৱালী কেইটা লৈ নগৰত থাকে। মাকহঁতে চাগে ল'ৰা-ছোৱালীক এইটো জকল শিকায় যে বোপাইহঁ'ত, তহঁতে পৃথিবীত লাগে যিহকে নকৰ, তথাপি তহঁতৰ দেউতাৰৰ নিচিনা মূৰ্খ নহ'বিহঁক।"

তাৰ পিচত মই আকৌ সুধিলো যে ইয়াত তো চাগে উদ্যোগৰ কাম হয়েই। ধৰিলওক আপুনি তিনি ঘণ্টা মজুৰি লৈ কাম কৰিছে আৰু তিনি ঘণ্টা পঢ়াইছে। তেন্তে আপুনি তিনি ঘণ্টাত যিমান মজুৰি পায় সিমানেই আমি আপোনাক পঢোৱা তিনি ঘণ্টাৰ বাবেও দিম। ইয়াত আপুনি মঞ্জুৰ হবনে ? তেওঁয়া তেওঁলোকে কলে "ওঁহো, নোৱাৰো হব।" ইয়াৰ মানে উদ্যোগৰ ওপৰত তেওঁলোক নিৰ্ভৰ হৈ থাকিব নোৱাৰে। আমি বোৱা-কটা আদি উদ্যোগৰ স্তৰ ওপৰত উঠাব লাগিব। ইয়াৰ নিমিত্তে আমি আমাৰ জীৱন স্তৰো তললৈ নমাব লাগিব। কিন্তু আজি আমি ইয়াৰ কাৰণে প্ৰস্তুত হব পৰা নাই। তেনেস্থলত আমি ল'ৰা-ছোৱালীক কেনেকৈ কম যে হাতৰ কাম কৰা।

তাৰ পিচত মই আৰু সুধিলো যে "আজি আপোনালোকক চৰকাৰে সমান মৰ্য্যদা দিয়া নাই তেনেস্থলত আপোনালোকে নিজেই মৰ্য্যদা সমান কৰি নলয় কিয় ? পৰিয়ালত তো এনেকুৱাই হয়।" কিন্তু তেওঁলোকে এই কথাটোও মানি লব নোখোজে—ইয়াৰ মানে কি ? নঈ তালিমৰ এটাও মূল্য আজি

নঈ তালিমৰ স্কুলবিলাকত দেখিবলৈ পোৱা নাই তেন্তে ইয়াৰ পৰিণাম কি হব পাৰে ?

আজি-কালি মূৰৰ পৰা ভৰিলৈকে মিলৰ কাপোৰ পিন্ধি থকা আৰু ঘৰত বিদেশী বস্তু ব্যৱহাৰ কৰা মানুহেও নঈ তালিম সন্মিলনত আহি কৰ্ম্মীসকলক উপদেশ দিবলৈ সাহ কৰে। মই কোনো ব্যক্তিক সমালোচনা কৰিব খোজা নাই। মাত্ৰ সুধিবহে খুজিছো যে আপোনালোকে যদি নঈ তালিমৰ ভাৱধাৰা মানেই তেন্তে ল'ৰা-ছোৱালীবিলাকে তৈয়াৰ কৰা খদ্দৰ কিয় নিপিন্ধে ? আজি নঈ তালিমৰ এনেকুৱা আধা ডোখৰীয়া আৰু লেঙেৰা প্ৰয়োগৰ দ্বাৰাই নঈ তালিমে কেতিয়াও সুকীৰ্ত্তি অৰ্জ্জন কৰিব নোৱাৰে।

## মোৰ পঢ়াশালি কেনেকুৱা হব

মই বেলেগ ধৰণৰ কাম কৰিম। কোনো গাৱঁলৈ গৈ এঘণ্টীয়া স্কুল খুলিম। ল'ৰা-ছোৱালীয়ে গোটেই দিনটো পথাৰত কাম কৰিব। স্কুলত এটা পইচাও খৰচ নহয়। গাৱঁত অলপ-অচৰপ কপাহ খেতি কৰিবলৈকো মই গাওঁ ৰাসীক উৎসাহিত কৰিম। গাৱঁৰ বাইজে যেতিয়া কপাহ খেতি কৰিব তেতিয়া মই বাহঁৰ যঁতৰ সাজিবলৈ ক'ম। বাঁহৰ যঁতৰ কেনেকৈ সাজে তেওঁলোকক মই শিকাই দিম। এইদৰে গাৱঁত যঁতৰ প্ৰচাৰ কৰিম। সকলোৱে যঁতৰ সাজিব জনা হলে মোৰ পঢ়াশালিৰ কাৰণে যঁতৰ বিনা মূল্যে পোৱা যাব। এইদৰে হয় স্কুলত এনে দৃষ্টিভঙ্গীলৈ যঁতৰৰ কাম আৰম্ভ কৰিব লাগে যাতে ইয়াৰ দ্বাৰাই গাৱঁকো পৰিবৰ্ত্তন কৰিব পাৰি, নহয় গাৱঁৰ উদ্যোগ প্ৰথমে আৰম্ভ কৰি তাৰ পাচত স্কুল চলাব লাগে।

## স্কুলত হোৱা বস্তু

স্কুলত যিবিলাক বস্তু উৎপন্ন হয় তাক ব্যৱহাৰ কৰিব

লাগে। তাত যিবিলাক শাক-পাচলি উৎপন্ন হয় তাক উৎপাদনৰ দৃষ্টিৰে হিচাপ-কিতাপ কৰাতকৈ তাক তাৰ ল'ৰা-ছোৱালী আৰু শিক্ষকৰ মাজত ভগাই দিব লাগে। এই নিচিনাকৈয়ে তাত যি খদ্দৰ কাপোৰ উৎপন্ন হয় তাকো ল'ৰাবিলাকক দি দিব লাগে। আপোনালোকে মাত্ৰ ইয়াকে চাব লাগে যে উৎপাদন ঠিকমতে হৈছে নে নাই ? স্কুলত উৎপন্ন হোৱা বস্তু তাৰেই ছাত্ৰৰ মাজত ভগাই দিলে অৰম্ভে কিছু খৰচ বাঢ়িব ভেনেক্ষেত্ৰত তাক প্ৰথমে বাঢ়িবলৈকে দিব লাগে। চৰকাৰে শিক্ষা বিষয়ত কিছু নহয় কিছু খৰচ কৰিব নে নকৰে ?

## উত্তম পাঠান্তৰ

কিছুমান মানুহে ভাবে যে বুনিয়াদী স্কুলত লিখা-পঢ়া একেবাৰেই শিকোৱাই নহয়। মই মোৰ ছাত্ৰ সকলক আৰম্ভণে পৰাই উপনিষদ পঢ়াম। "সত্যং বদ, ধৰ্ম্মচৰ" এইবিলাক শিকাম। মই শুনিছো যে সংস্কৃতৰ পুথিবোৰত হেনো মেজ-মাচিয়া আৰু হাত-বজাৰৰ গল্প আছে। এইবিলাক একে-বাৰেই নিৰৰ্থক। ল'ৰা-ছোৱালীক প্ৰথম দিনৰে পৰাই উপনিষদৰ গল্প আৰু ভাল ভাল শ্লোক মুখস্থ কৰিবলৈ শিকাব লাগে। কোনো কোনো মানুহে কয় যে মুখস্থ কৰাটো ভুল প্ৰথা।

'ৰস্কিন'ৰ পাঁচ বছৰ বয়সতে গোটেই বাইবেলখন মুখস্থ হৈছিল। আৰু তাৰ মতেই তেওঁৰ জীৱন গঢ়ি উঠিছিল। কিন্তু আজি-কালিৰ স্কুলত কাউৰী, চৰাই আদিৰ পদহে মুখস্থ কৰায়।

## প্ৰসঙ্গ অনুসৰি পাঠ

ল'ৰা-ছোৱালীক প্ৰসঙ্গ অনুসাৰে পাঠ পঢ়াব লাগে। যদি সিহঁতে এনেকুৱা কথা যেন মেখে তেন্তে উৎসাহদায়ক

শ্লোক শিকাব যদি ভয় কৰে তেন্তে নিৰ্ভয়তাৰ—শ্লোক পঢ়াব। এইদৰেই প্ৰসঙ্গ অনুসৰি পঢ়াব লাগে। অসুবিধা হ'লে নেলাগে। ধৰিলওক এটা ল'ৰাই লাহে লাহে সূতা কাটে তাৰ গতি কম, কিন্তু তাৰ সূতা নিছিগে আৰু আন এটা ল'ৰাই বৰ খৰকৈ কাটে তাৰ সূতা বাৰে বাৰে ছিগে। সেই সময়ত লৰাইঁতক কাচ আৰু শহাৰ গল্পটো কব-লাগে। তেতিয়া সিহঁতৰ অখণ্ডতাৰ জ্ঞান হব।

## প্ৰত্যক্ষ জ্ঞান

পাঠ্য-পুথিৰ জৰিয়তে জ্ঞান দিয়াটো সহজ বুলি ভাবোঁতা সকলে ভুল কৰে। উদাহৰণ স্বৰূপে ল'ৰাবোৰক গণিত শিকাবলগীয়া হৈছে। দুই আৰু তিনি লগ লাগি পাঁচ হয় এই কথাটো বুজিব নোৱাৰি আমি কওঁ যে দুই আৰু তিনি লগ লাগিবই নোৱাৰে। দুই দুই হৈয়েই থাকে আৰু তিনিও তিনি হৈয়েই থাকে। কিন্তু দুটা আম আৰু তিনিটা আম লগ লাগি পাঁচটা আম হয় বুলিলে বুজিবলৈ সহজ হয়। প্ৰত্যক্ষ কামৰ জৰিয়তে জ্ঞান দিয়াটো টান বুলিয়েই বহুতো মানুহে কয়। কিন্তু আজি যিটো—পদ্ধতিৰে জ্ঞান দি থকা হৈছে সি যে আৰু কিমান টান! 'অশ্ব' মানে ঘোঁৰা (Horse) বুলি কোৱা হয়। ঘোঁৰাটো যদি নেদেখে তেনেহলে জানো বুজিব পাৰিব? আপুনি ল'ৰা-ছোৱালীক পদাৰ্থৰ কথা নিশিকায় কেৱল—মাত্ৰ তাৰ পৰ্য্যায়বাচী শব্দহে কয়। যি কেৱল পৰ্য্যায়বাচী শব্দ লৈ হে চায় তেওঁৰ ভ্ৰান্তিপূৰ্ণ জ্ঞান হয়।

কিতাপৰ জৰিয়তে আপুনি ১৮।২০ বছৰ শিকি প্ৰবীণ হৈ উঠিছে। সেই কাৰণেই আপুনি ভাবিছে যে এইটো পদ্ধতি সহজ। আচলতে সি সহজ নহয়। নঈ তালিমে কিতাপ বহিষ্কাৰ কৰা নাই বৰঞ্চ তাক ঠিক আৰু উপযুক্ত ব্যৱহাৰহে

কৰে। কোনোবা যদি বেমাৰ পৰে তেন্তে তাৰ কাৰণ জানিবলৈ আমাৰ ইচ্ছা হয়। বেমাৰক আমি জ্ঞানৰ আহিলা বুলি ভাৱোঁ। এইদৰে কোনো মৰে, কোনো জন্ম হয়। কোনোবা বেমাৰ পৰে, কোনোবা ভাল হয়। —এই সকলোবিলাকেই জ্ঞানৰ উপকৰণ হৈ পৰে। যাৰ কাৰণে কেউপিনে জ্ঞানেই ভৰি আছে তাৰ কাৰণে অজ্ঞানতা আৰু ক'ত থকিব পাৰে? এই নিচিনাকৈয়ে ভাত ৰন্ধা, শাক-পাচলি কুটা আদি কামৰ দ্বাৰায়ো শিক্ষা দিব পাৰি। শাক-পাচলি কুটোতে কেনেকৈ বহিব লাগে, কেনে আসনত বহা ভাল, ইয়াৰ জ্ঞান দিব পাৰি। তাৰ পিচত ভাত ৰান্ধোতে কম খৰি পোৰা, ধোৱাঁ নোহোৱা চৌকা কেনেকৈ সাজিব পাৰি তাৰো জ্ঞান দিব লাগে। কিমান সময়লৈকে খাব লাগে আৰু কি খাব লাগে ইয়াৰো জ্ঞান খোৱাৰ সময়ত দিব পাৰি। এইদৰেই সকলোকথাতেই জ্ঞান ভৰি আছে। জ্ঞানৰ যে এইবিলাক উপকৰণ আছিল, সি আজিৰ স্কুলত বন্ধহৈ আছে। সেই পদ্ধতি শিকিবলৈ যে ট্ৰেইনিং নেলাগে এইটো মই কোৱা নাই। আজিৰ পদ্ধতিত যেনেকৈ বি, এ, পাচ হোৱাৰ পিচতো বি, টি, পঢ়াৰ আৱশ্যক হৈছে, সেইদৰেই এই পদ্ধতিতো ট্ৰেইনিংৰ আৱশ্যকতা আছে। এই ট্ৰেইনিং পথাৰত প্ৰত্যক্ষ ভাবে কাম কৰিহে পাব পাৰি।

## গুৰু-পত্নী নেথাকিলে গুৰু-কুল কেনেকৈ চলিব

নঈ তালিম ট্ৰেইনিং কেন্দ্ৰত শিক্ষকৰ লগত তেওঁৰ পত্নীকো থকা মই দেখিবলৈ পোৱা নাই। কিন্তু গুৰু-পত্নী নেথাকিলে কাম কেনেকৈ চলিব? তেওঁলোককো ট্ৰেইনিং দিব লাগে। আৰু তাৰ পিচত তেওঁলোকেও পতিৰ লগত কাম কৰিব

লাগে। উপনিষদত এটা গল্প আছে। "উপকোশল নামৰ এজন ল'ৰা গুৰুৰ গৃহত আছিল। এদিন ল'ৰা জনে ভাত খোৱা নাছিল। কাৰণ তেওঁ গুৰুলৈ ভয় কৰিছিল। এই কাৰণে গুৰুৰ ওচৰলৈ গৈ তেওঁ একো কথা কবলৈ সাহ নকৰিছিল। তাকে জানিব পাৰি গুৰু-পত্নীয়ে সুধিলে "তুমি ভাত কিয় নেখালা?" ল'ৰা জনে উত্তৰ দিলে "মানুহৰ বেলেগ বেলেগ কামনা থাকে, যেতিয়ালৈকে সেই কামনাবোৰ পূৰ নহয় তেতিয়ালৈকে তেওঁৰ একো খাবৰ মন নেযায়।" তাৰ পিচত গুৰু-পত্নীয়ে গুৰুক কলে "সেই ল'ৰা জনে কিবা জ্ঞান লাভ কৰিবলৈ ইচ্ছা কৰিছে, গতিকে তেওঁক জ্ঞান-দিয়ক" এইদৰেই গুৰু-পত্নীয়ে গুৰুক এই খবৰটো দিয়া নিমিত্ত মাত্ৰ হ'ল। এইকাৰণে গুৰুৰ লগত গুৰু-পত্নী থকা অতি প্ৰয়োজনীয়। মইতো কওঁ যে গুৰু-পত্নীকো দৰ্মহা দিব লাগে। তেওঁ ও ল'ৰা-ছোৱালী পঢ়াব। বয়া-বঢ়াব জৰিয়তে ভাল জ্ঞান দিব পাৰিব। আজি আপোনালোকে শিক্ষকক এশ টকাকৈ দিছে। তাৰ পৰিৱৰ্তে তেওঁক ৮০ টকা দিয়ক আৰু তেওঁৰ পত্নীক ৪০ টকা দিয়ক।

বৰ্ত্তমান নঈ তালিমৰ বিৰুদ্ধে এটা দল এই কাৰণেই উঠিছে যে নঈ তালিমৰ স্কুল গাৱঁত হে খোলা হয়। ইয়াৰ পৰা গাৱঁৰ মানুহে ভাবে যে চৰকাৰৰ বিশেষ কৃপাৰ বলতহে আমি এই শিক্ষা পাইছোঁ।

মাদ্ৰাজতো ৰাজাজীয়ে যি শিক্ষাৰ আঁচনি দাঙি ধৰিছিল সিয়ো গাৱঁৰ কাৰণেহে আছিল, নগৰৰ কাৰণে নাছিল। সেইবাবেই তাকো বিৰোধ কৰিছিল। ভাত ব্ৰাহ্মণ আৰু অব্ৰাহ্মণৰ মাজত খৰিয়াল লাগিছিল। নগৰত সাধাৰণতে ব্ৰাহ্মণসকল থাকে। তেওঁলোকে বেলেগ ধৰণৰ শিক্ষা পায়। তাৰ অব্ৰাহ্মণসকলে কয় যে "ব্ৰাহ্মণসকলে স্কুলে ভাল শিক্ষা পায়

তা… তামাক নঈ তালিমৰ শিক্ষা দি অশিক্ষিত কৰি ৰখাৰ উপক্ৰম কৰিছে।"

## বৈষম্য দূৰ হওক

য'দি আমি কওঁ যে ওপৰৰ পৰা সকলো বৈষম্য দূৰ কৰা হব তেতিয়াহে নঈ তালিম সফল হৈ উঠিব নহলে নঈ তালিমৰ মূলেই উচ্ছেদ হব আমি নঈ তালিমৰ দ্বাৰাই বৈষম্য দূৰ কৰিব খুজিছোঁ। চৰকাৰে বৈষম্য দূৰ কৰিব নোৱাৰে। সমাজত যি বৈষম্য আছে তাৰ প্ৰতিবিম্ব চৰকাৰত দেখা গৈছে। যেতিয়া সমাজ পৰিবৰ্ত্তন হব আৰু তাত সমতা স্থাপিত হব, তেতিয়া চৰকাৰো সেই অনুক্ৰমেই পৰিবৰ্ত্তন হব লাগিব। মই আশাকৰো আপোনালোকৰ শিক্ষা বিভাগৰ মানুহৰ হাতত বিপ্লৱৰ ধ্বজা অনায়াসে উড়িবলৈ ধৰিব। আমি শিক্ষক সকলক এটা ফৌজত পৰিণত কৰিব লাগিব আৰু যেনেকৈ ফৌজৰ সহায়ত সেনাপতিয়ে বলেৰে শাসন পৰিবৰ্ত্তন (Coup-de-etat) কৰে আৰু তেওঁৰ আগত সংসদৰ কোনো কথাই নেখাটে সেইদৰে আমিও কৰিব লাগিব। কিন্তু আমি অহিংস নীতিৰে— "Non-Violent-Coup-de-etat" কৰিব লাগিব। এইটো কৰিব পৰা শক্তি শিক্ষকসকলৰ গাত আছে। শিক্ষা বিভাগে যদি তেওঁলোকৰ শিক্ষকসকলৰ এনেকুৱা ভাব তৈয়াৰ কৰে তেন্তে তাৰ যোগেদি বিপ্লৱ (Coup) হব নিশ্চয় পাৰিব। *

---

* সেৱাগ্ৰামত নঈ তালিম শিক্ষকসকলৰ লগত হোৱা চৰ্চ্চাৰ সাৰাংশ।

১৯৩৭ চনত অৰ্থাৎ স্বাধীনতা পোৱাৰ দহ বছৰৰ আগতে বপুজীয়ে নঈ তালিমৰ কল্পনা দেশৰ আগত দাঙি ধৰিছিল। স্বৰাজ মানে পৰদেশীয় শাসন-ক্ষমতা ইয়াৰ পৰা আতঁৰি যোৱাটোকে বুলি বাপুজীয়ে কোৱা নাছিল, বৰং তেখেতে এনে এখন নতুন সমাজৰ কল্পনা হে কৰিছিল য'ত শোষণ সমূলঞ্চে নেথাকিব, কেন্দ্ৰীয় শাসন অতি কম মাত্ৰাত থাকিব, প্ৰত্যেক ব্যক্তিয়ে নিজৰ বিকাশৰ কাৰণে সম্পূৰ্ণ সুবিধা পাব। এনেকুৱা সমাজ-ব্যৱস্থাকে তেখেতে "স্বৰাজ" নাম দিছিল। স্বৰাজ অৰ্থাৎ এনেকুৱা এখন ৰাজ্য, য'ত প্ৰত্যেকেই এইটো উপলব্ধি কৰে যে এইখন মোৰ ৰাজ্য। ইয়াকে তেখেতে ৰামৰাজ্যও বুলিছিল।

নতুন পুৰণি শিক্ষাত পাৰ্থক্য

নঈ তালিম অৰ্থাৎ নতুন মূল্যৰ স্থাপনা। পুৰণি শিক্ষাই চুৰ কৰাটোকে পাপ বুলি ধৰিছিল। নঈ তালিমে অকল চুৰ কৰাটোকে নহয় বৰং বেছি কৈ সংগ্ৰহ কৰাকো পাপ বুলি ভাবে পুৰণি শিক্ষাই দৈহিক আৰু মানসিক পৰিশ্ৰমৰ মূল্য পৃথক বুলি ভাবিছিল। নঈ তালিমে দুয়োৰে মূল্য সমান বুলি ভাবে। অকল এয়েই নহয়, দুয়োকে সমবায় বা সমন্বয়ো কৰে। পুৰণি শিক্ষাই 'ক্ষমতা'ক সন্মান চকুৰে চাইছিল। নঈ তালিমে 'ক্ষমতা'ক সমভাৱ দাসী বুলি ভাবে। পুৰণি শিক্ষাই লক্ষ্মী, শক্তি, আৰু সৰস্বতী প্ৰত্যেককে বেলেগ বেলেগ দেৱী স্বৰূপে পূজা কৰিছিল। নঈ তালিমে মানৱতাক হে পূজা কৰে আৰু এই তিনিওকে সেৱাৰ উপকৰণ বুলি ভাবে।

সেৱা আৰু ক্ষমতা

আমাৰ স্বৰাজৰ অৰ্থ অকল ক্ষমতা হস্তান্তৰিত কৰাটোৱেই

নাছিল বৰং ক্ষমতাক অতঁৰাই থৈ তাৰ ঠাইত সেৱাক স্থাপন কৰাটোহে আছিল। এতিয়া কিছুমানে দুয়োটাৰে ভিতৰত মিলা-প্ৰীতিৰ ভাব স্থাপন কৰাৰ কথা ভাবিছে। নেতাসকলে কয়, "সেৱাৰ কাৰণে ক্ষমতা" হস্তগত কৰাটোৱেই হৈছে আমাৰ লক্ষ্য। অনুগামী সকলে ভাবে, "ক্ষমতাৰ কাৰণে সেৱা," এনেকুৱা যেন দেখা গৈছে। নেতাসকলৰ ভাষা আৰু অনুগামীসকলৰ ভাষাৰ ব্যাখ্যা এইদৰেই হয়। ফলত এইটোকেই দেখা গৈছে যে আজি দেশৰ সকলোবোৰ ৰাজনৈতিক দলেই ক্ষমতাৰ কাৰণে টনা-আজোৰা লগোৱাত ব্যস্ত আছে আৰু সেৱা "ভাৰত সেবক সমাজ"ক সমৰ্পণ কৰা হৈছে।

## নঈ তালিমৰ 'বাননীকৰণ'

আজি নঈ তালিমৰ যি গুণ গ্ৰহণ কৰা হ'ল আৰু কৰা হৈছে, সি ইমান একাঙ্গী যে তাৰ ভিত্তিত তাক সমৰ্থন কৰা মানে বিপদ চপাই লোৱাৰ বাহিৰে আন একো নহয়। এইটো মই আজি বহু বছৰৰ পৰাই দেখি আহিছোঁ। আজি নঈ তালিমৰ যি ব্যাপক প্ৰয়োগ হৈ থাকিছে, তাৰ বেছি ভাগেই ৰাজ্যিক চৰকাৰ সমূহৰ দ্বাৰাই হৈ লাগিছে। ফল স্বৰূপে সকলো ঠাইৰ 'নঈ তালিম', 'বাননীকৰণ' হৈ থাকিছে। 'নঈ তালিম'ৰ অন্তৰালত এটা জীৱন দৰ্শন সোমাই আছে। তাক সম্পূৰ্ণ ভাবে গ্ৰহণ নকৰাকৈ এটা অঙ্গ ললে আৰু বিকৃত অনুকৰণ কৰিলে তাৰ দ্বাৰাই নঈ তালিমৰ বদ্‌নাম হোৱাৰ বাহিৰে আৰু একো সমাধানৰ আশা কৰিব নোৱাৰি। আৰু আজি এয়েই হৈ লাগিছেও। ভিন্ ভিন্ ৰাজ্যত নঈ তালিমৰ যি প্ৰয়োগ চলিছে তাৰ ভিতৰত চাগৈ বিহাৰৰ প্ৰয়োগেই বেছি প্ৰামাণিক বুলি গণ্য হয়। তাৰো যি অৱস্থা মই দেখিলোঁ তাৰ পৰা অনুমান হয় যে নঈ তালিমক মৰি-শালি লৈ হে নিয়াৰ উপক্ৰম হৈছে!

## বাপুজীৰ একত্ৰী কৰণৰ প্ৰশ্ন

যি সকলে নঈ তালিমক চৰকাৰৰ আশ্ৰিত হবলৈ এৰি দিছে তেওঁলোকেই এই বিকৃতিৰ বাবে দায়ী। আমি নঈ তালিমৰ পৰিশুদ্ধ নমুনা ঠায়ে ঠায়ে থিয় কৰিব লাগিছিল। কিন্তু আমি তাক আজি কৰিব পৰা নাই, কাৰণ আমি বহুতো সংঘ বেলেগে বেলেগে চলাবলৈ চেষ্টা কৰিছোঁ। সকলোবিলাক সংঘ একত্ৰী কৰণ কৰিবৰ কাৰণে গান্ধীজীৰো তীব্ৰ ইচ্ছা আছিল। কিন্তু তেখেতৰ ভক্ত সকলে তেখেতৰ সেই তীব্ৰ ইচ্ছা পূৰণ কৰিবলৈ এতিয়াও পূৰা ভাবে সমৰ্থবান হব পৰা নাই। চৰখা সংঘ যেতিয়া সৰ্ব্বসেৱা সংঘৰ লগত বিলীন হবলৈ সাহ কৰি আগবাঢ়ি আহিল তেতিয়া আন বিলাকৰ কাৰণেও পথ মুকলি হ'ল। যদি নঈ তালিমে তেজস্বী আৰু পৰিশুদ্ধ ৰূপ দেখুৱাব খোজে তেন্তে তালিমী সংঘ একৰূপ হব লাগিব। এয়েই যেতিয়ালৈকে হৈ নুঠিব তেতিয়ালৈকে সৰ্ব্ব সেৱা সংঘ আৰু তালিমী সংঘ দুয়ো নিৰ্জীৱ হৈ থাকিব। মূৰ আৰু মাজভাগক পৃথক কৰিলে শৰীৰৰ যি অৱস্থা হয় ইয়াৰো ঠিক তেনে অৱস্থাই হব।

## চিন্তা কৰিব লগীয়া প্ৰশ্ন

স্বৰাজ পোৱাৰ পিচত নঈ তালিমৰ একাঙ্গী গুণ গ্ৰহণ কৰা কিয় নহব, এই কথাটো নেতা সকলৰ মনত খেলালে ছয় বছৰ পাৰ হৈ যোৱাৰ পিচত। ইয়াত মই যিমান আশ্চৰ্য্য বোধ কৰিছো, তাতৈকেয়ো বেছি আশ্চৰ্য্য বোধ কৰিছো এই কথাটোত যে সমগ্ৰভাৱ বিষয়ে একে লেঠাৰিয়ে আলোচনা চলাই থকা সত্বেও আমাৰ অন্তৰত সমগ্ৰতাই ঠাই পোৱা নাই। সৰ্ব্বোদয়বাদী কংগ্ৰেছৰ পদাধিকাৰী হব পাৰে, বিধান সভাৰ সদস্য হব পাৰে, ৰাজ্যিক মন্ত্ৰী হব পাৰে, বিৰোধী ৰাজনৈতিক দলো গঠন কৰিব পাৰে কিন্তু নিজে ঐক্যতাৰ

ৰাজ্যোনত হে বান্ধ খাব নোৱাৰে। এই ঘটনাটো সচাঁকৈয়ে চিন্তা কৰিব লগীয়া।

### এককৰূপতাৰ আৱশ্যক

চৰকাৰী কৰ্ম্মচাৰীৰ জৰিয়তে এতিয়ালৈকে যিবিলাক প্ৰয়োগ চলোৱা হৈছে তাৰ ভিতৰত দুই প্ৰকাৰৰ আছে। এটাই জানি বুজিও বুনিয়াদী শিক্ষাৰ বদনাম কৰিছে, যাতে লোক সমাজত ব্যয় বহুল্য বুলি প্ৰমাণিত হয়, জ্ঞান কম হোৱা যেন দেখে, অভিভাৱকসকল নাৰাজ হয় আৰু ছাত্ৰবিলাকো অসন্তুষ্ট হৈ পৰে। এইটো পৰিকাৰ ভাৱে ওলাই থকা কথা যে এটা ভাল বস্তুৰ অপ্ৰামাণিক ভাবে ব্যৱহাৰ কৰা হৈছে। এই বিষয়ে আলোচনা আমি ইমানতে এৰোঁ। দ্বিতীয়টো প্ৰকাৰ হৈছে প্ৰামাণিক। কিন্তু তাতো পুৰণা মূল্য আগতে যেনে আছিল তেনেই ৰাখি নতুন মূল্যৰ কেইটামান মাত্ৰ গুণ নঈ তালিমে গ্ৰহণ কৰাৰ কথা চলিছে। এইটো প্ৰকাৰ প্ৰামাণিকেই, তথাপি নঈ তালিমৰ আচল ৰূপ তাত দেখিবলৈ পোৱা নেযাব। এই কাৰণে নতুন মূল্যৰ ভেটিত যিমান পৰিশুদ্ধ প্ৰয়োগ কৰিব পৰা যায় সিমান কৰাটো অতি প্ৰয়োজন হৈ পৰিছে। ইয়াৰ কাৰণে এনেকুৱা এটা উপায় উলিয়াব লাগিব যাৰ দ্বাৰা নঈ তালিম সৰ্ব্বসেৱা সংঘ অ ৰ ভূদান যজ্ঞ এই তিনিওটাৰে এক ৰূপতা হব পাৰে।

### চৰকাৰ-নিৰপেক্ষ প্ৰয়োগ

যেতিয়া দেশ পৰাধীন হৈ আছিল, তেতিয়া "ৰাষ্ট্ৰীয় শিক্ষাৰ কথা তবা হৈছিল আৰু সেই অনুযায়ী স্বতন্ত্ৰ বিদ্যাপীঠো খোলা হৈছিল। এতিয়া মানুহে ভাবিছে হে স্বৰাজ পোৱা হ'ল যেতিয়া সকলোবোৰ চৰকাৰী বিদ্যাপীঠেই ৰাষ্ট্ৰীয় বিদ্যাপীঠত

পৰিণত হৈছে। কিন্তু “হৈ গ’ল” বুলি কলেই নহয়। তাক ৰাষ্ট্ৰীয় ৰূপ দি তুলিব লাগিব। নহ’লে ভাবো এনেকুৱা কৰি পেলালেও চৰকাৰতকৈ বেলেগ ধৰণেৰে দিয়া শিক্ষাৰ স্বতন্ত্ৰ প্ৰয়োগ কৰাৰ আৱশ্যকতা সদায় থাকিবই। গাৱেঁ গাৱেঁ নিজৰ পৰিস্থিতি অনুসৰি ৰাইজৰ ফালৰ পৰা নিজা স্কুল বেলেগে চলিবই লাগে। এয়ে যদি নহয় তেন্তে দেশৰ সমস্ত শিক্ষা চৰকাৰৰ হাতৰ মুঠিলৈ আহি গ’লে ল’ৰা-ছোৱালীবিলাকৰ বিবেকবোৰ বিশিষ্ট সাঁচত ঢলাৰ ভয় থাকিবই। এই দৃষ্টিকোণৰ পৰা চালেও নঈ তালিমত চৰকাৰ-নিৰপেক্ষ প্ৰয়োগ চলিব লাগে। বৰ্ত্তমান এইটোৱেই আমাৰ চিন্তনীয় বিষয়।

—সৰ্ব্বোদয়, ডিচেম্বৰ, ১৯৫৩

## নঈ তালিমৰ দায়িত্ব : ৩২ :

নঈ তালিমৰ আগত আজি বহুত ডাঙৰ সমস্যা উপস্থিত হৈছে। ভূদান যজ্ঞমূলক গ্ৰামোদ্যোগ প্ৰধান অহিংসক বিপ্লৱৰ যি বিশাল সুগভীৰ কাৰ্য্য ভগৱানে আমাৰ হতুৱাই কৰাব খুজিছে, তাৰ কাৰণে আমাৰ গোটেই গঠনমূলক কামৰ অৰ্থাৎ নঈ তালিমৰো স্বৰূপত যথেষ্ট পাৰ্থক্য দেখা গৈছে। যদি নঈ তালিমে নিজকে তাৰ অনুকূল কৰি ল’ব নোৱাৰে তেন্তে সি আৰু নঈ তালিম হৈ নেথাকিব, পুৰণা হৈ পৰিব। এই কাৰণে নঈ তালিমক এতিয়া নিত্য নঈ তালিম কৰি তুলিব লাগিব।

পাঁচ কোটি একৰ মাটি প্ৰাপ্তি আৰু বিতৰণৰ পিচত যি গঠনমূলক কাম কৰিব লাগিব তাক, নঈ তালিমৰ সহায় নহ’লে কেতিয়াও কৃতকাৰ্য্য কৰি তুলিব পৰা নহ’ব আৰু ই কৃতকাৰ্য্য নহ’লে নঈ তালিমো তিষ্ঠি থাকিব নোৱাৰিব।

ভূমি প্ৰাপ্তিৰ কাৰণে ভাবুক, বিনয়শীল, কাৰ্য্যদক্ষ আৰু নিষ্ঠাৱান সেৱকৰ আৱশ্যক। এনেকুৱা সেৱক তৈয়াৰ কোনে কৰিব? বিতৰণৰ কামৰ কাৰণে বিশেষ শিক্ষাৰ প্ৰয়োজন হ'ব, এই শিক্ষা কোনে দিব? জীৱনদানী সেৱক সকলে আৰু তেওঁলোকৰ পৰিয়ালবোৰে সমগ্ৰ জীৱনৰ শিক্ষা ক'ত পাব? সম্পূৰ্ণ গাওঁ দান পোৱা হৈছে আৰু আগলৈকো পোৱা হ'ব, সেইবোৰক সৰ্ব্বোদয়ৰ দীক্ষা কোনে দিব? সৰ্ব্বোদয়ৰ ভাব-ধাৰা প্ৰত্যেকখন গাওঁ আৰু প্ৰত্যেকটো পৰিয়ালতে বিলোৱাৰ দায়িত্ব কোনে ল'ব? এই অ'টাই কেউটা প্ৰশ্নৰ উত্তৰ নঈ তালিমত অনিবাৰ্য্য ৰূপে জড়িত আছে।

বৰ্ত্তমান চৰকাৰেও নঈ তালিমৰ বিষয়ে গভীৰ ভাবে চিন্তা কৰিব ধৰিছে। তেওঁলোকক উচিত পথ দেখুওৱাৰ দায়িত্ব আমিয়েই বহন কৰিব লাগিব আৰু সৰ্ব্বোদয় সমাজৰ শাসন-মুক্তিৰ ধ্যেয় অনুসৰি দেশৰ শিক্ষাক যিমান পাৰি শাসন মুক্ত কৰি ৰাখিবৰ কাৰণেও আমি দেশক সজাগ কৰি তুলিব লাগিব। আমাৰ ওপৰত শাসন-ক্ষমতা থকা সত্বেও শাসন মুক্তিৰ শিক্ষা লোৱাটো আমাৰ স্বয়ং-সিদ্ধ অধিকাৰ বুলি মানি লোৱা উচিত।

সন্মিলনলৈ যোৱাটো মোৰ কাৰণে যে সম্ভৱ নহয়, এই কথাটো আমাৰ সকলোৱেই জানে। কিন্তু নঈ তালিমৰ সেৱক সকলৰ ভিতৰতময়ো এজন বুলি মই ভাবোঁ আৰু এইটো দাবী কৰিব খোজো যে মই নঈ তালিমৰ কাম অহৰ্নিশে কৰিয়েই আছিছো আৰু আজি তাক অতি তীব্ৰ ভাবে কৰিব লাগিছোঁ।

মই সন্মিলনৰ শুভ কামনা কৰো আৰু সি সকলো সেৱকক প্ৰেৰণা যোগাব বুলি ভাবোঁ।*

* ১৯৫৪ চনৰ নবেম্বৰ মাহত সণোসবাত হোৱা নঈ তালিম সন্মিলনলৈ পঠোৱা বাণী।

(জগন্নাথপুৰীত হোৱা তালিমী সংঘৰ অধিবেশনত দিয়া ভাষণ)

বলোৰামপুৰত নঈ তালিমৰ এটা কেন্দ্ৰ আছে। তাত কস্তুৰবাৰো কেন্দ্ৰ আছে। বঙ্গদেশত পদ-ব্ৰজে ভ্ৰমণ কৰোঁতে তাত আমি দুদিন থাকিবলৈ সুবিধা পাইছিলোঁ। এদিন তাৰ ওচৰতে থকা এখন গাৱঁলৈ ফুৰিবলৈ গৈছিলোঁ। সেই সময়ত ৰাতি পুৰা ৫টা বাজিছিল। গাৱঁৰ বহুতো মহিলাই বন্তি জ্বলাই আমাক আদৰি নিবলৈ আহিল।

জন-সম্পৰ্ক অভাৱ

আমি গাওঁবাসীক সোধাত বুজিব পাৰিলোঁ যে ভূদানৰ বিষয়ে তেওঁলোকে একোকে নেজানে। ইয়াত মাটিহীন মানুহ কিমান আছে বুলি যেতিয়া সুধিলো তেতিয়া উত্তৰ পালোঁ যে ইয়াৰ প্ৰায়বিলাক মানুহেই মাটিহীন আৰু যি বিলাকৰ মাটি আছে তেওঁলোকৰ বেছি ভাগেই বাহিৰত থাকে। "তাৰ পিচত সুধিলো সেই মাটিৰ গৰাকীসকলৰ ওচৰলৈ কোনোবা মাটি খুজিবলৈ গৈছিলনে ?" উত্তৰ পালো যে 'নাই যোৱা'। তেতিয়া মোৰ মনলৈ এই চিন্তা আহিল যে য'ত আমাৰ দুটা অনুষ্ঠানে কাম কৰিছে তাৰ গাতে লাগি থকা গাওঁখন ইমান অন্ধকাৰত কিয় পৰি আছে ? গাৱঁত যদি একো কাম হোৱাই নাই তেন্তে গাওঁবাসীক নো কি বুলি কোৱা যাব ? দুয়োটা অনুষ্ঠানৰ মানুহ তাত বিদ্যমান আছে। মই কলো "আমাৰ অনুষ্ঠানবিলাক এই দৰেই যদি নিজৰ কামতেই আৱদ্ধ থাকে ; জনসাধাৰণৰ ওচৰলৈ নেযায় তেন্তে তাৰ মূল উদ্দেশ্যই লোপ পায়। এই কাৰণে অনুষ্ঠান পৰিচালনাত কি ত্ৰুটি আছে, ইয়াৰ সংশোধন হব লাগে।

বহুত বছৰ নিৰীক্ষণ কৰাৰ পিচত মোৰ এনেকুৱা লাগিছে যে শ-ডেৰশ কৰ্ম্মী য'ত একেলগে থাকে তাত ইমান কাম আছি পৰে যে তাৰ বাহিৰে আৰু আন কাম কৰিবলৈ সময়েই নেথাকে। ইয়াৰ উপৰিও এই ডাঙৰ সমাজথন ধন-নিৰপেক্ষও নহয়। ইয়াৰো আধাৰ ধনেই। যদি সেই আধাৰ আমি ভাঙি দিওঁ তেন্তে সেই মণ্ডলীৰ আশে-পাশে থকা মানুহৰ লগত সম্পৰ্ক ৰখাটো আৱশ্যক হৈ পৰে আৰু তাৰ পিচত কেৱলৈকৰ দ্বাৰাই মিথ্যা-যোগৰ আচৰণ নোহোৱা হয়। যিটো যোগৰ আধাৰ ধন, তাক মই 'মিথ্যা-যোগ' নাম দিছো। সি ধ্যান-যোগ, কৰ্ম্ম-যোগ আৰু জ্ঞান-যোগ একেবাৰেই নহয়। এনেকুৱা ক্ষেত্ৰত আমি যি কাম কৰোঁ সি কেৱল দেখাতহে, কাৰ্য্যত একো নহয়, অৰ্থাৎ সি অন্তৰ-স্পৰ্শ কৰিব নোৱাৰে। সি মাথোন নাটকীয় দৃশ্যৰ দৰে হয়। নাটকীয় দৃশ্য দেখিলে আমাৰ ওপৰত যেনেকৈ প্ৰভাৱ পৰে; তাৰো ঠিক তেনেকুৱাই হয়। যোগ-যুক্ত জীৱনৰ প্ৰভাৱ যেনেকুৱা হব লাগে, সি তেনেকুৱা নাটকৰ নহয়। এই কাৰণে আমি য'ত য'ত অনুষ্ঠান পাতিছো, তাত ১৫।২০ জনৰ বেছি মানুহ গোট খাব নেলাগে। ধনৰ আধাৰ নোলোৱাকৈ যদি বেছি মানুহো একেলগে থাকে তেন্তে তাত মোৰ কোনো আপত্তি নাই। বৰং মই এই বুলিহে ভাবোঁ যে এনেকুৱা সমাজে বিপ্লৱ সৃষ্টি কৰিব পাৰিব।

## নঈ তালিমৰ লক্ষ্য

ডাঙৰ সমাজত মই আৰু এটা দোষ দেখা পাইছো। ডাঙৰ সমাজ থাকিলে ব্যৱস্থাও ডাঙৰকৈ কৰিব লাগে আৰু সি ভাল ধৰণৰ হব লাগে। এনেকুৱা উত্তম ব্যৱস্থাৰ সুফল আমাৰ নঈতালিমৰ ল'ৰা-ছোৱালীবোৰেও ভোগ কৰিবলৈ পায়।

কিন্তু এনেকুৱা উত্তম ব্যৱস্থাত শিক্ষা পোৱাৰ পিচত যেতিয়া ছাত্ৰসকল বহিৰ্জগতত প্ৰৱেশ কৰে তেতিয়া তেওঁলোকৰ অৱস্থা বৰ বিচিত্ৰতাপূৰ্ণ হৈ পৰে। অনুষ্ঠানৰ দৰে বাহিৰত উত্তম ব্যৱস্থা নেথাকে। তেতিয়া এই ল'ৰাবিলাক পেপুৱা লাগি পৰে। এই কাৰণে নঈ তালিম বিদ্যালয়ৰ ব্যৱস্থাৰ বেলিকা আমি এনেকুৱা আঁচনি তৈয়াৰ কৰি লব লাগিব যাতে ল'ৰা-বিলাকে নানাপ্ৰকাৰ বাধা-বিঘিনিকো অতিক্ৰম কৰি ধৈৰ্য্য সহকাৰে কাম কৰি গৈ থাকিব পাৰে আৰু সেই অনুসৰি তেওঁলোকে নিজৰ জীৱনো গঢ়ি তুলিব পাৰে।

আমি এতিয়ালৈকে নঈ তালিম বিদ্যালয়ৰ যি প্ৰয়োগ কৰিলো তাক দেখি আমাৰ এনেকুৱা লাগিছে যে আমাৰ কাম কৰা পদ্ধতিটো ভাল কিন্তু আমি ইয়াত উত্তম পৰিস্থিতিৰ সৃষ্টি কৰিবলৈ যেনেদৰে ভাবিব লাগে, সেইদৰে ভবা নাই। আমাৰ বিদ্যালয়বিলাকো ৰাজকুমাৰ কলেজৰ দৰে চলিব লাগিছে। অৱশ্যে এইটো ঠিক যে ৰাজকুমাৰ কলেজৰ দৰে আমাৰ কাম ভোগবিলাসৰ নহয়, এইকাৰণে তাৰ উদাহৰণটো ইয়াত ভালকৈ খাপ নেখায়। কিন্তু ইয়াৰ চাৰিওফালে থকা মানুহৰবোৰৰ লগত সম্পৰ্ক নৰখাটো দুয়োটাতে একে। এইকাৰণে আমাৰ ব্যৱস্থা পৰিৱৰ্ত্তনশীল হব লাগে। বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ ধৰণৰ প্ৰয়োগ চলা অতি প্ৰয়োজন। আমি এঘণ্টীয়া স্কুলৰ কথাও কৈছিলো, এই বিষয়েও ভাবি চোৱা উচিত।

### গাৱঁত শিক্ষা চলিয়েই আছে

কিছুমানে কয় যে নঈতালিম স্কুলৰ খৰচ ইমান বেছি যে সি প্ৰায় প্ৰতিবন্ধক স্বৰূপ হৈ পৰিছে। আজি চৰকাৰৰ যিটো অৱস্থা তাৰে এনেকুৱা বেছি মৰণীয়া শিক্ষা চলাব

নোৱাৰে। যিসকলে নঈ তালিমৰ স্কুল ভাল নেপায় তেওঁ-লোকেই এনেকুৱা কটু সমালোচনা কৰে। আচলতে নঈ তালিম মৰণীয়া নহয়। আন কি সি ধনৰ পৰা মুক্তিপাবলৈও চেষ্টা কৰিছে। আজিলৈকে সেই কাম পূৰা কৰিব পৰা নাই বাবেই তাত কিছু খৰচ হৈছে।

মই কৈ আহিছোঁ যে প্ৰত্যেকখন গাৱেঁই স্বাৱলম্বী। প্ৰত্যেকেই নিজৰ নিজৰ কাম কৰি আছে। গাওঁবোৰত কিবা নহয় কিবা এটা উৎপাদন হৈয়েই থাকে। প্ৰত্যেকেই দুবেলা দুসাজি খায়। গাৱঁত এটা সম্পূৰ্ণ জীৱন চলি আছে। গাৱঁক বাহিৰৰ পৰা একো সহায় কৰা নহয়। তাত প্ৰত্যেকেই পুৰুষাৰ্থ কৰিব লাগে। নঈতালিমৰ কাৰণে এনেকুৱা ক্ষেত্ৰ বৰ ভাল। গাৱঁৰ জীৱন স্বাৱলম্বী বা কৃত্ৰিম নহয়। পেট ভোক পকাৰ কাৰণেই কাম কৰিব লাগে আৰু বুদ্ধি থকা কাৰণেই কোনো উপায়ৰ উদ্ভাৱন হয়। গাৱঁৰ মানুহে নিজৰ আচৰণৰ দ্বাৰা নঈতালিম চলাব লাগিছে। তেওঁলোকক সু-সংস্কাৰৰ অলপ মাত্ৰ আভাস দিব লাগে। তাৰ বাহিৰে শিক্ষা বোলা আমাৰ যি এটা অহঙ্কাৰ আছে তাক এৰি দি গাৱঁলৈ গুচি যাব লাগে। আমি যদি নিশিকাও তেন্তে মানুহ অশিক্ষিত হৈ নেথাকে।

গাৱঁত হাতৰ কাম চলি আছে। নঈ তালিমৰ শিক্ষকেও ছাত্ৰসকলৰ লগতে গৈ তাত যোগ দিব লাগে আৰু তাৰ দ্বাৰায়েই মানুহক শিকাব লাগে।

## আগৰপাই এটাও খৰচ নহয়

গাৱঁত যিবোৰ উদ্যোগ চলিব লাগিছে তাৰ দ্বাৰাই এওঁলোকক অসংবদ্ধ জ্ঞান নিদি সংবদ্ধ জ্ঞান দিব লাগে। তেতিয়া হলে কথাই নেথাকিব। গাৱঁত যদি যঁতৰ নচলেই তেন্তে শিক্ষকসকলে

অযথা গাৱঁৰ ওপৰত যন্ত্ৰৰ বোজা তুলি দিবৰ আৰু সেই যন্ত্ৰক শিক্ষাৰ মাধ্যম কৰিবৰ কি প্ৰয়োজন ? মই যদি পাৰৈলে যাওঁ তেন্তে মোক আধা পাই এটাৰো আৱশ্যক নহ'ব। মই মানুহবোৰক ক'ম যে মোৰ জ্ঞান আছে, আপোনালোকৰ অজ্ঞান আছে। বচ্‌ কাম শেষ। আপোনালোকৰ যদি অজ্ঞানতা নেথাকিলহেঁতেন তেন্তে অৱশ্যে একো নহ'লহেঁতেন। আপোনালোকৰ অজ্ঞানতা আৰু মোৰ জ্ঞান আছে যেতিয়া কাম হ'বই। তেওঁলোকে যদি খেতি কৰে মযো খেতিত ধৰিমগৈ। তেওঁলোকে যদি গো-সেৱা কৰে তেন্তে মযো গো-সেৱা ল'ম লাগিব। মই গো-সেৱাৰ লগে লগে তেওঁলোকক উপনিষদো শিকাম। নঈ তালিমৰ কাৰণে যে কিতাপ লাগেই এনে নহয়। কিতাপ পালেঁ। যদি ভালেই, নেপালেও ভাল। আপোনালোকৰ স্কুলবোৰত কমেও এখন ব্লেক বোর্ড, চক্ মাটি, আৰু বহী-কিতাপ আদি থাকিব লাগে। কিন্তু নঈ তালিমত একোকে নেলাগে। ভগৱানে মোক মুখ দিছে, মানুহক শুনিবলৈ কাণ দিছে আৰু দুয়োকে বহিবলৈ ঠাই দিছে যেতিয়া তাৰু নো স্কুলৰ কাৰণে কি লাগে ? কেৱল মাত্ৰ ভাল শিক্ষক ওলালেই হয়। তেওঁলোকে গ্ৰাম-জীৱনৰ লগত সম্বন্ধ ৰাখি শিক্ষা দিব।

## সকলোকে সমান বেতন

'বৌচিক শিক্ষা চলাব লাগে' বুলি চৰকাৰে নিশ্চিত কৰিছে। কংগ্ৰেছে নিশ্চিত কৰিছে যেতিয়া চৰকাৰে নিশ্চিত কৰাই হৈছে। সেই শিক্ষা এতিয়া চলিবই, কিন্তু তাৰ কাৰণে মূল উদ্যোগৰ ব্যৱস্থা আদি বিষয়ক এক প্ৰকাৰৰ তন্ত্ৰ আছে। সিয়েই যথেষ্ট নে নাই তাৰ কাৰণে কোনো মন্ত্ৰৰো আৱশ্যক হ'ব ? যদি সি মন্ত্ৰ নহয়, কেৱল বাহিৰৰ তন্ত্ৰ হৈয়েই থাকে

তেন্তে কেৱল তন্ত্ৰৰ দ্বাৰাই কি কাম হ'ব ? নঈ তালিম দৈহিক পৰিশ্ৰম নিষ্ঠ আৰু সাম্যযোগী—এইটোৱেই হৈছে ইয়াৰ মন্ত্ৰ ! ইয়াত আৰু এতিয়া এইটো নচ'লব যে শিক্ষকৰ যোগ্যতা বেলেগ বেলেগ, সেই কাৰণে বেতন বেলেগ বেলেগ হ'ব লাগে। কোনোৱে তুকুৰি টকা পাব, কোনোৱে চাৰি কুৰি পাব, কোনোৱে আকৌ এশ কৈ পাব। এইদৰে অযথা বিভিন্ন শ্ৰেণীৰ সৃষ্টি কৰা হৈছে। শিক্ষা বিভাগত যদি এনেকুৱা শ্ৰেণী ভেদৰ ব্যৱস্থা আছে ও তেন্তে সি আৰু ইয়াত চলিব নোৱাৰিব। নঈ তালিমত সকলো শিক্ষকে সমান বেতন পাব লাগিব। ইয়াত মই পইচা ৰচোৱাৰ কথা কৰলৈ যোৱা নাই। সকলোকে সমান বেতন দিবলৈ যাওঁতে হয়তো বেছিও খৰচ হ'ব পাৰে। মই কোনো আৰ্থিক হেৰ্-ফেৰ্ৰ পৰিকল্পনা কৰা নাই, সাম্যযোগৰ পৰিকল্পনাহে ৰচনা কৰিছো। সেয়ে নহ'লে নঈ তালিম কেতিয়াও আগবাঢ়িব নোৱাৰে।

নঈ তালিমত আমি দৈহিক আৰু মানসিক কামৰ মূল্যত কোনো ভেদ্ নেৰাখোঁ, সকলোৰে সমান মূল্য বুলি ভাবোঁ। আমাৰ মতে নেতৃত্ব, ব্যৱস্থা আদিতো বেতনৰ পাৰ্থক্য থাকিব নেলাগে। শিক্ষকেই হওক বা মিনিষ্টাৰ আদি নেতাই হওক সকলোৰে বেতন সমান হ'ব লাগে। নহ'লে ছাত্ৰৰ মনত নঈ তালিমৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তিৰ ভাব কেনেকৈ উপজিব ? প্ৰকৃতপক্ষে চাবলৈ গ'লে 'বেতন' বোলা শব্দটোৱেই ভুল। তাৰ ঠাইত "দক্ষিণা" শব্দটো ব্যৱহাৰ কৰা হে উচিত হ'ব।

## আটাইতকৈ ডাঙৰ পাপ 'অসত্য'

আমাৰ সমাজত যি নৈতিক মূল্য আছে, তাক আমি পৰিবৰ্ত্তন কৰিব লাগিব। সমাজত এই কল্পনাটো দৃঢ়

হব লাগে যে সকলোবিলাক ভুগুণৰ ভিতৰত যদি কিবা বেছি ভুগুণ আছে তেন্তে সিয়েই হৈছে 'অসত্য'। বাকী সকলোবোৰ ভুগুণেই দোষ বা বেমাৰ। ভাৰতীয় সংস্কৃতিত সোণ চুৰ কৰাটোক মহাপাতক বুলি কোৱা হৈছে। এইদৰেই 'মদিৰা-পান আৰু ব্ৰাহ্মণ-হত্যা'ও মহাপাতক বুলিয়েই গণ্য। কিন্তু ইয়াতোকৈও মহাপাপ হৈছে অসত্য। কিয়নো 'অসত্য'ৰ দ্বাৰায়েই মানুহৰ দোষ লুকুৱা প্ৰবৃত্তি জন্ম হয়। অমুক মানুহজনে ইমান বেছিকৈ খালে যে তেওঁৰ অজীৰ্ণ হ'ল আৰু তাৰ ফল স্বৰূপে তেওঁ মৰি থাকিল। এই মানুহজনৰ প্ৰতি ঘৃণা নহয় দয়াহে উপজিব। এইদৰেই অন্যান্য যিবিলাক নৈতিক দোষ আছে সেইবিলাক ঘৃণাস্পদ নহয় বৰং দয়াস্পদহে বুলি যেতিয়া সমাজে মানি লব তেতিয়া লুকুৱাৰ বৃত্তিও সমাজত নোহোৱা হব। এই লুকুৱাৰ বৃত্তি কেনেকৈ লোপ পাব? ইয়াৰ কাৰণে সমাজৰ মনত এই ধাৰণাটো বদ্ধমূল হব লাগিব যে অসত্য আটাইতকৈ বেয়া ভুগুণ।

## পৰিশ্ৰমালয়ৰ দ্বাৰা শিক্ষা : ৩৭ :

নঈ তা'লমত আমি এই এটা জীৱনোপযোগী হাতৰ কামক মুখ্য স্থান দিছোঁ আৰু তাৰ দ্বাৰাই শিক্ষাৰ লাভ ঠাব খুজিছোঁ। মই এতিয়া বহুতো ঠাইত ইয়াৰ প্ৰয়োগ দেখিছোঁ। তাৰ দ্বাৰাই মোৰ হলে বিশেষ একো সমাধান হোৱা নাই। প্ৰয়োগ কৰ্ত্তাৰ সিমান দোষ আছে বুলিও কব নোৱাৰি। যিয়েই নহওক লাগে তথাপি সি নতুন বস্তু। যাৰ মনত যিটো খেলায় তাকে কৰে। ক'ৰবাত কোনোবা প্ৰভাৱশালী ব্যক্তিয়ে কাম কৰিলে তেওঁৰ মনত হয়তো বিশেষ ধৰণেৰে খেলায়। সেইদৰেই তেওঁ সংশোধনো কৰি লয়। নতুন ভাৱধাৰাৰ প্ৰগতি এইদৰেই হয়।

## শিক্ষাৰ নতুন পদ্ধতি

একেবাৰেই সৰু ল'ৰা-ছোৱালীৰ শিক্ষাৰ কথা মই এৰি দিছোঁ। অলপ বেছি বয়সীয়া ল'ৰাবিলাকক শিক্ষা দিয়াৰ এটা বেলেগ পদ্ধতি মোৰ মনত পেলাইছে। মই ইয়াক শিক্ষা দিয়া বুলি নকৈ সিহঁতক জীৱিকাৰ উপায় দিয়া বুলিহে কব পাৰোঁ। এনেকুৱা ল'ৰা যি দিনাই মোৰ ওচৰলৈ আহিব সেই দিনাৰ পৰাই মই সিহঁতক মজুৰি দিবলৈ আৰম্ভ কৰিম। নিবনুৱাক কাম দিয়াটোৱেই যদিও মোৰ প্ৰধান লক্ষ্য হব তথাপি তাৰ ভিতৰতে কিছু সময় উলিয়াই সিহঁতৰ জীৱনৰ লগত সম্বন্ধ থকা বিষয়ৰ কথা দেখা যাব তাক বুজাই দিয়া হব। সিহঁতৰ কামৰ উন্নতি কেনেকৈ হয় তাৰ প্ৰতিও লক্ষ্য ৰখা হব। সিহঁতৰ স্বাস্থ্য ৰক্ষাৰ প্ৰতিও চকু দিম। যদিও "মই এটা কাৰখানা খুলিছো" বুলি ক'ম, তথাপি আজি যি নঈ তালিম চলি আছে তাতকৈ মোৰ নঈ তালিমৰ প্ৰচাৰ বেছি ভাল হব বুলি মনে ক'ম।

### পৰিশ্ৰমালয়ত নঈতালিম

এইটো মই কল্পনাৰ কথা কোৱা নাই। পৰ্‌নাৰত মই যি কাম কৰিছিলোঁ তাত ১৭।১৫ বছৰৰ পৰা আৰম্ভ কৰি ১৮ বছৰলৈকে ল'ৰাই ৮ ঘণ্টা কাম কৰি জীৱিকাৰ উলিয়াইছিল। সূতা কটাৰ যেনিবা তাত কাৰখানাহে চলিছিল। মই সিহঁতৰ লগত ২'১ ঘণ্টা বহিছিলোঁ। প্ৰথমে ভাবিছিলো সিহঁতৰ বোজকাৰ কেনেকৈ বাঢে। ল'ৰাই প্ৰথমে সৌ-চাংৰেই ক'টিছিল। তাৰ পিচত জিনি মাহ বাওঁ হাতৰ প্ৰয়োগ চলোৱা হৈছিল। তাৰ পিচত আকৌ দুয়োখন হাত সাল-সলনি কৰি কাম কৰা হৈছিল।

সিহঁতৰ নেচাবোৰ সমান নম্বৰৰ নাছিল। কিছুমান ডাঙৰ আছিল আৰু কিছুমান মিহি আছিল। কাৰ্য্যালয়ৰ মানুহে মজুৰি দিবৰ বেলিকা আটাইতকৈ ডাঙৰ নেচা সূতাৰ নম্বৰ চাইছিল আৰু সেই নেচা সূতাৰ নম্বৰ অনুসৰিয়েই আনবিলাক সূতাৰো দাম ধৰিছিল। ইয়াৰ দ্বাৰা তেওঁলোকৰ কিমান নেচা লোকচান হৈছিল তাৰ হিচাপ শিকোৱা হ'ল। সূতা হিচাপ কৰোঁতে ৬৭০ টকাৰ নেচাত ৪০।৫০ টকাৰ কৈ কম হৈছিল। ঠিকমতে গণিবলৈ তেওঁলোকক শিকোৱা হ'ল। তাতো অনিয়মিততা আছিল। সূতাকাটি থাকোঁতে মাজতে কথা-বতৰা পতাৰো অভ্যাস আছিল। ইয়াৰ দ্বাৰা তেওঁলোকৰ কাৰ্য্যশক্তি কেনেকৈ খৰচ হয় তাক প্ৰয়োগৰ দ্বাৰা দেখুওৱা হৈছিল। কিছু সময় মৌন ভাবে থাকি কাম কৰিবলৈ বুজনি দিয়া হ'ল। ফলত কামো বাঢ়িল আৰু মজুৰিও বাঢ়িল। তাৰ পিচত ৮ ঘণ্টাৰ সলনি ৭ ঘণ্টা কামলৈ এঘণ্টা অন্যান্য আলোচনাত কটাবলৈ ধৰা হ'ল। ইয়াৰ পিচত নৈত সাতোঁৰা, ধেমালি-ধুমুলা কৰা, ফুৰা, গীতাৰ শ্লোক মুখস্থ কৰা, তথা উৎসৱ আদিৰ বন্দোবস্ত সেই সম্বন্ধীয় জ্ঞান দিয়াৰ কাম চলোৱা হ'ল। এই নিচিনাকৈ তেওঁলোকে মজুৰি বেচি কমাবলৈ ধৰিলে আৰু নানা ধৰণৰ শিক্ষাও পাবলৈ ধৰিলে। প্ৰথমে তেওঁলোক ল'ৰা আছিল এতিয়া দায়িত্বশীল নাগৰিক হৈ পৰিল। সূতাকাটি নিজৰ কাপোৰ বৈ লয়। গাওঁ পঞ্চায়তৰ দায়িত্বলৈ কাম কৰে। পৱনাৰৰ সাৰ্ব্বজনিক কামত অংশ গ্ৰহণ কৰে। এতিয়া গাওঁ চাফাই কৰাৰ কথা ভাবিছে। এই আটাইবিলাক সেই পৰিশ্ৰমালয়টোৰ পৰাই হ'ল। পৰিশ্ৰমালয় আৰু বেচি দিন নচলিল। মই ফাটেকলৈ যাব লগা হোৱাত সি বন্ধ হ'ল। সি চলি থকা হ'লে নঈ তালিমৰ এটা বৰ ভাল প্ৰয়োগ হ'ল হেঁতেন। আৰম্ভো তাৰ নাম পৰিশ্ৰমালয়েই থাকিলহেঁতেন।

### মূল উদ্যোগৰ খেল

মই দেখিছো যিবোৰ স্কুলত হাতৰ কাম দিয়া হৈছে, তাক সেইবোৰ ঠিক মতে চলা নাই। কিছুমানক দেখনিয়াৰ হিচাপে ৰখা হৈছে আৰু কিছুমানক সজোৱা-পৰোৱাত লগোৱা হৈছে। আৰু হয়তো কোনো কামৰ লগত কিছু জ্ঞানো লগ লগাই দিয়া হৈছে, ফলত খেলাৰ নিচিনা এটা বস্তুহে পৰিছে। তাতকৈ পৰিশ্ৰমালয় বেচি ভাল নহয় নে? বনুৱাৰ কামত গাম্ভীৰ্য্য থাকে। সকলোৱেই বুজে যে আমি যদি কাম নিশিকো তেনেহলে আমাৰ জীৱন নিৰ্ব্বাহেই হব নোৱাৰে। কিন্তু স্কুলীয়া বা-বনশালত এক প্ৰকাৰ নিচলীয়া ভাব দেখা যায়।

### নিৰ্ব্বাসিত ল'ৰাৰ শিক্ষা

সম্প্ৰতি চৰকাৰে নিৰ্ব্বাসিত সকলৰ ল'ৰা-ছোৱালীবোৰৰ শিক্ষাৰ ভাৰ তালিমী সংঘৰ ওপৰত দিব খুজিছে বাবেই এই বিষয়ে চিন্তা কৰিব লগাত পৰিছে। মোৰ বোধেৰে ডাঙৰ ল'ৰাবোৰক পঢ়াবৰ কাৰণে যি খন স্কুল খোলা হব তাৰ নাম পৰিশ্ৰমালয়েই ৰখা হওক আৰু কাম নঈতালিমৰ কৰক। তাৰ কাৰণে পৰিশ্ৰমালয়ৰ ব্যৱস্থাপক উত্তম শিক্ষা বৈজ্ঞানিক হব লাগে। তেওঁৰ আত্মা শিক্ষাৰে ভৰপূৰ হৈ থাকিব লাগে। তেওঁ স্বাভাৱিক ভাৱে তাত কাম কৰিব আৰু কাৰখানাক উত্তম শিক্ষালয়ৰ ৰূপ দিব।

—'সৰ্ব্বোদয়,' চেপ্তেম্বৰ, ১৯৪৯

## *এঘণ্টীয়া পঢ়াশালি* : ৩৫ :

আজি কিছুমান দিনৰ পৰা মই ভাষণবোৰত এঘণ্টীয়া পঢ়াশালিৰ বিষয়ে কৈয়েই আহিছোঁ। গাৱেঁ গাৱেঁ চৰকাৰী নহয়, গাৱঁলীয়া স্কুল চলক আৰু দিনৌ পুৱা বেলা এঘণ্টাকৈ

তাত পঢ়োৱাৰ ব্যৱস্থা কৰক। নঈ তালিম অৰ্থাৎ এঘণ্টীয়া পঢ়াশালিৰ এই বিচিত্ৰ কল্পনাটো মানুহে সমৰ্থন কৰিব বুলি মই ভবাই নাছিলোঁ। কিন্তু আচৰিত কথা যে মানুহে তাক সমৰ্থন কৰিছে। অকল সমৰ্থন কৰাই নহয়; সেইওঁলোকৰ অন্তৰত এই কল্পনাটোৱে দকৈ সাঁচ বহুৱাই পেলাইছে। এতিয়া মানুহৰ মুখে মুখে ইয়াৰ আলোচনা চলিছে। এইটোৱেই হ'ল আমাৰ পুৰাৰ মৌলিক পঢ়াশালি।

এইদৰেই এঘণ্টাৰ মহাবিদ্যালয় হব। সি ৰাতি চলিব। পোন্ধৰ বছৰৰ কম বয়সীয়া ল'ৰা-ছোৱালীবোৰ পুৰাৰ স্কুললৈ যাব। ১৫ বছৰ শেষ হোৱাৰ পিচত ১৬ বছৰত ভৰি দিয়াৰ লগে লগেই মহাবিদ্যালয়লৈ যাবলৈ অধিকাৰ পাব। তেওঁ পঢ়াশালিত পঢ়াই হওক বা নপঢ়াই হওক, তাত কোনো কথা নেথাকিব। পঢ়াশালিত চলিব লিখা পঢ়া আৰু অঙ্ক কৰা আদি, কিন্তু মহাবিদ্যালয়ত চলিব শ্ৰবন, কীৰ্ত্তন আৰু ভজন আদি।

ল'ৰা-ছোৱালীবোৰে গোটেই দিনটো মাক-বাপেকৰ কামত সহায় কৰিব। গুৰুজীয়েও নিজৰ কাম কৰিবলৈ আজৰি হৈ থাকিব। গুৰুজীয়ে দা-দৰ্মহা নেপাব। বছৰৰ অন্তত প্ৰত্যেক কৃষকৰ পৰা ২।৪ সেৰকৈ শস্য পাব।

পঢ়াশালি বা মহাবিদ্যালয়ত যি পঢ়োৱা বা কোৱা হব, তাৰ সম্বন্ধ গাৱঁৰ শিল্প ব্যৱসায়ৰ লগত থাকিব। ৰন্ধা-বঢ়া, ঘৰুৱা কাম-কাজ, চাফাই, উৎসৱ, খেল-ধেমালি, জনম-মৰণ, ৰোগ-ব্যাধি আদিবো হিচাপ শিল্প-ব্যৱসায়ৰ ভিতৰতে ধৰি লোৱা হব।

গাৱঁত চলিত উদ্যোগৰ বিকাশ আৰু নতুন উদ্যোগ স্থাপনা আদিৰ দায়িত্ব গাওঁ পঞ্চায়তৰ থাকিব। গাওঁ পঞ্চায়তৰ ভিতৰত শিক্ষকো থাকিব। পঞ্চায়তৰ দ্বাৰাই আহি স্বৰূপে

খেতি পৰিশ্ৰমালয় আদি খোলাৰ। তাতে ল'ৰা আৰু শিক্ষক যাব পাৰিব কিন্তু তিনি ঘণ্টাৰ বেছি তাত থাকিব নেলাগিব। তাত ল'ৰা আৰু শিক্ষক উভয়েই মজুৰি পাব। সি অৱশ্যে পইচা হিচাপে নহয়, বস্তু হিচাপেহে। গাওঁ পঞ্চায়তক যিবোৰ শিল্প নেলাগে তাক স্কুলে দাবী কৰিব নোৱাৰিব। কিন্তু আৱশ্যকতা উপলব্ধি কৰোৱাৰ কাম মহাবিদ্যালয়বহে হব। আৱশ্যকতা উপলব্ধি হোৱাৰ পিচত পঞ্চায়তে সেই বিষয়ে চেষ্টা কৰিব আৰু তাক স্কুলত দিব পাৰিব। শিক্ষাৰ কাৰণে ধনৰ আৱশ্যক নকৰে, ধনৰ পৰা মুক্ত হোৱাহে উচিত।

—'সৰ্ব্বোদয়' ডিচেম্বৰ, ১৯ ৪

## ভাৰতীয় শিক্ষা-বিজ্ঞান : ৩৬ :

লোক-শিক্ষাৰ বিষয়ত আমি মূলটোক বাদ দি শাখ-প্ৰশাখাত ধৰিব নেলাগে। বয়সীয়াৰ শিক্ষা পূৰাভাবে ব্যৱস্থা কৰিবলৈ হলে কিমান খৰচ পৰিব আৰু তাক কৰিবলৈ যাওঁতে কি কি বিলাক অসুবিধাৰ সন্মুখীন হব লাগিব আদি কথা চৰকাৰী ৰিপোৰ্ট এখনত প্ৰকাশ পাইছে। ইয়াক পঢ়িবলৈ পাই মোৰ ভাববোৰ আৰু দৃঢ় হৈ পৰিছে। নামটো সুন্দৰ নহ'লে আমাৰ মন কোনো পধ্যেই পতিয়ন নেযায় কাৰণে প্ৰৌঢ় অৰ্থাৎ বয়সীয়াৰ শিক্ষাক আমি জন-শিক্ষা নাম দি লৈছো। কিন্তু আমাৰ মনত এনেকুৱা যেন লাগে যে সেই নামটোৰ দ্বাৰায়ো কাম প্ৰধানকৈ সাক্ষৰতা প্ৰচাৰেই হৈ হয়।

### ভাটৌ-পঢ়ন

সাক্ষৰতা প্ৰচাৰৰ কথা মই যেতিয়াই ভাবোঁ তেতিয়াই সৰু কালৰ এটা ঘটনা মোৰ মনলৈ সদায় আহে। ব্ৰাহ্মণ পৰিয়ালৰ ৰীতি অনুসৰি মোক সৰু কালত বৈদিক সন্ধ্যা

শিকোৱা হৈছিল আৰু সপ্তাহ দিনৰ ভিতৰতে সকলো কথা মোৰ মুখস্থ হৈ পৰিছিল। এইকাৰণে আনৰ আগত আইয়ে মোক বৰ প্ৰশংসা কৰিছিল। দুই-চাৰিবাৰ মান মই নিজ কাণেৰেও শুনিছিলো। মোৰ মনে হয়তো তাত আনন্দও অনুভৱ কৰিছিল। কিন্তু এদিন মই আইক কলো —"আই, মোৰ সন্ধ্যা মুখস্থ হোৱাৰ কথা তুমি সকলোৰে আগতে কোৱা। কিন্তু মই যে আৰু এটা নতুন কথা জানো, তাকতো তুমি নেজানা?" তেওঁ মোক সুধিলে "আৰু নো কি জান?" মই কলো—"বিন্যাই এসপ্তাহৰ ভিতৰতে সন্ধ্যা শিকিলে সঁচা কিন্তু তাতোকৈয়ো কম দিনৰ ভিতৰত তাক সেইদৰে পাহৰিলেও।" বুড'স্বৰ্থে কৈছিল "আৰ্জোতে আৰু ভাঙোতে আমাৰ শক্তি হে খৰচ কৰা হয়।"

## কাৰ্য্যকৰী শিক্ষাৰ উপকৰণ

যদি সাক্ষৰতা প্ৰসাৰ শক্তি ক্ষয়কাৰী বুলি প্ৰমাণিত হব নলগাটো আমি কামনা কৰো, তেন্তে আমি সাৰ্থকতা প্ৰসাৰৰ ওপৰত আমাৰ মনোযোগ একাগ্ৰ কৰিব লাগিব আৰু তাৰ কাৰণে সক্ৰিয় শ্ৰৱণৰ নিচিনা কাৰ্য্যকৰী আৰু কম খৰচী উপকৰণ আন কোনোৱেই হব নোৱাৰিব।

## কল্পনাৰ দাৰিদ্ৰতা

আমাৰ পূৰ্ব্ব-পুৰুষ সকলে এইটো জানিছিল যে সৰ্ব্বোত্তম তত্ত্বজ্ঞান নিৰন্তৰ শুনাব লাগে আৰু শুনিবও লাগে। শ্ৰৱণ, কীৰ্ত্তন, আৰু স্মৰণ এই তিনিওটাই নৱধা ভক্তিৰ প্ৰাথমিক উপকৰণ। ইয়াৰ কাৰণে আনকি কেৰাচিন তেলকণৰো আৱশ্যক নকৰে অথচ ইয়াকেই এটা ডাঙৰ অসুবিধা বুলি চৰকাৰী ৰিপোৰ্টত প্ৰকাশ কৰা হৈছে। আমাৰ দাৰিদ্ৰতা যে

অসম্ভৱ ৰকমে বাঢ়িছে তাক স্বীকাৰ কৰিবই লাগিব কিন্তু তাৰ লগে লগে আমাৰ কল্পনাৰ দাৰিদ্ৰতাও যে বাঢ়িব ধৰিছে এইটোহে দুঃখৰ কথা।

হৰি-কথা নুশুনয় থাকন্তে দুই কাণ,শ্ৰৱণ-ৰন্ধ্ৰ-অহি-ভৱন সমান
যিনি নকৰয় ৰাম-গুণ-গান, তাহাৰ জিহ্বা যেন দাদুৰী সমান।

## অশ্ব-পতিৰ দৃষ্টান্ত

সংক্ষেপতে কবলৈ গ'লে শ্ৰুতি, স্মৃতি আৰু কৃতি—এয়েই হৈছে আমাৰ শিক্ষা-শাস্ত্ৰ। হেজাৰ-বিজাৰ বছৰৰ অভিজ্ঞতাৰ ফলত ইয়াক ঠাৱৰ কৰা হৈছে। দেশৰ প্ৰতিজন নাগৰিকেই জ্ঞানী হব লাগে এই ভাৱধাৰাটো আমাৰ দেশৰ কাৰণে নতুন নহয়। উপনিষদত ৰজা অশ্বপতিয়ে নিজৰ ৰাজ্যৰ গুণ গৌৰৱ নিজেই বখানি ফুৰিছিল। তেওঁ কৈছিল "মোৰ ৰাজ্যত চোৰ কৃপণ আৰু মদাহী একেবাৰেই নাই। অবিদ্বান যি নায়েইনে অকৰ্ম্মণ্যও নাই। দুৰাচাৰ পুৰুষ নথকা বাবেই দুৰাচাৰী তিৰোতাও ওলোৱা নাছিল।"

## শিক্ষা আৰু মদ নিবাৰণ

চোৰ আৰু কৃপণৰ কথা নাক মই এৰিয়েই দিছোঁ। আজি-কালি তাৰ বজাৰ কিমান গৰম তাক প্ৰত্যেকেই জানে। সেইটো এতিয়া মোৰ আলোচ্য বিষয় নহয়। মদ নিবাৰণৰ বিষয়ে ইংৰাজ সকলে আমাক কৈছিল যে যদি শিক্ষা লাগে তেন্তে মদ নিবাৰণ কৰিব পৰা নহব।

ইংৰাজৰ নিচিনাকৈ আমি পৰিষ্কাৰ ভাবে কব নোৱাৰোঁ। কিন্তু আওপকীয়া ভাবে আমি তাকেই কব ধৰিছোঁ। আমি কৈছোঁ যে "মদ নিবাৰণ কৰা, তাকে লাহে লাহে কৰিবা, নহলে পইচা অহা বাট বন্ধ হব।" পইচা যদি কেনেবাকৈ

বন্ধ হয় তেন্তে সকলো যাব। তাৰ লগতে যে সাক্ষৰতাও বন্ধ হব তাক কবৰেই আৱশ্যক নকৰে।

## নিৰক্ষৰতা বনাম ৰাগিয়াল বস্তু বৰ্জ্জন

এতিয়া মনকৰক, জন-শিক্ষাৰ নামত সাক্ষৰতা প্ৰচাৰ কৰা আৰু মদ নিবাৰণৰ কথা নোকোৱা—এইটো কেনে কথা? মইতো ক'ম যে দেশ নিৰক্ষৰ হৈ থাকিলেও থ'কক তাত কোনো কথা নাই মাত্ৰ দেশত ৰাগিয়াল বস্তুৰ ব্যৱহাৰ অতি সোনকালে বন্ধ হব লাগে।

## শিক্ষিতৰ শ্ৰেণী

সাক্ষী স্বৰূপে অশ্বপতিয়ে যেতিয়া কলে যে মোৰ ৰাজ্যত কোনো অবিদ্বান নাই, তেন্তে তাৰ মানে কি? তাৰ মানে সেই ৰাজ্যৰ প্ৰত্যেক জন নাগৰিকেই চুৰকৰা, কুপণালি কৰা, মদখোৱা, এশাহ কৰা আৰু কুবাচাৰ হোৱ'টো যে বেয়া কাম তাক ভালদৰে বুজি উঠ'টোৱেই নাছিল নে? ইয়াৰ লগত আখৰ জ্ঞানৰ কি সম্বন্ধ আছিল? শিক্ষিত মানুহ বিলাক ওপৰোক্ত বদ্গুণত সিদ্ধ হস্ত যেন দেখা যায়। তেনেহলে তেওঁলোকৰ শ্ৰেণীতেই আনকো ভুক্ত কৰিব খোজে নে কি?

## বুনিয়াদী শিক্ষা

মই এইটো কোৱা নাই যে পঢ়াৰ কাৰণেই এইবিলাক বদ্গুণৰ অধিকাৰী হৈছে। মই কৈছো এইটোহে যে অকল লিখা-পঢ়াৰ ওপৰতেই ইমান বেছিকৈ জোৰ দিব নেলাগে। তাৰ খৰচৰ কাৰণেও ভয় কৰিবৰ আৱশ্যক নকৰে। জন-শিক্ষাৰ মুখ্য উদ্দেশ্য আৰু কাৰ্য্যক্ৰমৰ বিষয়ে আমি ভালকৈ ভাবিব লাগে আৰু আমি যি আখৰ গুথৱণী বিচাৰিছো,

তাক আমাৰ ল'ৰা-ছোৱালীবোৰকো দিব লাগে। ইয়াৰ লগে লগে আমি যিমান বেছিকৈ পাৰোঁ বুনিয়াদী শিক্ষাৰ ওপৰতহে মনোযোগ দিয়া উচিত।

'সৰ্ব্বোদয়,' ডিচেম্বৰ, ১৯৪৯

## সাক্ষৰতাৰ প্ৰচাৰ : ৩৭ :

### মহীশূৰৰ শিক্ষা পৰিষদ

আজি-কালি মহীশূৰত শিক্ষা পৰিষদৰ কাম চলিব লাগিছে। বয়সীয়ালোকৰ শিক্ষাৰ ব্যৱস্থা কেনেভাবে কৰিব পৰা হ'ব এই বিষয়ে আলোচনা-বিলোচনা কৰাই পৰিষদৰ মুখ্য কাম। বহুতো দেশৰ শিক্ষা বৈজ্ঞানিকসকল তাত গোট খাইছে। এনেকৈ ভাব-ধাৰাৰ আদান-প্ৰদান কৰাৰ পৰা কিছু নহয় কিছু লাভ নিশ্চয় হব বুলি আমি আশা কৰিব পাৰোঁ।

### শাখাৰ বিচাৰ বাদ দিয়ক

শিক্ষাৰ বিষয়ে মই যোৱাই ভাবোঁ তাৰ ভিতৰত বেছি বাৰেণ মোৰ এনেকুৱা যেন লাগে যে আমি অনাহকত সেই বিষয়টো জটিল কৰি যাব ধৰিছোঁ আমি যদি মূলকেই ধ'ৰ থ'কো তেন্তে প্ৰশ্নই সমাধান হৈ যায়। কিন্তু তাকে নকৰি যদি শাখাৰ কথাহে ভাবো তেন্তে শক্তি ক্ষয় হোৱাৰ বাহিৰে আন একো নহয়।

### শিক্ষাৰ কাল্পনিক ভেদ

জন-সাধাৰণক উদ্যোগশীল আৰু বিচাৰশীল ( ভাব প্ৰৱণতা পূৰ্ণ ) কৰি তোলাটোৱেই হৈছে শিক্ষাৰ মূল হেতু। কিন্তু আমি এই বিষয়টো অনেক পৃষ্ঠ-ভূমিত বিভাজিত কৰোঁ। যেনে – নগৰৰ শিক্ষা, গাৱঁৰ শিক্ষা, স্ত্ৰী-শিক্ষা, বয়সীয়াৰ শিক্ষা,

কৈশোৰ শিক্ষা, শিশু-শিক্ষা, বুনিয়াদী শিক্ষা, পুৰুষৰ শিক্ষা, ঔদ্যোগিক শিক্ষা, মানসিক শিক্ষা আৰু ইয়াৰ উপৰিও সাক্ষৰতা প্ৰচাৰ, ইত্যাদি।

## এটাৰেই সকলো সমাধা

এতিয়া ইমানবিলাক পৃষ্ঠ-ভূমি তৈয়াৰ কৰি যদি ভাবিবলৈ ধৰো তেন্তে ভাবিয়েই হৈ থকা হব। মনোযোগ বিভাজিত কৰি অলপ ইয়াত অলপ তাত যদি খৰচ কৰিবলৈ ধৰা যায় তেন্তে তাৰ দ্বাৰা কোনো এটা বস্তুও সম্পূৰ্ণ সন্তোষদায়ক হৈ উঠিব নোৱাৰিব। এই কাৰণে মুলতে ধাৰ এনেকুৱা চেষ্টা কৰিব লাগে যাতে এটাৰ দ্বাৰায়েই সকলো কাম সমাধা হৈ যায়। মোৰ মনেৰে সেই মূলেই হৈছে বুনিয়াদী শিক্ষা। এই শিক্ষাক বিশেষজ্ঞসকলে সাত বছৰৰ পৰা চৈধ্য বছৰ বয়সৰ ল'ৰা-ছোৱালীৰ কাৰণে বুলি কৈছে। ইয়াৰ সময় আৰু বঢ়াব পাৰি। ইফালে ছয় বছৰৰ পৰা আৰম্ভ কৰি পোন্ধৰ বছৰলৈকে তাক নিব পাৰি। অৰ্থাৎ পূৰ্ণতা প্ৰাপ্ত কৰাবৰ কাৰণে ইয়াৰ সীমা যিমান বঢ়াবলৈ মন কৰে সিমান বঢ়াব পাৰি। এফেটাকে যিমান পাৰি সৰ্ব্বাঙ্গ সুন্দৰ কৰিবলৈ চেষ্টা কৰিব লাগে আৰু সেই শিক্ষা গোটেই দেশতে বাধ্যতামূলককৰি তুলিব লাগে। ইয়াত উদ্যোগ আহি পৰে. সাক্ষৰতাৰ প্ৰচাৰো হয় আৰু ভাবৰ বিকাশো হয়। ইয়াত শিকা বিদ্যা কেনেকৈ টাৰু আছে—এই প্ৰশ্নটোৱেই মুঠে। কিয়নো সি হৈছে এটা অনুভৱ সিদ্ধ জ্ঞান। এই কাৰণে তাত পাহৰাৰ সুবিধা নেথাকে। বৰঞ্চ, যেনেকৈ এটা বীজ ৰ'লে অসংখ্য বীজৰ সৃষ্টি হয় সেইদৰেই সেই বিদ্যাৰো বৃদ্ধি হৈ থাকিবলৈ ধৰে। যি ল'ৰাই এনেধৰণৰ শিক্ষা পায় সি ভৱিষ্যতলৈ গৈ নিজৰ জ্ঞান শত-গুণী কৰি তুলিব পাৰে।

বহুতো শাখা প্ৰশাখাৰ কথা পৃথক পৃথক ভাবে ভাবিলে কাম যে সোনকালে কৰি লব পৰা যাব, এনে নহয়। যদি বুনিয়াদী শিক্ষাক হাতত লোৱা যায় তেন্তে সেই ল'ৰাই ভৱিষ্যতলৈ বয়সস্থ নাগৰিক হবগৈ। তেওঁলোকেই নিজৰ নিজৰ ঘৰত পূৰ্ব্ব বুনিয়াদীৰ শিক্ষা যেতিয়া আয়োজন কৰিব তেতিয়া শিশু-শিক্ষা আৰু বয়সীয়া (প্ৰৌঢ়) শিক্ষাৰ বিষয়ে চিন্তা কৰিব লগীয়াই নেথাকিব।

## হাতৰ কামৰ দ্বাৰা বয়সীয়াৰ শিক্ষা

আজি-কালি বয়সীয়াসকলৰ মাজত সাক্ষৰতাৰ প্ৰচাৰ যেনে ভাবে চলিব ধৰিছে, তাৰ দ্বাৰাই বিশেষ লাভ একো নহয়। বয়সীয়াসকলৰ শিক্ষাও হাতৰ কামৰ জৰিয়তেহে হব লাগে; ইয়াৰ দ্বাৰাই নিবনুৱাসকলে কাম পাব আৰু তেওঁলোকৰ মানসিক উৎকৰ্ষতা ও সাধন হব। ধৰিলওক এখন গাওঁত দুহেজাৰ জন-সংখ্যা আছে এনেকুৱা গাওঁত ৮ বা ৯ বছৰীয়া সম্পূৰ্ণ বুনিয়াদী শিক্ষাক্ৰম যদি চলোৱা হয় তেন্তে তাত ল'ৰা-ছোৱালী প্ৰায় তিনিশ মান হব। তাৰ কাৰণে আমি শ্ৰেণী হিচাপে ৯।১০ জন শিক্ষক নিযুক্ত কৰিম। তাৰোপৰি ওপৰঞ্চি হিচাপে আৰু তিনিজন শিক্ষক বেছিকৈ দিয়া যাব। সকলোৱে মিলি বুনিয়াদী শিক্ষা চলাব। তাৰ লগে লগে বয়সীয়া সকলকো জীৱনোপযোগী জ্ঞান-বিজ্ঞান দিব পাৰিব। কাৰণ তেওঁলোক নিজে অনেক উদ্যোগত প্ৰবীণ হব। কৃষকসকলকো তেওঁলোকে ব্যৱহাৰিক জ্ঞান দিব পাৰিব। ইয়াৰ বাহিৰেও তেওঁলোকক পৃথিৱীৰ বৰ্ত্তমান পৰিস্থিতিৰ জ্ঞান, ভূগোলৰ জ্ঞান, আৰোগ্য শাস্ত্ৰৰ জ্ঞান আৰু বিজ্ঞানৰ জ্ঞান আদিও দিব লাগিব।

## ভুল দৃষ্টি

কোৱা শুনা যায় যে চৰকাৰে হেনো বৰ্ত্তমান বুনিয়াদী শিক্ষাটো আৰ্থিক অনাটনৰ কাৰণে পূৰা ভাবে চলাব নোৱাৰে। মই কওঁ যে "পইচা যিমান আছে" সোপাকে ইয়াত লগাওক। চাৰি বছৰীয়া বুনিয়াদী স্কুল খুলিলে বিশেষ কাম হব বুলি আশা কৰিব নোৱাৰি। সম্পূৰ্ণ বুনিয়াদী স্কুল চলালে জ্ঞান পৰিপূৰ্ণ হব আৰু খৰচো-ওলাব। কিন্তু ইয়াত কৃপণালি কৰা যেন অনুমান হৈছে। বুনিয়াদী শিক্ষক কম কৰি দিছে আৰু আনফালেদি বয়সীয়া শিক্ষাৰ কাৰণে বেলেগ শিক্ষক নিযুক্ত কৰিছে। মোৰ বোধেৰে বুনিয়াদী শিক্ষাৰ নিমিত্তে পূৰা সংখ্যক শিক্ষক ৰাখিব লাগে আৰু তেওঁলোকৰ দ্বাৰায়েই বয়সীয়া শিক্ষাৰ কামো চলাব লাগে। তেতিয়া হলে দুয়োটা কামেই সুন্দৰ ভাবে চলি থাকিব পাৰিব।

### বুনিয়াদী শিক্ষা এখন সাগৰ

বুনিয়াদী শিক্ষা এখন সাগৰ। বিচাৰ বা চিন্তাৰূপী সকলো নৈ বৈ গৈ তাতে পৰিছে। তাত স্ত্ৰী-পুৰুষ ভেদ ভাব নোহোৱা হৈ পৰে। গাওঁ আৰু নগৰৰ মূল শিক্ষা একেটাই হোৱা বাবে তাৰ ভিতৰত থকা সকলো ভেদ-ভাব লোপ পাইছে। ভৱিষ্যতলৈ হয়তো কিছু পাৰ্থক্যতা আহিব পাৰিব কিন্তু সেই পাৰ্থক্যতা বিৰোধী দৃষ্টি-ভঙ্গীৰ কেতিয়াও হব নোৱাৰিব।

এয়েই হৈছে শিক্ষাৰ মূল কথা। কিন্তু ইয়াক যিমান তীব্ৰতা আৰু দুৰদৃষ্টিৰে চাব লাগিছিল তাক তেনে ভাবে চোৱা হোৱা নাই আৰু বহুতো শাখা-গ্ৰাহী পাণ্ডিত্য ইয়াৰ ভিতৰতে চলিব লাগিছে। তাৰ দ্বাৰাই সমস্যা সমাধান হওক চাৰি, বঢ়াহেইহে সম্ভাৱনা বেছি আছে।

—পৰমধাম, পৱনাৰ, ৫।১১।৪৭

## ব্যায়ামৰ দৃষ্টি

'সমবায়-পদ্ধতিয়ে' হাতৰ কামৰ দ্বাৰাই জ্ঞান দিব খোজে। এই কাৰণে যিমান দূৰ সম্ভৱ সেই ব্যায়ামো তাৰ পৰাই উলিয়াই লব। ইয়াৰ মানে হৈছে এই যে হাতৰ কাম কৰি থাকোঁতে ল'ৰা-ছোৱালীবোৰৰ দৈহিক বিকাশ সমুচিত ভাবে হৈছেনে নাই তাৰ প্ৰতিও শিক্ষকে চকু দিব। একাদিক্ৰমে ৫৭ মিনিট জোৰেৰে কৰা ব্যায়ামতকৈ, মনপুতি বহুত পৰলৈকে লাহে লাহে হাতৰ কাম কৰোঁতে হোৱা ব্যায়াম, শৰীৰ-শাস্ত্ৰৰ মতে কোনো গুণেই হীন হব নোৱাৰে। কিন্তু মন-পুতি নকৰিলে, উত্তম ব্যায়াম দিব পৰা লাভদায়ক উদ্যোগো কষ্ট-কৰ হোৱা দেখা যায়। উদাহৰণ স্বৰূপে কব পাৰি যে "পৃষ্ঠেৰ ভঙ্গীয়াময়ী" অৰ্থাৎ মিস্ত্ৰিৰ পিঠিত বিষ হয় আৰু তেওঁ কুঁজা হৈ যায়। ঋক্‌বেদৰ এই অভিযোগটো আমি আজি দহ তেজাৰ বছৰেও খণ্ডন্ কৰিব নোৱাৰিলো; আমাৰ দেশৰ বেছি ভাগ মিস্ত্ৰিৰ পিঠি ধনু-ভিৰীয়া যেন দেখা যায় আৰু সাধাৰণতে তেওঁলোক অল্পায়ু হয়। এনেকৈ চালে মিস্ত্ৰি-বিদ্যা শৰীৰৰ কাৰণে লাভদায়কেই বুলিব লাগে, কিন্তু দিনৰ দিনটো পিঠি কুঁজা-কুঁজ কৰি কাম কৰা অভ্যাস কৰা কাৰণে আমি লাভৱান হব পৰা নাই। মিস্ত্ৰি কামৰ বেছি ভাগকে যে আমি থিয়ৈ থিয়ৈ কৰিব পাৰো তালৈ আমি মনকে নকৰো।

কিছু সময় বহি কাম কৰাৰ পিচত থিয় হৈ কাম কৰিবলৈ দিব লাগে। সময়ানুসৰি বহাৰ পদ্ধতিও সলনি কৰিব লাগে। দুয়োটা হাত সলাই কাম কৰিব লাগে। কিছু সময় শ্ৰেণীৰ

কোঠাত বহি কাম কৰাৰ পিচত, মুকলি বতাহত কছৰৎ কৰা আৰু বাগিচা আদিত ফুৰাৰ কাৰণে কিছু সময় দিব লাগে। কিছু সময় ওচৰত চোৱা কাম আৰু কিছু সময় দূৰণিত চোৱা কাম, কিছু সময় গান গোৱা আৰু কিছু কেৱল মৌন হৈ থকাৰ কাম কৰিব লাগে। সাৰাংশ হৈছে এই যে এনেধৰণৰ উদ্যোগত আমি কোনো ক্ষতি নকৰাকৈ কামৰ বিভিন্নতা আনিব পাৰোঁ আৰু অনা উচিতো। উদাহৰণ স্বৰূপে কোনো ল'ৰাক যদি ৩০ মিনিট সময় বহি টাকুৰীত সূতা কাটিবলৈ দিয়া হয় তেন্তে সেই সূতা 'অটেৰণ'ত মেৰাবলৈ হলে ৫।১০ মিনিট সময় লাগি যাব পাৰে। এই কাম থিয় হৈ কৰিবলৈ দিব লাগে।

সূতা কটাৰ পাঠ্যক্রমত দিয়া সূচনাত এইটোও আছে যে কবায়দ বা ড্রিলৰ দ্বাৰাই উদ্যোগ শিকাব লাগে। সেই সূচনা যদিও প্ৰথম বছৰৰ কাৰণেহে দিয়া হৈছে তথাপি সি সাধাৰণ হিচাপে সকলো উদ্যোগতে খাটিব পাৰে। সেই সূচনাৰ মূলতে ব্যায়াম কৰাৰ উদ্দেশ্য নিহিত আছে।

শিক্ষকে বিশেষ ভাবে এইটোৰ প্ৰতি লক্ষ্য ৰাখিব লাগে যে উদ্যোগৰ যি কোনো ক্রিয়াতে বা অন্য কোনো বিষয় পঢ়োৱাৰ সময়ত ছাত্ৰৰ শাৰীৰিক অৱস্থা সম্পূৰ্ণ ভালে থাকিব লাগে।

## সাতত্য-যোগৰ অভ্যাস

অতি সৰু ল'ৰা-ছোৱালীৰ আসন অলপ সময়ৰ পিচে পিচে সলাই থকাটো যেনেকৈ উদ্যোগৰ এটা ফাল, সেইদৰেই সাতত্যৰ দ্বাৰাই অৰ্থাৎ একেৰাহে একেখন আসনতে বহি বা একেটা অৱস্থাতে কাম কৰাৰ অভ্যাস ছাত্ৰবিলাকৰ মনত জন্মোৱাটো হৈছে উদ্যোগৰ আনটো ফাল। ইয়াকে সাতত্য-যোগ বোলে। ছাত্ৰসকলৰ মাজত ইয়াৰ অভ্যাস ক্রমাৎ

বঢ়াই যাব লাগে। যদি এইটো ধৰি লোৱা যায় যে টাকুৰীত সূতা কাটিবৰ সময়ত অতি সক ল'ৰা-ছোৱালীৰ হাত ১৫-১৫ মিনিটৰ আঁতৰে আঁতৰে সদাই থাকিব লাগে, তেন্তে "সাতত্য যোগ"ৰ অভ্যাসৰ কাৰণে সপ্তাহত এদিন বা যদি সম্ভৱ হয় তেন্তে দিনে ৩০-৪০ মিনিটকৈ এখন হাতেৰেই বা একেখন আসনতে সূতা কটাব লাগে।

সাতত্যৰ অবিহনে কৰ্ম্ম-যোগ সিদ্ধি হব নোৱাৰে। আজিকালি আমাৰ শিক্ষিতসকলৰ ভিতৰত শ্ৰম-সাতত্যৰ অৰ্থাৎ একেৰাহে পৰিশ্ৰম কৰিব পৰা শক্তিৰ প্ৰায়েই অভাৱ যেন দেখা যায়। এই দোষ আমি দূৰ কৰা উচিত। উদ্যোগৰ শেষ পৰীক্ষা হৈছে কেইসপ্তাহ মানলৈকে দিনে ৮ ঘন্টাকৈ কাম কৰা। আমি ছাত্ৰসকলক লাহে লাহে এই লক্ষ্যৰ ফালে আগবঢ়াই লৈ যাব লাগে। নৈয়ে যেনেকৈ পৰ্ব্বতৰ পৰা অকাই-পকাই অতি বেগেৰে বৈ আহি, শেষত সাগৰ পাই স্থিৰ হৈ পৰে, সেই দৰেই উদ্যোগ শিক্ষাৰ আৰম্ভনি "টাকুৰীৰ বিবিধ অভ্যাস" নামৰ প্ৰকৰণত লিখা বিবিধতাৰ পৰা গৈ শেষত সাতত্য পৰ্য্যন্ত পাবগৈ লাগে।

## আবৰ্জনাৰ ব্যৱহাৰ

উদ্যোগত আবৰ্জনা অতি কম ওলাব লাগে আৰু যি ওলায় তাৰো সৎব্যৱহাৰ হব লাগে। এইটো এটা বিশেষ মন কৰিব লগীয়া কথা বুলি ধৰিলোৱা উচিত। এই পৃথিৱীত আমিয়েই আটাইতকৈ দুখীয়া কিন্তু এই বিষয়ত আমিয়েই অতি উদাসীন আৰু অপব্যয়ীও। সোণ-সাৰৰ নিচিনা অমূল্য সম্পদকো আমি অসাৱধান ভাবেসৈতে দলিয়াই পেলাইছো আৰু তাৰ দ্বাৰাই ৰোগ বিয়পাইছো। মৰা জন্তুৰ বেলিকাও প্ৰায় সেই একে অৱস্থাই। আমি নেমুটেঙা

খাওঁ কিন্তু তাৰ মূল্যৱান বাকলি পেলাই দিওঁ। এইদৰেই আমাৰ অপব্যয়ৰ অসংখ্য উদাহৰণ দিব পাৰি। এই কাৰণে এই সম্বন্ধে আমি সকলো কালৰে পৰা গভীৰ ভাৱে চিন্তা কৰি চোৱা উচিত। উদাহৰণ স্বৰূপে কপাহ চাফ্ কৰিবৰ সময়ত তাৰ গুটি আৰু কণবোৰ অ'ত ত'ত পেলাই দিব নেলাগে, কপাহ ধুনোতে চালনিৰ তলত পৰি থকা ভূলা ডাঙৰ সূতা কটাত বা আন কামত লগাব লাগে। যতঁৰত সূতা কাটিবলৈ শিকাওঁতে প্ৰথমতে যিবোৰ সূতা ছিগে তাৰে আলপিন খুচিথোৱা গাদী (পিন্‌কুচন্‌চ্) তৈয়াৰ কৰিব পাৰি।

## সৌন্দৰ্য্য ভাৱনা

মানুহে সাধাৰণতে প্ৰশ্ন কৰে যে সক ল'ৰা-ছোৱালীয়ে সুন্দৰ আৰু সুব্যৱস্থিত মাল কেনেকৈ তৈয়াৰ কৰিব? যদি ভালকৈ মনোযোগ দিয়া যায় তেন্তে এই বিষয়ে ভয় কৰিবৰ কোনো কাৰণেই নেথাকিব। মোৰ নিজৰ অভিজ্ঞতাৰ পৰাই মই কব পাৰো যে সক ল'ৰা-ছোৱালীৰ হতুৱাই কটোৱা সূতা উত্তম আৰু চাফ্ অনায়াসে হব পাৰে। ল'ৰা-ছোৱালীৰ অনুকৰণ কৰিব পৰা প্ৰবৃত্তি আছে বাবেই সিহঁতে সৌন্দৰ্য্যাৰো অনুকৰণ কৰিব পাৰে। বাপেকৰ পাতত গোটা লাড়ু আৰু সিহঁতৰ পাতত ভঙা বা অলপ মাত্ৰ লাড়ু দেখিলে ল'ৰা-ছোৱালী কেতিয়াও সন্তুষ্ট হব নোৱাৰে। সক হ'লেও সিহঁতে গোটা লাড়ুকেহে বিচাৰে। ব্যৱহাৰিক মানুহৰ উপযোগিতা বাদক গ্ৰহণ কৰাটো ল'ৰা-ছোৱালীৰ পক্ষে যিমান টান, সৌন্দৰ্য্য গ্ৰহণ কৰাটো সিমান টান নহয়।

কিন্তু সৌন্দৰ্য্যৰ কাৰণে ১০ নম্বৰ ৰাখি, অসুন্দৰ অথচ অন্যান্য গুণ-সম্পন্ন বস্তুৰ কাৰণে ৯০ নম্বৰ ৰখা দৰে অনুচিত

পদ্ধতি সোনকালে দূৰ হব লাগে। কিন্তু সুন্দৰ নহয়, শিক্ষাত তাৰ মূল্য মুঠেই থাকিব নেলাগে। পাঁজিবিলাক নিৰ্দ্ধাৰিত জোখৰ হব লাগে। এই কথাটোত ল'ৰা-ছোৱালী-বোৰে যিমান মনোযোগ দিব, তাওঁবে সিমান নিদিয়ে। ডাওঁবে এইটোকেই কব যে অলপ যেনিবা দীঘল-চুটি হ'লেই ভাতনো কি লোকচান হব? সমান জোখৰ পাঁজি কৰিবলৈ হলে বিশেষ ভাবে মনোযোগ দিব লাগিব, আৰু সময়ো বেছি লাগিব, ইয়াৰ পৰা লাভ কি হব? এনেকুৱা মানুহৰ ওচৰত হাৰ মানিয়েই হব পাই ধৰ্ম্ম-শাস্ত্ৰকাৰ সকলে কৈছিল যে "হৈঁৰা, সমান পাঁতি কৰিলে স্বৰ্গ পায়।" সক ল'ৰা-ছোৱালীৰ শিক্ষাত মিছা উপযোগিতাবাদৰ স্থান থাকিব নেলাগে। কাম কম হওক তাত কোনো আপত্তি নাই, সেয়ে মাত্ৰ সুন্দৰ হব লাগে। অৰ্থাৎ সৌন্দৰ্য্যৰ কাৰণে কাম কম হলেও চলিব কিন্তু যদি গতি কম হোৱা বাবে কাম কম হয় তেন্তে সি যে ঠিক নহব এইটো স্পষ্ট কথা।

## সামূহিক ভাৱনা

সামূহিক ভাবে মিলি-জুলি কাম কৰাৰ ভাব যদি ছাত্ৰ সকলৰ মনত নোপজে তেন্তে আমাৰ শিক্ষকসকলে নো আৰু কি কৰিলে? আমাৰ মাজত সামূহিক ভাৱনা অতি কম। ডাঙৰ ডাঙৰ হবপদ বিষিনি বিলাকত বাদে আমি আমাৰ ঘৰৰ বাহিৰলৈকে চকু নিদিওঁ।

উদ্যোগৰ দ্বাৰাই সামূহিক ভাৱনা উৎপন্ন কৰোৱাটো উদ্যোগৰ মহত্বপূৰ্ণ কাম বুলি ধৰি লব লাগে। কোনো ছাত্ৰই যদি খুনিব নোৱৰা হয় তেন্তে আন ছাত্ৰই প্ৰফুল্ল মনেৰে তেওঁৰ কাম কৰি দিবলৈ আগবাঢ়ি যাব লাগে।

তেওঁ নিজৰ কাৰণে যিমান ভালকৈ ধুনে তাতকৈও বেছি ভালকৈ আনক ধুনি দিয়াৰ বৃত্তি তেওঁৰ থাকিব লাগে।

নিজৰ নিজৰ জাবৰ নিজে বুটলি লব কিন্তু দৈবাৎ যদি কোনোবাই এৰিও যায় তেন্তে তাক বুটলি লোৱাৰ দায়িত্ব তেওঁৰ নিজৰ বুলি ভাবিব। "মই মোৰ নিজা গতি বঢোৱাটোতেই সন্তুষ্ট থাকিব নেলাগিব বৰং গোটেই শ্রেণীটোৰ গড়ে গতি বঢোৱাটোত হে বেছি জোৰ দিব লাগিব। এই ভাব প্রত্যেকজন ছাত্রৰ অন্তৰতে জাগি উঠিব লাগে। ইয়াৰ কাৰণে ব্যক্তিগত হিচাপৰ লগে লগে সামূহিক হিচাপো ৰাখি তাৰ প্রতি সকলো ছাত্রৰ মনোযোগ আকর্ষণ কৰিব লাগে।

যতঁৰৰ মাল তৈয়াৰ কৰিবলৈ সকলোৱেই জানিব লাগে আৰু নিজৰ নিজৰ মাল নিজে তৈয়াৰ কৰি লব লাগে। কিন্তু যদি গোটেই শ্রেণীটোৰ কাৰণে বা আন ছাত্রৰ নিমিত্তে মাল তৈয়াৰ কৰাৰ কাম পায় তেন্তে তাক অতি আনন্দ আৰু সাৱধানতাৰে সৈতে কৰিব লাগে।

প্রত্যেক ছাত্রৰ সূতাৰ বল পৰীক্ষা কৰি চাবৰ কাৰণে প্রত্যেকৰে সূতা বেলেগে বেলেগে বোওৱাৰ ব্যৱস্থাও কৰিব লাগে। তাৰ লগতে মাজে সময়ে গোটেই শ্রেণীৰ ছাত্রই কটা সূতাৰ কাপোৰ বোৱাই বিদ্যালয়ৰ সংগ্রহালয় বা যাদুঘৰত ৰাখিব লাগে। "এয়া আমাৰ শ্রেণীৰ ল'ৰাই কটা সূতাৰ কাপোৰ"—প্রেম আৰু সামূহিকতাৰ এনেকুৱা বৃত্তি ছাত্রবিলাকৰ মাজত উৎপন্ন কৰিব লাগে আৰু সেই থানটোৰ গুণ দোষ যি থাকে সি আমাৰ সকলোৰে বুলি সকলো ছাত্রই ভাবিব লাগে।

"তাই এতিয়ালৈকে সূতা কটাত আগবাঢ়িব পৰা নাই, বিশেষ মনোযোগো দিয়া নাই, বাকী সকলো ছাত্রই আগবাঢ়ি

গৈছে, তইতে অকলে পিচ পৰি আছ। তোৰ লাজ লগা নাইনে?" —ইত্যাদি কথা কৈ শিক্ষকে কেতিয়াও ছাত্ৰক ভৰ্চনা কৰিব নেলাগে। তেওঁ ছাত্ৰসকলক এইদৰে হে কব লাগে "তই এতিয়ালৈকে সূতা কটাত বিশেষ মনোযোগ নিদিলি; এইদৰে থাকিলেনো তোৰ শ্ৰেণীৰ উন্নতি কেনেকৈ হব?" শ্ৰেণীৰ উন্নতিৰ কাৰণে শ্ৰেণীৰ প্ৰত্যেকজন ছাত্ৰই নেখা নেপেখা ভাবে চেষ্টা কৰি থাকিব লাগে।

এইদৰেই অনেক উপায়ৰ দ্বাৰাই ছাত্ৰসকলৰ মাজত সামূহিক বন্ধু-ভাৱনা উৎপন্ন কৰিব পাৰি।

সাধৰ্ম্য-বৈধৰ্ম্য-প্ৰক্ৰিয়া

উদ্যোগৰ বিভিন্ন ক্ৰিয়া, সঁজুলি, বা কথাৰ বিষয়ে জ্ঞান দিবৰ সময়ত আমি উদ্যোগৰ সীমাতেই হে থাকিব লাগিব, তাৰ সীমাৰ ভিতৰত আমি আবদ্ধ হব নেলাগিব। যেনেকৈ পৰ্ব্বতৰ টিঙত বহি চাৰিওফালে থকা সৃষ্টিক আমি চাব পাৰোঁ, সেইদৰেই উদ্যোগতো ভালকৈ খোপনি পুতি তাৰ দ্বাৰাই আমি নিজৰ চাৰিওফালে থকা বিশ্বক নিৰীক্ষণ কৰা উচিত। এইদৰেই উদ্যোগৰ দ্বাৰাই বিশ্ব-নিৰীক্ষণৰ পদ্ধতিক সাধৰ্ম্য-বৈধৰ্ম্য-প্ৰক্ৰিয়া বোলে। ইয়াৰ সহায়তাৰ দ্বাৰা মানুহ উদ্যোগত থাকে সচাঁ, কিন্তু তাত আবদ্ধ হৈ নপৰে।

ধৰি লওক ছাত্ৰসকলক বুজোৱা হৈছে যে টাকুৰী বা যঁতৰ পোন গতিত ঘূৰাব লাগে। এতিয়া পোন-গতিনো কাক বোলে এই কথাটো যঁতৰ কিম্বা টাকুৰী প্ৰত্যক্ষ ভাবে ঘূৰাই আৰু তাৰ ঘূৰাব কালে মন আকৰ্ষণ কৰি তেওঁলোকক বুজাব লাগিব। ইয়াকে কৰোঁতে পোন গতি আৰু ওলোটা গতিৰ অনেক দৃষ্টান্ত অৰ্থাৎ 'সাধৰ্ম্য' আৰু 'বৈধৰ্ম্য'ৰ দৃষ্টান্ত ল'ৰা-ছোৱালী বোৰৰ আগত অনায়াসে আহি পৰিব। তলত ভাবে কেইটামান উদাহৰণ দিয়া হ'ল।

### সাধৰ্ম্ম্যৰ উদাহৰণ

(১) ঘড়িৰ কাটা কেনেকৈ ঘূৰে ?
(২) কুঁৱাত বাল্টি নমাওঁতে তাৰ পুলি বা চকৰিটো কেনেকৈ ঘূৰে ?
(৩) স্ক্রু-গজাল কচোঁতে কেনেকৈ ঘূৰে ?
(৪) তলা বন্ধ কৰোতে তলা কেনেকৈ ঘূৰে ?
(৫) আৰতী কেনেকৈ কৰে ?
(৬) মন্দিৰ প্ৰদক্ষিণ কেনেকৈ কৰে ?
(৭) নেওঠনি কেনেকৈ ঘূৰায় ?
(৮) কপাহৰ গুটি গুচাওঁতে পিৰাথনত শলাডাল কেনেকৈ ঘূৰায় ?
(৯) তেলীয়াৰ ঘানি কেনেকৈ ঘূৰায় ?
(১০) লাটিম্ কেনেকৈ ঘূৰায় ?

### বে-ধৰ্ম্মৰ উদাহৰণ

(১) কুঁৱাৰ পৰা পানী তুলিবৰ সময়ত।
(২) স্ক্রু খুলিবৰ সময়ত।
(৩) তলা খুলিবৰ সময়ত।
(৪) যাঁতত আটা পিহাৰ সময়ত।
(৫) সপ্তৰ্ষি বা ধ্রুব, মৎস্য দেখাৰ সময় আদি।

এইবিলাক কথা ছাত্ৰ সকলক প্ৰত্যক্ষ ভাবে বুজাব লাগে। ইয়াত সময় যিমানেই লাগক লাগে তাত কোনো আপত্তি নাই। সাধৰ্ম্ম্য-বেধৰ্ম্ম্য প্ৰক্ৰিয়াৰ ব্যৱহাৰ বৈজ্ঞানিকে একৰকমে কৰে আৰু কবিয়ে অন্য ৰকমে কৰে। আমি দুয়োটা অভিপ্ৰায়েৰে তাক ব্যৱহাৰ কৰিব লাগে অৰ্থাৎ উদ্যোগৰ ওপৰত মহত্ত্ব দিব লাগে জ্ঞানক তীক্ষ্ণতৰ কৰিবৰ কাৰণে আৰু ব্ৰহ্মাণ্ডৰ ওপৰত মহত্ত্ব দিব লাগে আনন্দ পাবৰ কাৰণে।

## ভাষাৰ দ্বাৰা প্ৰকাশ

কোনো কোনো মানুহে সূতা কাটিব ভালকৈ জানে, কিন্তু কটাৰ প্ৰক্ৰিয়া বিলাক যেনে ধৰণে কৰে তাক তেওঁ ভাষাৰ দ্বাৰাই প্ৰকাশ কৰিব নোৱাৰে। তাৰ কাৰণে হয়তো কোনো লোকে কব পাৰে যে সূতা কটাৰ প্ৰক্ৰিয়া এওঁ ভালকৈ নেজানে। তেওঁৰ যে কথা কোৱাৰ শক্তিহে কম তাক কোনেও ধৰিব নোৱাৰে। বৰং ইয়াৰ অৰ্থ এইদৰেহে কৰা যায় যে হাতেৰে কৰা কাম বহুতো সূক্ষ্ম ক্ৰিয়াৰ মিলনৰ দ্বাৰাই হয়, গতিকে ইয়াৰ প্ৰতি-চ্ছবি মগজুত পৰা নাই। নাইবা এইদৰেও কব পাৰি যে এওঁ কাম কৰিব জানে কিন্তু তাক ভালকৈ বিশ্লেষণ কৰিব নেজানে।

আমাৰ দেশৰ প্ৰায় সকলোবোৰ শিল্পীয়েই এই একে শ্ৰেণীৰেই। আমি যদি তেওঁলোকক কওঁ যে আমাক কাম শিকাই দিয়া, তেতিয়া তেওঁলোকে কব যে আমি কি কৰিছোঁ তাক তোমালোকে চাই থাকাঁ। তেওঁলোকে বাণ্ডা মাৰি দেখুৱাব আৰু কব 'এইদৰে বাণ্ডা মাৰঁা।' তেওঁলোকৰ 'এইদৰে' বোলা কথাটোত আপোনালোকে কিবা বুজিব পাৰে যদি বুজক।

আমি এই অৱস্থাৰ পৰিবৰ্ত্তন কৰিব লাগিব। হাত আৰু বুদ্ধি, দুয়োটাকে মিলাওঁতা হৈছে—বাণী। এই কাৰণে উদ্যোগৰ প্ৰক্ৰিয়াবিলাক আৰু বাণীৰ দ্বাৰাই ইয়াক ব্যক্ত কৰাৰ শক্তি—এই দুয়োটা বিদ্যা যেতিয়লৈকে ছাত্ৰৰ আয়ত্তাধীনলৈ নাহে তেতিয়ালৈকে তেওঁলোকে উদ্যোগ জানে বুলি কব নোৱাৰি।

বাণীৰ অৰ্থ হৈছে হৈছে "নিশ্চিত আৰু স্পষ্ট বাণী।" উদাহৰণ স্বৰূপে পেন্সিল ডালক লৰ ভাবে থিয় কৰিলে বহুতো মানুহে তাক 'পোন' বুলি কয়, হেলনীয়া ভাবে

ধৰিলে তাক 'বেঁকা' বুলি কয়। বাস্তৱিকতে প্ৰথমটো থিয় আৰু দ্বিতীয়টো হেলনীয়া কিন্তু দুয়োটা অৱস্থাই পোন। অলপতে শিক্ষা বিভাগৰ দ্বাৰাই প্ৰকাশিত এখন কিতাপত শিক্ষকসকলক কোৱা হৈছিল যে "অমুক শ্ৰেণীৰ ল'ৰা-ছোৱালীক যোগ অঙ্ক শিকাওঁতে সংখ্যাবিলাক ৫০ ৰ ওপৰ হব নেলাগে। কিন্তু কব লাগিছিল এইটোহে যে যোগৰ কাৰণে এনেকুৱা সংখ্যা লব লাগে যাৰ যোগফল ৫০ ৰ বেছি নহয়। এইদৰে যদি কিবা কোৱা হয় আৰু কিবা অৰ্থ ওলায় তেন্তে মই তাক বাণী নোবোলোঁ।

এই কথাটো মাতৃ-ভাষাৰ ক্ষেত্ৰৰ। এই কাৰণে মাতৃ-ভাষাৰ শ্ৰেণীত ইয়াৰ প্ৰতি বিশেষ মনোযোগ দিয়া উচিত। কিন্তু মোৰ বোধেৰে এই কথাটো উদ্যোগৰ ভিতৰতে আছি পৰে আৰু অকল উদ্যোগৰ শিক্ষা দিয়া পঢ়াশালিতো আমি ইয়াক এৰিব নোৱাৰোঁ।

## বৈজ্ঞানিক বা শাস্ত্ৰীয় বুদ্ধি

উদ্যোগৰ দ্বাৰাই শিক্ষাৰ্থীৰ বৈজ্ঞানিক বা শাস্ত্ৰীয় বুদ্ধিৰ বিকাশ হৈ থাকিব লাগে। শাস্ত্ৰীয় বুদ্ধিত তলত লিখা কথা কেইটাৰ সমাবেশ হয়—

(১) পৃথক্কৰণ—কোনো কথা বা বস্তুৰ বিশ্লেষণ কৰা। অৰ্থাৎ তাৰ বিভিন্ন ভাগবোৰ পৃথক পৃথক কৰা।

(২) একীকৰণ—পৃথক্কৰণৰ ওলোটাটো অৰ্থাৎ কোনো কথা বা বস্তুৰ বিভিন্ন ভাগবোৰ সংযোজন কৰা বা লগ লগোৱা।

(৩) বৰ্গীকৰণ—ভিন্ ভিন্ শ্ৰেণীত বিভক্ত কৰা।

(৪) অনুক্ৰম—ক্ৰমবদ্ধ কৰা।

(৫) সাহচৰ্য্য:—কোনটো কথা বা বস্তু আন কোনটো কথা বা বস্তুৰ লগত মিলে, ইয়াক চোৱা।

(৬) কাৰ্য্য-কাৰণ ভাব :— কামৰ পৰা ফলত উপনীত হোৱা আৰু ফলটৈ লক্ষ্য কৰি তাৰ কাৰণৰ বৃক্ত লোৱা।

(৭) ইন্দ্ৰিয় প্ৰামাণ্য :— ইন্দ্ৰিয় জ্ঞানৰ দ্বাৰা বস্তুৰ অনুমান কৰা।

(৮) ইন্দ্ৰিয় ভ্ৰম :— ইন্দ্ৰিয়ৰ ভ্ৰমত নপৰা। অৰ্থাৎ ওপৰৰ ৰূপটো দেখি ভোল নোযোৱা।

(৯) মহত্বমাপন অথবা তাৰতম্য :— বস্তুৰ আকাৰ প্ৰকাৰৰ তুলনা কৰা।

(১০) সংশয় :— সন্দেহ ভঞ্জন কৰা।

(১১) নিশ্চয় :— নিশ্চিত ফলত উপনীত হোৱা।

যদি এই আটাইবোৰৰে উদাহৰণ দিবলৈ চোৱা যায় তেন্তে বিষয় বহুত বাঢ় যাব। মুঠ কথা এয়েই যে উদ্যোগৰ দ্বাৰাই বুদ্ধিত অন্বেষণ ( বচা বা অনুসন্ধান কৰাৰ ) শক্তি উৎপন্ন হব লাগে। অমুক কথাটো এইদৰে কৰিব লাগেনে নেলাগে, কেৱল এনেধৰণৰ বিধি নিষেধমূলক জ্ঞানৰ দ্বাৰায়েই উদ্যোগলৈ বাস্তৱিকতা আৰু সজীৱতা আহিব নোৱাৰে। আৰু এনেকুৱা হোৱা উচিতো নহয়। কোনটো কাম কিয় কৰিব লাগে আৰু কিয় নকৰিব লাগে, ইয়াৰ কাৰণ নজনাকৈ কেৱল চকু-মুদি বিধি-নিষেধ পালন কৰিলেই উদ্যোগৰ প্ৰগতি হব নোৱাৰে।

কোনো বিধি অথবা নিষেধ কৰিবৰ সময়ত তাৰ কাৰণ দেখুৱাই কবৰ আৱশ্যক নকৰে। কাৰণৰ মীমাংসা আৱশ্যকতানুসৰি আগত কিম্বা পিচত বা লগে লগেও কৰিব পাৰি, কিন্তু তাক যে কৰিব লাগে এয়েই মোৰ কব লগা আছিল। শিকোৱাৰ পদ্ধতি এনেকুৱা হব লাগে যাতে শিক্ষাৰ্থীৰ মনত প্ৰশ্নৰ উদয় হয় আৰু তেওঁলোকে লগে লগে তাক শিক্ষকক সুধি যায়। সুবিধা বুজি শিক্ষকে নিজেও প্ৰশ্ন কৰিব আৰু শিক্ষাৰ্থীসকলে সেই বিষয়ে আলোচনা কৰিব।

যিবিলাক প্ৰশ্ন সাধাৰণতে আনে নোসোধে তেনেকুৱা প্ৰশ্নও উত্থাপন কৰিব লাগে। উদাহৰণ স্বৰূপে—ঘৰৰ চকাটো চাৰিকোণীয়া কিয় হব নেলাগে? এনেকুৱা প্ৰশ্ন সাধাৰণতে আনে নোসোধে। যদি কোনোবাই সোধেও তেন্তে তেওঁক মূৰ্খ বুলি ভাবিব। কিন্তু আমি হলে তেওঁক চতুৰ হে বুলিম। অকল এয়েই নহয়, আমি নিজেও এনেকুৱা প্ৰশ্ন উত্থাপন কৰিম আৰু তাৰ বৈজ্ঞানিক উত্তৰ তৰ্কৰ দ্বাৰাই উলিয়াবলৈ চেষ্টা কৰিম।

## পৰিশ্ৰম-নিষ্ঠা

পৰিশ্ৰম হৈছে বেলেগ বস্তু আৰু পৰিশ্ৰম-নিষ্ঠা, পৰিশ্ৰমৰ প্ৰতি আদৰ আৰু প্ৰেম হৈছে বেলেগ বস্তু। পৃথিৱীৰ বেছিভাগ মানুহেই দৈহিক পৰিশ্ৰম কৰে। কিন্তু তেওঁলোকে কেতিয়াবা বাধ্যত পৰিহে পৰিশ্ৰম কৰে। বহুতেই পৰিশ্ৰমৰ পৰা যদি মুক্তি পাব পাৰে তেন্তে পাবলৈ চেষ্টা কৰেই। আৰু কিছুমানে শাৰীৰিক পৰিশ্ৰমৰ পৰা অব্যাহতি লৈ অৰ্থাৎ তাৰ ভাৰ আনৰ ওপৰত জাপি দি প্ৰতিষ্ঠিত হবলৈ বিচাৰে। ইয়াৰ পৰাই পুঁজিবাদ, যুদ্ধ, নানা ৰকমৰ বৈষম্য (সৰু-বৰ, উচ্চ-নীচ আদি ভেদ) আদিৰ উৎপত্তি হৈছে। "কোনো প্ৰকাৰৰ দৈহিক শ্ৰম নকৰাকৈ শৰীৰৰ আহাৰ যোগোৱাটো নিজৰ তথা সমাজৰ প্ৰতি ঘোৰ অন্যায় কৰা হব" এই ভাৱটো যদি ছাত্ৰ সমাজৰ মাজত জগাই তুলিব পৰা যায় তেন্তে ওপৰোক্ত তিনিওটা দোষ দূৰ কৰাটো সহজ হব।

আমাৰ শিক্ষা-প্ৰণালীৰ দ্বাৰা শিক্ষা পোৱা শিক্ষিতসকলৰ ভিতৰত এনেধৰণৰ ভাৱ ৰব জোৰেৰে হোৱা উচিত। আমাৰ দেশত আজি-কালি এনেকুৱা হোৱা দেখা গৈছে যে ল'ৰা-ছোৱালীক পঢ়িবলৈ স্কুললৈ পঠালে সিহঁতে আৰু গোৰৰ

পেলাবলৈ অনিচ্ছুক হয়, কিন্তু গাখীৰ খাই হলে বৰ ভাল পায়। আচলতে আমাৰ শিক্ষা-প্ৰণালীৰ দ্বাৰা শিক্ষিত হৈ ও:লোৱা ল'ৰা-ছোৱালীয়ে গোবৰ পেলাবলৈ পালে আনন্দ অনুভৱ কৰিব লাগিছিল আৰু যিহেতু সকলোবিলাক ল'ৰা-ছোৱালীয়েই গাখীৰ খাবলৈ নেপায় সেই বাবে গাখীৰ খাবলৈ স'ঙ্ক'চ বোধহে কৰিব লাগিছিল। এই কাৰণে ছাত্ৰৰ লগে লগে শিক্ষকেও যথা শক্তি শাৰীৰিক পৰিশ্ৰমৰ কামবোৰত ভাগ লোৱা উচিত। স্কুল চলি থকা অৱস্থাত হোৱা হাতৰকাম ( উদ্যোগ ) স্কুলৰেই বুলি ধৰিব লাগে। কিন্তু শিক্ষক আৰু ঘৰৰ মানুহে ভেওঁলোকৰ আজৰি সময়ত বা বন্ধৰ দিনত অন্যান্য গাৱঁৰ বনুৱাসকলৰ দৰে প্ৰফুল্ল মনেৰে দৈহিক শ্ৰম কৰি ছাত্ৰসকলৰ আগত উদাহৰণ দাঙি ধৰিব লাগে।

গাওঁ চাফাই আদি সাৰ্ব্বজনিক কাম শিক্ষক আৰু ছাত্ৰ উভয়ে মিলিতো কৰিবই কিন্তু স্কুল ঘৰ সৰা, চোতাল চাফ্ কৰা আৰু তাক গোবৰ-মাটিৰে মচা আদি কামো শিক্ষকসকলে ছাত্ৰৰ লগত কৰাৰ নিয়ম থাকিব লাগে। তল খাপৰ বুলি ভৱা যি কোনো কামকে অকল ছাত্ৰৰ ওপৰতেই এৰি দিব নেলাগে বৰং শিক্ষকে নিজে কৰাৰ লগে লগে ছাত্ৰৰ হতুৱায়ো কৰাবলৈ যত্ন কৰিব। ইয়াকে নকৰিলে পৰিশ্ৰমৰ প্ৰতি ল'ৰাৰ নিষ্ঠা উৎপন্ন নহব।

'সুবৰ্ণ সাৰ'ৰ উত্তম ব্যৱহাৰ কেনে ভাবে কৰিব পাৰি, প'য়খানাৰ আদৰ্শ ব্যৱস্থা কেনেকুৱা হোৱা উচিত, ইয়াৰ শিক্ষাও স্কুলত চলা উদ্যোগৰ ভিতৰতে বুলি ধৰি লব লাগে। স্কুলত সূতা কটা উদ্যোগেই থাকক বা কাঠ মিস্ত্ৰিৰ উদ্যোগেই থাকক নাইবা খেতিৰ উদ্যোগেই থাকক লাগে তাত কোনো আপত্তি নাই।

জাতীয় পতাকাত থকা যঁতৰটো শাৰীৰিক পাৰশ্ৰমৰ অৰ্থাৎ অহিংসাৰ চিন। ইয়াৰ কাৰ্য্যকাৰীতা স্কুলৰ ঔদ্যোগিক বা-ৰত্তাহৰ দ্বাৰাই হব লাগে।

—মূল উদ্যোগ কাটনাৰ পৰা

## একৰৰ আৰ্য্যা

: ৩৯ :

স্কুলত অঙ্কৰ কাৰণে ছাত্ৰক আৰ্য্যা শিকোৱা হয়। সক কালত আমাৰ গুৰু মহাশয়ে বাৰে বাৰে পঢ়ায় আৰু চেকনিৰে কোবাই এই দুটা উপায়েৰে আমাৰ আৰ্য্যা মুখস্থ কৰাইছিল, কিন্তু তাৰ ভিতৰত বেছি ভাগেই আমাৰ মগজুত নোসোমাইছিল। এনেকুৱা হোৱাৰ মূলতে আছিল দোষ-যুক্ত শিক্ষা-পদ্ধতি আৰু অনাৱশ্যকীয় আৰ্য্যা। বাস্তৱতে আৰ্য্যা যদি জীৱনোপ-যোগী হয়, তেন্তে জীয়াই থাকিবলৈ ইচ্ছা কৰোতাসকলে তাক ভাল পাবই। শিক্ষকে যেনে ভাবেই নিশিকাওক লাগে, তথাপি তাক ভাল পোৱাটো স্বাভাৱিক। ইয়'ৰে আভাস দিবৰ কাৰণে এটা উদাহৰণ তলত দিলোঁ।

### 'একৰ' শব্দৰ ব্যাখ্যা

জীৱনৰ মুখ্য আধাৰ হৈছে কৃষি। কৃষি উৎপাদিত হয় মাটিত, আৰু তাক একৰত জোখকৰা হয়। এই কাৰণে ল'ৰা-ছোৱালীক একৰৰ আৰ্য্যা শিকাৰ লগাত পৰে। তাকনো এতিয়া কেনেকৈ শিকোৱা যায় তাৰে বিষয়ে আলোচনা কৰা হওক। পোন প্ৰথমে কব লাগিব যে 'একৰ'টো ইংৰাজী শব্দ। এতিয়া এই শব্দটো আমাৰ দেশতো প্ৰচলিত হৈ পৰিছে, গতিকে ইয়াৰ স্বদেশী ব্যাখ্যা তলত দিয়া ধৰণৰ।, 'একৰ মানে পথাৰ জোখা মাটি-কালি

অঙ্ক ।” ভাৰতবৰ্ষত মানুহ মূৰী প্ৰায় এক একৰকৈ মাটি ভাগত পৰে। আজিৰ পৰিস্থিতিত ভাৰতবৰ্ষৰ প্ৰতিজন মানুহেই এক ‘একৰ’ মাটিৰহে গৰাকী। ল’ৰা-ছোৱালীবোৰে সহজতে বুজিব পৰাকৈ এনেকুৱা দুটায়া অৰ্থ থকা যুক্তিৰে ‘এক’ শব্দৰ দ্বাৰা ‘একৰ’ শব্দৰ ব্যাখ্যা কৰিব লাগে।

## ১২১ × ১২১ ফুটীয়া ৩৬০টা ডোখৰ—একৰ

একৰৰ অৰ্থ ৪৮৭০ বৰ্গ গজ বুলি কোৱা হৈছে। এই ডাঙৰ সংখ্যাটো কেনেকৈ মনত থাকিব ? তাৰ কাৰণে দুটা প্ৰধান ভাগ কৰিব লগা হ’ল। সেই ভাগ দুটা হ’ল ১২১ × ৪০। এই ১২১ বৰ্গ গজকে গুণ্ঠা নাম দি ৪০ গুণ্ঠা অৰ্থাৎ এক একৰ, এইদৰেই আৰ্য্যাখন তৈয়াৰ কৰা হ’ল। কিন্তু আমি গজৰ ভাষা এৰি ফুটৰ ভাষাত কৰলৈ ললো। গুণ্ঠাক আৰু সৰু সৰু ভাগত বিভক্ত কৰা হ’ল। গুণ্ঠা মানে ১২১ বৰ্গ গজ মাটি অৰ্থাৎ ১১ গজ × ১১ গজ, এইদৰেই মাটিক বৰ্গ ক্ষেত্ৰাকাৰত অৰ্থাৎ ডাঙৰ ডৰাত বিভক্ত কৰা হয়। তাৰে ১১ ফুট দীঘল আৰু ১১ ফুট বহলৰ আকৌ ৯টা খণ্ড বা ডৰা কৰিব পাৰি। এই ১২১ ফুটীয়া ডৰাবোৰ ডাঙৰ ডৰাত ৯টা আৰু একৰত ৩৬০ টা থাকিব।

## ১১ ফুট × ১১ ফুট—এঘণ্টা

মোটা-মোটি হিচাপে বছৰত ৩৬০ দিন থাকে। যদি আমি নিতৌ ১২১ ফুট মাটি কুৰিবলৈ থিৰাং কৰো তেন্তে বছৰত ১ একৰ মাটি কুৰিব পৰা হব। বাৰিষা কেইদিনত মাটি কোৰাত অসুবিধা হোৱাটো আমি পাহৰি যাব লাগে। ইমান মাটি কুৰিবলৈ হলে নিতৌ কিমান সময় লাগিব ? মানুহৰ সামৰ্থ্যতা, মাটিৰ প্ৰকাৰ, বতৰ আৰু সজুঁলিৰ

যোগ্যতানুসৰি এই প্ৰশ্নটোৰ বেলেগ বেলেগ উত্তৰ হ'ব, কিন্তু অভিজ্ঞতাৰ পৰা ইয়াকে কব পাৰি যে এই কামত ৪০ ৰ পৰা ৮০ মিনিটলৈকে সময়ৰ আৱশ্যক হ'ব। মোটা-মোটি ভাবে এই সময়টো এঘণ্টাকে বুলি ধৰিব পাৰি। যিহেতু এঘণ্টাত এইখিনি মাটি কুৰিব পৰা হ'ব, এই কাৰণে লক্ষণাবৃত্তিৰ দ্বাৰাই এই মাটিক আমি 'ঘণ্টা' বুলিম। ঘণ্টা অৰ্থাৎ ১১ ফুট × ১১ ফুট মাটি মনত ৰখাটো একো টান নহয়। "একত একে এঘাৰ" এই সূত্ৰটো ল'ৰা-ছোৱালীবোৰে জানে। ১১ ফুট দীঘল এডাল টাঁৰ তৈয়াৰ কৰিব আৰু তাৰ দ্বাৰাই চাৰিও ফালে জুখি-মাখি ৰেখা অঙ্কণ কৰি, ল'ৰা-ছোৱালীক ঘণ্টাৰ প্ৰত্যক্ষ জ্ঞান দিব পাৰিব। এতিয়া এনেকুৱা ৩৬০ ঘণ্টা মিলি ১ একৰ, এইদৰেই পোন-পটীয়া ভাবে আৰ্য্যা তৈয়াৰ হৈ পৰিল। (ইয়াত ঘণ্টাৰ অৰ্থ ১১ফুট × ১১ফুটৰ বৰ্গক্ষেত্ৰাকাৰ মাটি নহৈ ১২১ ফুট মাটিহে হ'ব—এইকথাটো ল'ৰা-ছোৱালীবোৰৰ মনত সুমাই দিব লাগে। ১২১ বৰ্গ ফুট মাটি অনেক প্ৰকাৰৰ হ'ব পাৰে। আমাৰ মনত ৰখাৰ সুবিধাৰ নিমিত্তে হে ১১ ফুট × ১১ ফুট কৰি লোৱা হৈছে।) ল'ৰা-ছোৱালীবোৰক যদি আমি খেতিৰ মাটি ভগাই দিব লগা হয়, তেন্তে তাক ঘণ্টাৰ হিচাপত হে ভগোৱা হ'ব। কাৰবাক এঘণ্টা মাটি, কাৰোবাক দুঘণ্টা মাটি দিয়া হ'ব। ইয়াৰ দ্বাৰাই প্ৰতি একৰ মাটিত উৎপাদনৰ পৰিমাণ কিমান হৈছে, এই কথাটো নিজৰ নিজৰ কামৰ পৰাই ল'ৰা-ছোৱালীবোৰে জানিবলৈ সুবিধা হ'ব।

১ফাৰ্লং × ১ফাৰ্লং = ১০ একৰ = আগৰ

এই পৰ্য্যন্ত একৰৰ তলৰ আৰ্য্যা চোৱা হৈছিল, এতিয়া ওপৰৰ আৰ্য্যা চোৱা যাওক। এক ফাৰ্লং বৰ্গ ক্ষেত্ৰাকাৰ

মাটিত ৪৮,৭০০ বৰ্গ গজ অৰ্থাৎ ১০ একৰ থাকে। সাধাৰণতে মাটিৰ একোটা খণ্ডক ১০ একৰ বুলি ধৰা যায়। মধ্য প্ৰদেশ চৰকাৰে ১০ একৰতকৈ কম মাটি থকা কৃষকক টকাত দুই অনাকৈ ৰেহাই দিছে—এই কথাটো শিক্ষকে ল'ৰাবোৰক কৈছেই। ইয়াৰ দ্বাৰাই তেওঁলোকে ল'ৰাবোৰৰ মনত এই ভাবটো সুমাই দিব লাগে যে সাধাৰণতে পথকৰা মাটি ১০ একৰৰ হে থাকে। ভাৰতবৰ্ষত গাইপতি এক একৰতকৈ মাটি পৰে বুলি ওপৰত উল্লেখ কৰি অহা হৈছে। ৫ জনীয়া পৰিয়ালৰ কাৰণে ৫ একৰৰ আৱশ্যক। আজি-কালি ভাৰতত শতকৰা ৭৫ জনেই কৃষক, কিন্তু আজিৰ পৰা ৪০ বছৰৰ আগত শতকৰা ৭০ জনহে আছিল। দেশৰ শিল্প-ব্যৱসায় ক্ৰমে হ্ৰাস হৈ যোৱাত এই ৪০ বছৰৰ ভিতৰত বেছি ভাগ মানুহৰ ভাৰ খেতিৰ ওপৰত পৰিছে আৰু খেতিয়কৰ সংখ্যা শতকৰা ৭০ৰ পৰা ৭৫লৈকে হৈছে। খেতিয়া শতকৰা ৫০ জন মানুহৰ ভাৰ অকল খেতিৰ ওপৰত পৰিব তেতিয়াহে ভাল অৱস্থা বুলি কব পৰা যাব। আজি যদি তেনেকুৱা অৱস্থা থাকিলহেঁতেন তেন্তে প্ৰত্যেক খেতিয়ক পৰিয়ালৰ ভাগত প্ৰায় ১০ একৰকৈ মাটি পৰিল হেঁতেন। এহাল ভাল বলধৰ কাৰণে ১০ একৰ খেতিৰ উপযোগী মাটি লাগে। কিন্তু খেতি-মাটি আৰু বাৰী-মাটি দুয়োবিধ মিলাই ১০ একৰৰ একোডৰা মাটি এহাল গৰুৰ কাৰণে কম নহয়। মুঠতে যি কোনো প্ৰকাৰৰ দহ একৰৰ মাটি ডৰাকো "সাধাৰণ পথাৰ" বুলি ধৰিলোৱা হৈছে। ইয়াকে আমি "আগৰ" নাম দিছোঁ আৰু ল'ৰাবোৰক শিকাব লাগে যে দহ একৰ মানে এক আগৰ।

৬৪০ একৰত ১ বৰ্গ মাইল

যদি 'আগৰ' বৰ্গ ক্ষেত্ৰাকাৰ হয় তেন্তে একফাৰ্লং দীঘল আৰু একফাৰ্লং বহল হব। ফাৰ্লং শব্দটো যৌগিক

অৰ্থ এয়েই। এক বৰ্গ মাইলত এনেকুৱা কিমান 'আগৰ' হ'ব ? ১০ একৰ = ১ আগৰ আৰু ৬৪ আগৰ = ১ বৰ্গমাইল, এই কাৰণে ৬৪০ একৰত ১ বৰ্গ মাইল। ৬৭০ৰ সংখ্যাটো সূতা কটা ল'ৰা-ছোৱালীবোৰে ভালকৈ জানে, সেইবাবে তাক গনত ৰাখোঁতে বোজ যেন নেলাগিব। এক একৰ অৰ্থাৎ ঘণ্টাৰ ৩৬০ গুণ আৰু বৰ্গ মাইলৰ ৬৪০ তম ভাগ—এইদৰেই চমেৰীয়া বান্ধোনৰ মাজত একৰৰ অৱস্থিতি

ইয়াত এইটো অকাৰণতে বুজাব লগা হ'ল যে নেচ'ত ৬৪০ টাৰ সূতা থাকে আৰু এক বৰ্গ মাইলত ৬৪০ একৰ মাটি থাকে। এনেকুৱা উদাহৰণৰ দ্বাৰা ল'ৰা-ছোৱালীক আৰ্য্যা শিকালে মূল উদ্যোগৰ দ্বাৰাই সমবায় কৰা নহয়। মূল উদ্যোগৰ মাজতে, একৰৰ আৰ্য্যাৰ আৱশ্যকতাৰ সৃষ্টি হোৱাটোৱেই হৈছে সমবায়। উদাহৰণৰ দ্বাৰাই জ্ঞান দিয়াটো শিক্ষকৰ কলা। যদিও 'সমবায়'ৰ লগত সেই কলাৰ কোনো বিৰোধ নাই তথাপি সি কলাহে, সমবায় নহয়।

একৰৰ আৰ্য্যা

| | |
|---|---|
| ১২১ বৰ্গ ফুট = ১ ঘণ্টা | ১০ একৰ = ১ আগৰ |
| ৯ ঘণ্টা = ১ গুণ্ঠা | ৬৪ আগৰ = ১ বৰ্গ মাইল |
| ৫০ গুণ্ঠা = ১ একৰ | ৬৪০ একৰ = ১ বৰ্গ মাইল |
| ৩৬০ ঘণ্টা = ১ একৰ | |

—'গ্ৰাম-সেৱা-বৃত্ত', চেপ্টেম্বৰ, ১৯৪০

## *বিষয় কেনেকৈ পঢ়োৱা হ'ব* : ৪০ :

[ আলোচনা প্ৰসঙ্গৰ পত্ৰ ]

হাস্যাস্পদ সমবায়

মই এতিয়ালৈকে দুই চাৰি বাৰ মান এই বিদ্যালয়ৰ বিভিন্ন শ্ৰেণীবোৰ নিৰীক্ষণ কৰি আহিছোঁ। এই শ্ৰেণী

কেইটাত উদ্যোগৰ জৰিয়তে শিক্ষা দিবলৈ যি চেষ্টা কৰা হৈছে, তাত মই সন্তুষ্ট হব পৰা নাই। ইয়াত শিক্ষকৰ গাত দোষ নাই। গোটেই প্ৰয়োগটোৱেই হৈছে নতুন বস্তু। এজন শিক্ষকে এটা শ্ৰেণীত কিবা এটা গল্প কৈ আছিল। তাৰ পিচত সেই গল্পটোৰ সম্বন্ধ টাকুৰীৰ লগত কৰা হ'ল আৰু তাৰ পিচত টাকুৰীৰ গান আৰম্ভ হৈ গ'ল। কিন্তু ইয়াত হলে কৃত্রিমতা সোমোৱা যেন মোৰ লাগিল। টাকুৰী সম্পৰ্কীয় কবিতাৰ অৰ্থ টাকুৰীৰ দ্বাৰা শিক্ষা দিয়া নহয়। এইদৰে টাকুৰীৰ দ্বাৰাই অঙ্ক শিকুৱাৰ অৰ্থও এইটো নহয় যে ল'ৰাবোৰক ১৫।২০ টা পাঁজি দিব আৰু তাকে কম-বেছি কৰি তাৰ দ্বাৰাই যোগ-বিয়োগৰ জ্ঞান দিব। এনে কৰিলে পাঁজি বেয়া হয়। তাৰ ঠাইত শিলগুটি আদিৰেও যোগ-বিয়োগ শিকাব পাৰি। আচলতে উদ্যোগত সুবিধা বুজিহে গণিত শিকাব লাগে। আন হাতেদি প্ৰত্যেক উদ্যোগতেই গণিত ভৰি আছে।

## প্ৰাসঙ্গিক উল্লেখো আৱশ্যক

ইয়াত সৰু ল'ৰা-ছোৱালীৰ এটা শ্ৰেণী চলিছে। সেই শ্ৰেণীটো অৱশ্যে ঠিকেই চলিছে কিন্তু মই হলে তাত পূৰা ভাবে সন্তুষ্ট হব নোৱাৰিলোঁ। উদোগৰ দ্বাৰাই কি কি শিকাইছে এইটো শিক্ষকে বিষয়ক্ৰম অনুসৰি লিখিও ৰাখিছে, অকল এই খিনিৰেই কাম নচলিব। তেওঁ সেই বিষয়টো কোন প্ৰসঙ্গত আৰু কেতিয়া শিকাইছিল তাকো লিখি ৰাখিব লাগে। সামাজিক অধ্যয়নত অমুক কথাটো বুজুৱা হ'ল, অকল এইখিনি কথা উল্লেখ থাকিলেই যথেষ্ট নহয়, বৰং বিস্তৃত ৰূপে এইটোও লিখি ৰখা উচিত যে সেই কথাটো কোন প্ৰসঙ্গত বা কিহৰ আলম লৈ কোৱা হৈছিল। যি

কোনো জ্ঞানকে অপ্ৰাসঙ্গিক ভাবে দিয়াটো ঠিক নহয়, প্ৰাসঙ্গিক জ্ঞানহে দিব লাগে। এই কথাটো সদায় মনত ৰখা উচিত।

সমবায় বা সমন্বয়ৰ উদাহৰণ

সামাজিক অধ্যয়নৰ বেলিকা সাধাৰণতে এই ধাৰণাটো হোৱা দেখা যায় যে সকলো বিষয় উদ্যোগৰ দ্বাৰাই শিকাব লাগে। কিন্তু তেনে ধাৰণা ঠিক নহয়। যেনেকৈ চাৰি-কাঠিৰ দ্বাৰাই তলা মুকলি কৰা হয়, ঠিক সেইদৰেই উদ্যোগৰ দ্বাৰায়ো জীৱনক মুকলি কৰিব লাগে।

ধৰি লওক সেই দিনা বৰষুণ দি আছে। শ্ৰেণীলৈ গৈ ল'ৰা-ছোৱালীবোৰক প্ৰথমে এইটো সুধিব যে "তোমালোকে শৌচাচাৰ কৰি দাঁত-মুখ আদি ধুই আহিছাহঁক নহয়?" এই এই প্ৰশ্নটো সেইদিনা কিয় সুধিব লাগে? এই কাৰণেই সুধিব লাগে যে সাধাৰণতে ল'ৰা-ছোৱালীবোৰে বৰষুণ বতৰত শৌচাচাৰ আদি কৰিবলৈ এলাহ কৰে। ল'ৰা-ছোৱালীক দুৱাৰ খিড়িকীৰ বিষয়ে জ্ঞান দিবলৈ মন কৰিলে মই সিহঁতক প্ৰথমে সুধিম—"খিড়িকীৰ আৱশ্যকতা কি?" ল'ৰা-ছোৱালী-বোৰে কব"সেইপিনেদিয়েই পোহৰ আৰু বতাহ ভিতৰলৈ আহে।" তাৰ পিচতেই মই সুধিম—"ঘৰৰ চালত যদি খিড়িকী লগাই দিয়া যায় তেন্তে তাৰ পৰাওতো বতাহ আৰু পোহৰ পোৱা যাব, তাৰেই জানো কাম নচলিব?" সিহঁতে কব "নহয় বাহিৰৰ দৃষ্টিও দেখিবলৈ পাব লাগিব।" তাৰ পিচত মই সুধিম—"ধৰি লোৱা, তেনেকৈয়ে বেলিবা খিড়িকী তৈয়াৰ কৰি দিয়া হ'ল। সেই পিনেদি বাহিৰ-ভিতৰ কৰিবলৈ দিয়া নহব, তেতিয়া তাৰ দ্বাৰাই কাম হবনে?" সিহঁতে কব "নহয়, বাহিৰ-ভিতৰ কৰিব পৰা ব্যৱস্থাও তাত থাকিব লাগিব। ইয়াৰ কাৰণে দুৱাৰৰ প্ৰয়োজন হব।" এইদৰে যেতিয়া দুৱাৰ-খিড়কীৰ

আৰম্ভকতাৰ বিষয়ে সিহঁতে বুজি উঠিব, তেতিয়া মই সিহঁতক সুধিম "কোৱাচোন, বাৰু তোমালোকৰ নিজৰ নিজৰ গাত এনেকুৱা দুৱাৰ-খিড়িকী আছেনে নাই? যদি আছে কোন কোন বিলাক?" চকু, কাণ, মুখ, নাক আদিক সংস্কৃতত 'দ্বাৰ' বোলা হয়। গীতাত কৈছে "সৰ্ব্ব দ্বাৰাণি সংযম্য" দুৱাৰ বোৰক সংযত কৰি ৰাখিবৰ কাৰণে প্ৰতি দুৱাৰ-খিড়িকীতে পহৰা ৰাখিব লাগে। "নয় দ্বাৰে পুৰে দেহী"—নখন দুৱাৰ থকা নগৰত এই আত্মা বাস কৰে। মানুহে চকুতো খিড়িকী লগোৱাৰ কল্পনা কৰিছিল হব পাই। কিন্তু মানুহৰ চকু নিচেই সৰু। গৰুৰ চকু ডাঙৰ, এই কাৰণে মানুহে গৰুৰ চকু নিচিনা খিড়িকী তৈয়াৰ কৰিবলৈ ধৰিলে। সংস্কৃতত খিড়িকীৰ নাম 'গবাক্ষ'। গবাক্ষ মানে গৰুৰ চকু। তেনেকুৱা খিড়িকী আঁকি দেখুওৱাচোন বুলি মই ল'ৰাবিলাকক ক'ম। তেনেকুৱা চকু আঁকিলে চিত্ৰ-কলা বা ছবি আঁকা কৈ পৰিব। তাৰ পিচত মই ক'ম যে মানুহে তাৰ কি কি সাল-সলনি কৰিলে? তেতিয়া হব বুৰঞ্জী। তেনে ধৰণৰ খিড়িকী আজি-কালি ক'ৰবাত পোৱা যায় নে? ইয়াকে কবলৈ গৈ মই সিহঁতক 'লেপলেণ্ডৰ' ফালে লৈ যাম আৰু সেই প্ৰসঙ্গত তাৰ বাসিন্দা সকলৰ জীৱন তথা অন্যান্য বিষয়ে ক'ম। ইয়াৰ সাৰাংশ হৈছে এই যে এনেধৰণৰ প্ৰাসঙ্গিক ৰূপেৰে দূৰ দেশীয় মানুহৰ জীৱনৰ জ্ঞান দিব লাগে।

আমাৰ দেশৰ নিচিনাই প্ৰাচীন আৰু অতি ঘন বসতিৰ তথা বহুত মাটিত খেতি কৰা দেশ চীনো। কিন্তু চীন দেশ ইমান উৰ্ব্বৰা কিয়? মাটিৰ উৰ্ব্বৰা শক্তি টিকাই ৰাখিবলৈ কি কৰা উচিত? এই বিষয়ে কওঁতে মই ল'ৰাছোৱালীক সাৰৰ জ্ঞান দিম। সুবৰ্ণ-সাৰ কেনেকৈ ব্যৱহাৰ কৰা যায় এই কথাটো চীনা সকলৰ পৰা বিশেষ ভাবে শিকিব লগীয়া। চীন দেশত যে সুবৰ্ণ-সাৰৰ ব্যৱহাৰ যথেষ্ট পৰিমাণে কৰে আৰু সেই বাবেই

তাৰ মাটিত ইমান দিন খেতি কৰি অহা সত্বেও উৰ্ব্বৰা হৈয়েই আছে—এই কথাটো মই সিহঁতক বুজাই ক'ম।

এজন আমেৰিকানে "চাৰি হেজাৰ বছৰৰ কৃষক" নামৰ এখন কিতাপ লিখিছে। তাত তেওঁ কৈছে যে "আমি আমেৰিকা বাসী বৰ খৰচী। প্ৰত্যেক মানুহৰ ১৫।২০ একৰকৈ মাটি আছে। আমাৰ মাটিত এতিয়া মাত্র চাৰিশ বছৰৰ পৰাহে খেতি কৰা হৈছে। ইমানতো মাটিৰ উৰ্ব্বৰা শক্তি বঢ়াবৰ কাৰণে নানা তৰহৰ ৰসায়নিক সাৰ দিয়া হৈছে আৰু ফলত মাটিও দিনক দিনে নষ্ট পাই যাব ধৰিছে। সুবৰ্ণ-সাৰৰ নিচিনা উৎকৃষ্ট সাৰকো আমি নষ্ট কৰিহে পেলাওঁ। শিক্ষকসকলে এই কিতাপখন পঢ়া উচিত।

যদি কেতিয়াবা বৰ বেছিকৈ বৰষুণ হয় তেন্তে ল'ৰা-ছোৱালীবোৰক ছুটী দিব লাগে। সেই বৰষুণত ল'ৰা-ছোৱালীবোৰে নানা খেল-ধেমালি কৰি আনন্দ উপভোগ কৰিব। সিহঁতৰ লগতে শিক্ষকেও কাপোৰ-কানি খহাই তিয়নি পিন্ধিলে ধেমালি কৰিব আৰু সিহঁতক এই কথাটো বুজাই দিব যে বৰষুণ পৰমাত্মাৰ কৃপা। আমাৰ ইয়াত বৰষুণ হলে ছুটী দিয়া হয় আৰু ইংলণ্ডত ৰ'দ হলে ছুটী দিয়া হয়। এনেকুৱা কিয় হয় বাৰু? এই কাৰণেই যে তাত সদায় ডাৱৰীয়াৰ নিচিনা হৈ থাকে। এইবাবেই বেলি ওলালে তাত ছুটী দিয়া হয়। তেতিয়া তাৰ ল'ৰা-ছোৱালীবোৰে আনন্দত উত্ৰাৱলহৈ নানা তৰহৰ খেলা খেলিবলৈ ধৰে। এইদৰেই মই ল'ৰা-ছোৱালীবোৰক ইংলণ্ডৰ জল-বায়ু বিষয়ক জ্ঞান দিম।

## সাধৰ্ম্ম্য-বৈধৰ্ম্ম্য জ্ঞান

সামাজিক শিক্ষাত বুৰঞ্জী, ভূগোল, নাগৰিক শাস্ত্র আদি পঢ়োৱা হয়। ভূগোল বুৰঞ্জী শিকোৱাৰ অৰ্থ হৈছে ল'ৰা-ছোৱালীবোৰক দেশ আৰু কালৰ লগত পৰিচয় কৰোৱা।

দেশ আৰু কাল দুয়োটাৰ ভিতৰত ইমান মিল যে যি কোনো ভাষাতেই কাল-বাচক শব্দ স্থল বাচকৰ কাৰণে প্ৰয়োগ কৰা হয়। "এই প্ৰশ্নৰ উত্তৰ আপোনালোকক পিচত দিম," ইয়াত 'পিচত' এই শব্দটো কাল-বাচক। কিন্তু "তেওঁ তাৰ 'পিচত' খোজ ল'লে," ইয়াত 'পিচত' শব্দ স্থল বাচক।

যেতিয়া আমি কওঁ যে ভূগোল-বুৰঞ্জী পঢ়াব লাগে, তেতিয়া তাৰ অৰ্থ এইটোৱেই হয় যে প্ৰাচীনকাল আৰু দূৰ দেশৰ মানুহৰ জ্ঞান দিব লাগে। এই জ্ঞান যদি ওচৰ-চুবুৰীয়াৰ অথচ পুৰণি কালৰ হয় তেন্তে ই বুৰঞ্জী হৈ পৰে আৰু যদি বৰ্ত্তমান যুগৰ অথচ দূৰ দেশীয় মানুহৰ হয়, তেন্তে ভূগোল হৈ পৰিব।

ইয়াত এটা দলে কয় যে সৰু ল'ৰা-ছোৱালীক দূৰ দেশীয় আৰু প্ৰাচীন কলীয়া মানুহৰ জ্ঞান দিব লাগে; আনটো দলে কয় যে আজিৰ যুগৰ পৰাই আৰম্ভ কৰি ক্ৰমশঃ ল'ৰা-ছোৱালীবোৰক পুৰণা যুগৰ ফালে লৈ যাব লাগে।

ওপৰোক্ত দুয়োটা মতেই পৰস্পৰ বিৰোধ যেন লাগে কিন্তু বাস্তৱতে তেনে নহয়। এদলে কয়, অতি প্ৰাচীনৰ কথা কওক, আন দলে কয় অতি নতুনৰ কথা কওক। কিন্তু মাজৰটো কৰলৈ কোনেও নকয় আৰু নোকোৱাটো ঠিকো হৈছে। জ্ঞানৰ কাৰণে তুলনা অতি আৱশ্যকীয় বস্তু আৰু সেইদৰেই তুলনাৰ কাৰণেও হয় ওচৰ-পাজঁৰৰটো ঠিক হ'ব, নহয় একেবাৰেই দূৰণিৰটো। দূৰণিৰ আৰু ওচৰৰ দুয়োটাকে বুজাকেই "সাধৰ্ম্ম্য-বৈধৰ্ম্ম্য"ৰ জ্ঞান বোলে। গান্ধীজীৰ অহিংসাবাদক যেনেকৈ সমাজ-সত্তাবাদৰ লগত তুলনা কৰিব পাৰি সেইদৰেই আন ফালেদি তাৰ তুলনা সাম্ৰাজ্যবাদৰ লগতো কৰিব পাৰি।

কিন্তু সাধৰ্ম্ম্য-বৈধৰ্ম্ম্য জ্ঞান কেতিয়াও অপ্ৰসাঙ্গিক ভাবে দিব নেলাগে। শিক্ষক থিয় হৈয়েই লেপলেণ্ডৰ বিষয়ে যদি কবলৈ

ধৰে, তেন্তে সি ঠিক নহব। প্ৰসঙ্গ উপস্থিত কৰাই আৰু তাৰ বিষয়ে ভালকৈ জানি বুজি তাৰ জ্ঞান দিব লাগে। এনেকুৱা প্ৰসঙ্গ অনাটো একো টান কাম নহয়।

## *সক ল'ৰাৰ কাৰণে কবিতা* : ৪১ :

( এখন চিঠিৰ পৰা )

সক ল'ৰা-ছোৱালীক শিকোৱা পদ্যৰ প্ৰত্যেকটো শব্দৰ অৰ্থ বুজিব বুলি আশা কৰাটো ঠিক নহয়। তাৰ ভাবাৰ্থ বুজিব পাৰিলেও যথেষ্ট।

ল'ৰা-ছোৱালীক সক কালতে গান শিকোৱাৰ এটা প্ৰথা চলিছে। কিন্তু মোৰ নিজা অভিজ্ঞতা হৈছে এই যে সিহঁতে আধ্যাত্ম বিদ্যা, সাম্যযোগ, ভক্তিমাৰ্গ আদিৰ কল্পনা বৰ ভাল দৰে গ্ৰহণ কৰিব পাৰে। জ্ঞানেশ্বৰী, জ্ঞানদেৱৰ অভঙ্গ, সমৰ্থকৃত মনৰ শ্লোক, দাস-বোধৰ উপদেশ-পাঠ, গীতাঈ, বামন পণ্ডিতৰ নীতি-শতক আদি অমূল্য সাহিত্যবোৰ মুখস্থ কৰাব লাগে।

বালকৰ স্মৰণ-শক্তি ভালেই থাকে। ইয়াৰ সহায়ত উপযোগী ধৰ্ম্মামৃত বালকক পান কৰাব লাগে। ৰস্কিনৰ ৫।৬ বছৰ বয়সতে বাইবেল মুখস্থ হৈ পৰিছিল। মই মোৰ অভিজ্ঞতাৰ কথা আপোনালোকক কলোঁ।

## *গভীৰ অধ্যয়নৰ সূত্ৰ* : ৪২ :

সমাধি যুক্ত অধ্যয়ন

অধ্যয়নত দীঘল-বহলৰ মহত্ব নাই। মহত্ব আছে গভীৰতাৰ হে। বহুত পৰলৈকে, বহুতো ঘণ্টা ধৰি বিভিন্ন বিষয়ৰ অধ্যয়ন কৰি থকাকে মই দীঘল-বহল অধ্যয়ন বুলি কৈছোঁ। সমাধিস্থ হৈ প্ৰত্যেক দিনাই কিছু সময় কোনো এটা নিশ্চিত বিষয়

অধ্যয়ন কৰাটোকে মই গভীৰ অধ্যয়ন বুলি কৈছোঁ। ১০।১২ ঘণ্টা শোৱা, ইলুটি পিলুটি হোৱা, সপোন দেখি থকা—এনেকুৱা টোপনিয়ে বিশ্ৰাম নেপায়, বৰং ৫।৬ ঘণ্টা যদি শোৱা যায় আৰু তাৰপৰা যদি গভীৰ টোপনি আহে তেন্তে তাৰ দ্বাৰাই সম্পূৰ্ণ বিশ্ৰাম পাব পাৰি। অধ্যয়নৰ বেলিকাও ঠিক এইটোৱেই খাটে। 'সমাধি' অধ্যয়নৰ মুখ্য তত্ত্ব।

## বুদ্ধিত নতুন কুঁহি পাত

সমাধিযুক্ত গভীৰ অধ্যয়ন নকৰিলে আমাৰ জ্ঞান হব নোৱাৰে। দীঘলীয়া অধ্যয়নৰ বেছি ভাগেই কামত নাহে। তাত শক্তিৰ অপব্যয়ো হয়। অনেক বিষয়ৰ দ'ম বোৰ পঢ়ি থাকিলে একো লাভ নহব। অধ্যয়নৰ দ্বাৰাই প্ৰজ্ঞাৱান, বুদ্ধি-স্বতন্ত্ৰতা আৰু প্ৰতিভাশালী হব লাগে। প্ৰতিভাৰ অৰ্থ হৈছে বুদ্ধিৰ নতুন নতুন কুঁহিপাত ওলাই থকা। নতুন কল্পনা, নতুন উৎসাহ, নতুন অনুসন্ধান, নতুন স্ফূৰ্ত্তি—এই সকলোবোৰেই প্ৰতিভাৰ লক্ষণ। দীঘলীয়াকৈ পঢ়ি থাকিলে প্ৰতিভা ইয়াৰ মাজত সোমাই মৰিমূৰহে হৈ পৰে।

## কৰ্ম্মযোগৰ স্থান

বৰ্ত্তমান জীৱনত আৱশ্যকীয় কৰ্ম্ম-যোগৰ স্থান ৰাখিহে অধ্যয়ন কৰিব লাগে, নহ'লে ভৱিষ্য-জীৱনৰ আশা বৰ্ত্তমান কালত মৰহি যোৱাৰ নিচিনা হয়। শৰীৰৰ স্থিতিৰ ওপৰত কিমান দৃঢ় বিশ্বাস ৰাখিব পাৰি এইটো সকলোৰে অভিজ্ঞতাৰ দ্বাৰা পোৱা কথা। আমাৰ সকলোৰে ওপৰত আছে ভগৱানৰ অপাৰ কৰুণা। সেয়েহে তেওঁ আমাক কিছু নহয় কিছু অভাৱত পেলাই ৰাখে। তেওঁৰ মনেৰে এই অভাৱ অনুভৱ কৰি আমি সদায় জাগ্ৰত অৱস্থাত থাকিব লাগে।

### নিশ্চিত দিশ

যেনেকৈ দুটা বিন্দুৰ দ্বাৰাই কোনো ৰেখা নিশ্চিত কৰা হয় সেইদৰেই জীৱনৰ পথো দুটা বিন্দুৰ দ্বাৰাই নিশ্চিত হয়। আমি ক'ত আছোঁ এইটো হৈছে প্ৰথম বিন্দু আৰু আমি কলৈ যাব লাগিব এইটো হৈছে দ্বিতীয় বিন্দু। এই দুয়োটা বিন্দু নিশ্চিত কৰা মানে জীৱনৰ দিশ্ নিৰ্ণয় কৰা। এই দিশলৈ লক্ষ্য নেৰাখি ইফালে-সিফালে ঘূৰি ফুৰিলে কোনো পথেই নিৰ্ণয় নহয়।

গভীৰ অধ্যয়নৰ সূত্ৰ হৈছে "অল্পমাত্ৰা, সতত, সমাধি, কৰ্ম্মবিকাশ আৰু নিশ্চিত দিশ্।

—জীৱন দৃষ্টিৰ পৰা

## অঙ্কণৰ সঁজুলি : ৪৩ :

'ড্ৰইং' বা 'অঙ্কণ' মূলোদ্যোগী পাঠ্যক্ৰমৰ এটি বিষয়। ইয়াক মহত্ত্ব পূৰ্ণ স্থানো দিয়া হৈছে ; কাৰণ উদ্যোগৰ লগত সি বান্ধ খাই আছে। যেতিয়া সেই অঙ্কণ বা লেখনৰ কাৰণে লগা নানা সঁজুলিৰ তালিকা দিয়া হয় তাক দেখি মই আচাৰিত নহৈ নোৱাৰোঁ। ৰঙৰ টেমা, তুলিকা (ব্ৰাচ্), ছবি অকাঁ কাগজ আদি প্ৰত্যেক ছাত্ৰৰ কাৰণে লগা ক্ষয় যোগীৰ সঁজুলি কোনে কিনিব? শিক্ষাৰ্থীয়ে কিনে, যদি গাৱঁৰ দুখীয়া ল'ৰা-ছোৱালীৰ কাৰণে সি সম্ভৱ নহয় আৰু যদি চৰকাৰে কিনি দিবলৈ লয় তেন্তে অ'াচনি বেছি খৰচী হব। তেতিয়া কি কৰা যাব?

মই অন্ততঃ এইটো স্পষ্টকৈ কৈ দিছোঁ যে এনেধৰণৰ সঁজুলি চৰকাৰেই হওক বা ছাত্ৰই হওক কোনেও নিকিনিব। তেনেহলে এতিয়া প্ৰশ্ন উঠিব যে ছবি অকাঁ পাঠ্যক্ৰমৰ অ'াচনি কেনেকৈ পূৰা কৰা যায়?

## চিত্ৰকলা কৰ্ম্মযোগী হওক

এই কথাটো ভালকৈ বুজি লোৱা উচিত। চিত্ৰকলা দুবিধ। এবিধ হৈছে সৌন্দৰ্য্যৰ আৰু আনবিধ হৈছে উদ্যোগৰ। ইয়াতকৈও যদি স্পষ্ট ভাষাত কোৱা যায় তেন্তে এটা হৈছে ভক্তি যোগৰ আৰু আনটো কৰ্ম্মযোগৰ। পাঠ্যক্ৰমত দুয়োটাকে সমাবেশ কৰা হৈছে। কিন্তু তাতো মোৰ লোধেৰে তাৰতম্য ৰখা হৈছে। জীৱনত আৰু শিক্ষাত যে কৰ্ম্ম-যোগৰ প্ৰাধান্যতা বেছি, ইয়াক কোনেও দুই কৰিব নোৱাৰে। ভক্তি কৰ্ম্ম-যোগৰ শোভা আৰু জ্ঞান তাৰ প্ৰভা। সাধাৰণতে মুল উদ্যোগৰ গুৰি কথা এয়ে আৰু চিত্ৰাঙ্কণৰ ক্ষেত্ৰতো ই সেইদৰেই প্ৰযোজ্য হব।

সূতা কটা, কাপোৰ বোৱা, কাঠ-মিস্ত্ৰি আদি সকলোবোৰ উদ্যোগ আৰু লেখনাদি কলাই 'ৰ অঙ্কণৰ সহায় বিচাৰে সি প্ৰধানকৈ কৰ্ম্মযোগী অঙ্কণেই হে হব। ইয়াত বিভিন্ন লিপি প্ৰস্তুত কৰা, অমুক নক্সাৰ পৰা অমুক গুণ বা আকাৰৰ নক্সা তৈয়াৰ কৰা, কোনো নতুন যোঢ়ায়া ( ছাগলী খুঁটি ) দেখিলে তাক প্ৰত্যক্ষ বা স্মৃতিৰ আধাৰত ৰেখাঙ্কিত কৰা, নাইবা তাৰ লগত সম্বন্ধ থকা কোনো কল্পনাৰ যদি উদয় হয় তেন্তে তাক অঙ্কিত কৰা আদি লিখিত ৰেখাঙ্কিত, দৃষ্ট, স্মৃত আৰু কল্পিত সকলোবিলাক অঙ্কণেই অন্তৰ্ভাব হৈ পৰে।

## শ্লেট-পেন্সিলেই প্ৰধান আহিলা

এই কৰ্ম্মযোগী অঙ্কণৰ কাৰণে বিশেষ আহিলাৰ আৱশ্যক নকৰে। বেছি ভাগেই সাধাৰণ স্লেট-পেন্সিলেৰেই হব পাৰে। কিছুমানৰ কাৰণে কাগজো লাগিব কিন্তু তাক যিমান পাৰি কম ব্যৱহাৰ কৰিবলৈ চাব লাগে। "ড্ৰইং পেপাৰ" বা আঁকা কাগজৰ মুঠেই দৰকাৰ নকৰে। যৰৰ ব্যৱহাৰৰ নিচিনা

লেতেৰা কাম একো নাই। তাক একেবাৰেই বৰ্জ্জনীয় বুলি ভাবিব লাগে। প্ৰথমে শ্লেট্ বা বোৰ্ডতেই হাতটো পূৰা ভাবে অহাই লব লাগে। তাৰ পিচত কাগজৰ অতি আৱশ্যক হলে লোৱাত আপত্তি নাই। ৰুলপৰা কাগজ লেখিবৰ কাৰণে আৰু 'ড্ৰইং পেপাৰ' ছবি আঁকিবৰ কাৰণে লাগে বুলি কয়। কিন্তু তাকো সম্পূৰ্ণ তৈয়াৰী বস্তু লব নেলাগে, ছাত্ৰই নিজে ৰুল পাৰি লব। এই ৰুল পৰাটোও লেখন-কলাৰ এটা অঙ্গ বুলি ধৰা উচিত। এনেকুৱা দৃষ্টি ৰাখিলে উদ্যোগ, কলা, জ্ঞান, আনন্দ আৰু স্বাৱলম্বন একে লগে লগে হৈ যায় আৰু নানান আহিলা-পাতিৰ জঞ্জালত পৰিব লগা নহয়।

## ৰঙীন চিত্ৰকলা

কিন্তু কৰ্ম্মযোগী অৰুণক মুখ্য বুলি ভাবিলেও সৌন্দৰ্য্যৰ অৰুণক উলাই কৰিব নোৱাৰি। কৰ্ম্মযোগৰ শোভাৰ কাৰণেও সি প্ৰয়োজনীয়। অৱশ্যে তাৰ নিমিত্তে নানা তৰহৰ আহিলা-পাতিৰ আৱশ্যক। তেন্তে তাৰ কাৰণে কি কৰা হব? শেষত এই প্ৰশ্নটো আছেই। ইয়াৰ উত্তৰ স্বৰূপে এই কথা খিনি লিখা হৈছে আৰু এইবিষয়ে পিচতো আলোচনা কৰা হব। মাজতে অলপ তাৰতম্য দেখা গৈছে।

## ৰং পঞ্চমীৰ দৃষ্টান্ত

অন্যান্য গাৱঁৰ দৰে আমাৰ পৱনাৰ গাৱঁতো ৰংপঞ্চমী উৎসৱ পালন কৰা হয়। আমাৰ পৰিশ্ৰমালয়ৰ ল'ৰা-বিলাকে গাৱঁৰ ৰীতি অনুসৰি ভাত ভাগ লয়। বজাৰৰ পৰা ৰং-গুড়ি কিনি আনি ইজনে সিজনৰ কাপোৰ নষ্ট কৰিলে। পিচত বজাৰৰ পৰা চাবোন কিনি আনি সেই কাপোৰবোৰ ধুব লগা হৈছিল। তথাপি সেই ৰং নগৈছিল। গাৱঁৰ আন

বিলাক মানুহে কাপোৰ খুবৰ আৱশ্যকতা অনুভৱ নকৰিছিল, কিয়নো পৰিশ্ৰমালয়ৰ ল'ৰাবিলাকৰ চাফ-চিকুণ হৈ থকাৰ যি অভ্যাস হৈছিল, গাওঁৰ বাকী বিলাক মানুহৰ তেনে অভ্যাস হোৱা নাছিল। ইয়াকে দেখি মই ল'ৰা-বিলাকক কলো, "ৰং খেলোতে সময় খৰচ কৰাৰ বিষয়ে মই একো নকওঁ। কিন্তু ৰং আৰু চাবোনত পইচা খৰচ কৰা বাবে, কি লাভ হ'ল? তাৰ পৰা কিবা পালাহঁক জানো? প্ৰকৃত আনন্দতো পোৱাই নাই। তাৰ সলনি যদি কাম শেষ হোৱাৰ পিচত নৈৰ পাৰে পাৰে দুমাইল গ'লাহেঁতেন তেন্তে তোমালোকৰ কাৰণে ফুলি থকা পলাশ গছবোৰ দেখিবলৈ পালাহেঁতেন। তোমালোকে সেই ফুল বোৰ আনি তাৰে ৰং কৰিব পাৰিলাহেঁতেন। তাৰ হৈয়াৰী ৰং ফাকুঁতকৈ বেছি সুন্দৰ আৰু আহ্লাদ দায়ক আৰু তাক চাফ্ কৰিবলৈকো সহজ। এতিয়া তোমালোকে কোৱাঁচোন বাৰু মই কৰিবলৈ কোৱা উদ্যোগটো বেছি আনন্দ দায়ক হ'লহেঁতেন নে, নাই তোমালোকে কৰাটো বেছি আনন্দ দায়ক?" ল'ৰাবিলাকে এক মুখে মোৰটোকে ভাল বুলি কলে।

## আনন্দ প্ৰাপ্তি আৰু আনন্দ শুদ্ধি

ৰং পঞ্চমীৰ এই গল্পটোত সৌন্দৰ্য্য-চিত্ৰণ সম্বন্ধীয় প্ৰশ্নৰ উত্তৰ পোৱা যাব। ছাত্ৰৰ চাৰিওফালে প্ৰকৃতি বিৰাজমান হৈ আছে। সেই প্ৰকৃতিৰ লগত একৰূপ হৈ তাৰ দ্বাৰা আনন্দ প্ৰাপ্তি আৰু আনন্দ শুদ্ধি কৰাটোৱেই হৈছে সৌন্দৰ্য্য লেখন বা অঙ্কণৰ উদ্দেশ্য। ছাত্ৰ সমাজৰ আশে-পাশে থকা যি প্ৰকৃতিয়ে তেওঁলোকৰ সৌন্দৰ্য্য অঙ্কণ কৰিবৰ কাৰণে বিষয় বস্তু দাঙি ধৰিব সি যদি আহিলা পূৰ্তি কৰাত সমৰ্থবান হব নোৱাৰে তেন্তে ঈশ্বৰ কলানো আৰু কি থাকিব? শিশুৰ

পেটত ভোক লগা মাত্রেই মাকৰ পিয়াহলৈ গাখীৰ আনি দিয়াৰ নিচিনা আঁচনিৰ কথা আমি কিয় নেভাবোঁ? ওচৰ-পাজঁৰে থকা গছ-গছনিয়ে আমাৰ কাৰণে ভাল বুকজ আৰু উত্তম ৰঙৰ অভাৱ পূৰা কৰি থাকিব পাৰে। লগতে তাত অকণৰ বিষয়ো পৰিপূৰ্ণ হৈ আছে। প্ৰকৃতি কামধেনুৰ নিচিনা। তেওঁ গাখীৰ যি দিয়েইনে, তাক পি খাবৰ কাৰণে বাতিও দিয়ে। মাত্ৰ খোজেঁাতেই হে পলম হয়।

"আনন্দ প্ৰাপ্তি" আৰু "আনন্দ শুদ্ধি" বোলা এই দ্বিগুণ বিশিষ্ট উদ্দেশ্যটো সদায় মনত ৰাখিব লগীয়া। প্ৰাণী মাত্ৰই আনন্দ উপলব্ধি কৰে। সি হৈছে আত্মাৰ স্বৰূপ। মুখ্য প্ৰশ্ন হৈছে সেই আনন্দক বিশুদ্ধ কেনেকৈ কৰিব পাৰি তাক লৈ হে।

## ল'ৰা কালৰ দীপান্বিতা

মোৰ ল'ৰা-কালছোৱা কোকণ প্ৰদেশৰ পাহাৰেৰে ঘেৰি থকা এখন গাৱঁত অতিবাহিত হৈছিল। প্ৰায় প্ৰত্যেকটো দীপান্বিতাতে আমি সেই গাওঁখনত কেনেকৈ চাকি জ্বলাইছিলো এই কথাটো মোৰ এতিয়াও মনত পৰি থাকে। দীপান্বিতাৰ সময়ত আমি হাবিলৈ গৈ 'কোৰান্টি' নামৰ এবিধ বনৰীয়া গছৰ গোলাকাৰ ফল বিচাৰি আনো আৰু তাক সমানে দুডোখৰ কৰি তাৰ ভিতৰৰ সাহখিনি উলিয়াই পেলাই সুন্দৰ চাকি তৈয়াৰ কৰেঁা। কিন্তু ই মাৰোৱাৰী ঘটিৰ নিচিনা তলৰ ভাগটো দুৰাপিঠীয়া হৈ থাকে। মাৰোৱাৰী ঘট-বিলাক থবৰ কাৰণে যেনেকৈ বালিৰ দ'ম কৰিব লগা হয়, ঠিক সেইদৰেই চাকিবোৰবো তলত বালি বা মাটি দি বহুৱাই দিয়া হয়। তাত কোকণৰ স্বদেশী নাৰিকল তেল ভৰাই দিয়া হয়। কোকণত তুলাৰ দুষ্প্ৰাপ্য হোৱা বাবে দেও-কপাহৰ শলাকানিৰেই কাম পূৰা কৰা হয়। এই দৰেই

আমাৰ চাকি তৈয়াৰ হৈ উঠে। তাৰ পিচত ইচ্ছামত ত্ৰিকোণী, চতুৰ্কোণী বৰ্ত্তুলাকাৰ আদি শাৰীত সজোৱা হয়। আমাৰ দীপান্বিতা এইদৰেই পালন কৰা হয়। দেৱালী অৰ্থাৎ বৰ্ষাৰ চাৰি মাহৰ পিচৰ নিৰভ্ৰ অমাৱস্যা। নিজৰ দিব্য-বৈভৱৰ সৈতে সম্পূৰ্ণ ৰূপে প্ৰকাশ হোৱা ৰজনী দেৱী। চন্দ্ৰৰ সাম্ৰাজ্যক লোপ পেলাই পৰস্পৰ সহযোগৰ দ্বাৰা সৌন্দৰ্য্য নিৰ্ম্মাণাৰ্থে সজোৱা অগণন তৰা আৰু তাৰ আকৃতি। যদি আমি এই চাকি বিলাকেৰে সজাওঁ তেন্তে অমা, সোণত সুৱ'গা চৰোৱাৰ নিচিনা হব। পিচে এই কল্পনাটো সেই সময়ত মনলৈ নহা বাবেই সেইখিনি ত্ৰুটি হৈ গ'ল।

## ধোৱাঁৰ দেৱালী

এইটো হ'ল ৪০ বছৰৰ আগৰ পুৰণি গাৱঁলীয়া সংস্কৰণ। এতিয়া অন্য এটা নতুন সংশোধিত গাৱঁলীয়া দীপান্বিতাৰ কথা কওঁ শুনক। খাদিৰ কাম চাবৰ কাৰণে মই এবাৰ 'চাৰলি' লৈ গৈছিলো। সেই দিনা দীপান্বিতা আছিল। 'চাৰলি'ৰ ল'ৰাবোৰে জঙ্গা (খাকীৰঙৰ এবিধ ধাতু)ৰ পাতেৰে সজা কেৰাচিন তেল লোহোৱাকৈ কাঁচৰ চিম্‌নিবোৰ শাৰী শাৰী কৈ সজাই দীপান্বিতা পালন কৰিছিল। কল-কাৰখানাৰ চিম্‌নি বা চিগাৰেট খাওঁতাসকলৰ মুখৰ পৰা যেনেকুৱা ধোৱাঁৰ জাক ওলায়, ঠিক তেনেকুৱা ধোৱাঁ তাৰ পৰাও ওলাইছিল। বেচাৰা ল'ৰাবোৰে দীপান্বিতাৰ আনন্দ তাতেই উপভোগ কৰিছিল। ইয়াত সিহঁতৰ দোষ কি? ইংৰাজ সংশোধনৰ কৌশল জানো কম আছিল? কথিত আছে "দেৱতাৰ কৰ্ম্ম—নাৰিকলত পানী, ইংৰাজৰ কৰ্ম্ম বোম্বাইত পানী।"

### প্ৰকৃত সমন্বয়

শিক্ষকে কয় যে আনন্দ-শুদ্ধিৰ এই মীমাংসাটো ঠিকেই কিন্তু আপোনাৰ কথা মতে কুঁচি ( ব্ৰাচ্ ) তৈয়াৰ কৰা, ফুল আৰু পাতৰ ৰং তৈয়াৰ কৰা মানে কাম বঢ়াই লোৱা হে হ'ব। তাৰ পিচত বাকী জ্ঞানৰ ব্যৱস্থা কেনেকৈ হ'ব ?" মই জনাত এনেধৰণৰ প্ৰশ্ন সমবায় পদ্ধতিটো ভালদৰে বুজি নোলোৱাৰ কাৰণেহে উঠিব পাৰিছে। এই প্ৰশ্নটোও খাদ্যদ্ৰব্য যথেষ্ট পৰিমাণে উৎপন্ন হলে ভোকে কি কৰিব বোলাৰ নিচিনা প্ৰশ্নহে। এই প্ৰশ্নটো ইমান সৰল যে ইয়াৰ উত্তৰ দিবৰ আৱশ্যকেই নকৰে আৰু ই আন হাতেদি ইমান সুকঠিন যে তাৰ কাৰণে প্ৰত্যক্ষভাবে পঢ়াশালি চলাবৰ আৱশ্যক।

ইয়াত মূল উদ্যোগী পাঠ্যক্ৰমৰ দুটা উদ্দেশ্য—'উদ্যোগ সিদ্ধি' আৰু 'আনন্দ শুদ্ধি'ৰ কথা কব লগা আছিল, অৱশ্যে তাক আহিলা সম্পৰ্কীয় আলোচনা প্ৰসঙ্গত কোৱা হৈছেও।

—'সিংহাৱলোকনৰ পৰা'

## *চিত্ৰ-কলাৰ দৃষ্টি* : ৫৪ :

### সঙ্গীত আৰু চিত্ৰকলাৰ উদ্দেশ্য

কিছুদিনৰ আগতে বালকোবাই মোক সুধিছিল যে "সঙ্গীত আৰু চিত্ৰকলাৰ উদ্দেশ্য কি ?" মই তাৰ উত্তৰত কৈছিলোঁ যে "এই পৃথিৱীত ভগৱানৰ নাম আৰু ৰূপ এই দুটা গুণেই প্ৰকাশ পাইছে, বাকী ঈশ্বৰতো অব্যক্তহে। সঙ্গীতৰ দ্বাৰাই তেওঁৰ গুণ-গান কৰিব লাগে আৰু চিত্ৰকলাৰ দ্বাৰাই তেওঁৰ ৰূপ চিত্ৰিত বা অঙ্কিত কৰিব লাগে।"

## প্ৰতি ব্যৱহাৰত সুন্দৰতা

আমাৰ শিক্ষাৰ পাঠ্যক্ৰমত প্ৰথম শ্ৰেণীৰ পৰাই চিত্ৰকলাক স্থান দিয়া হৈছে। আমি হাতৰ কামৰ দ্বাৰাই শিক্ষা দিয়াৰ যি কথা ভাবিছো, তাত চিত্ৰকলাৰ কাম চলিব নোৱাৰে। কিন্তু চিত্ৰকলা আৰু চিত্ৰকলাৰ দৃষ্টিত যথেষ্ট অন্তৰ আছে। চিত্ৰকলাৰ দৃষ্টি যি পাইছে, তেওঁ ব্যৱহাৰিক জীৱনত জঘনা ব্যৱহাৰ কেতিয়াও কৰিব নোৱাৰে। চিত্ৰকলাৰ এনেকুৱা দৃষ্টিয়েই ছাত্ৰ সমাজত থাকিব লাগে। চিত্ৰকলাৰ দ্বাৰাই ল'ৰা-ছোৱালীৰ অকল আঙুলিৰ গঢ় লাগিলেই নহয়, সিহঁতৰ চকুৰেও চিত্ৰকলাত দক্ষতা অৰ্জ্জন কৰিব পাৰিব লাগিব। ল'ৰা-ছোৱালীবোৰ পোন হৈ বহিছেনে নাই, কুৰ্চ্-কাৰাজত সমান আঁতৰত থিয় হৈছেনে নাই, খাবৰ কাৰণে পোনকৈ শাৰীপাতি বহিছেনে নাই? এইবোৰ কথাতো চিত্ৰ-কলাৰ অৱদান আছে।

## নেমু কটাত কলা

নেমুটো কেনেকৈ কাটিব লাগে, এইটোও চিত্ৰকলাৰ বিষয়েই। নেমু পথলায়া ভাবে কাটিব লাগে। তেতিয়া হলে গুটি আৰু ৰস সহজতে ওলাব পাৰে। এইদৰেই স্নমথিৰা টেঙা কেনেকৈ খাব লাগে? প্ৰথমে স্নমথিৰা টেঙাৰ বাকলি গুচাওঁতে দুটা বাতিৰ নিচিনাকৈ গুচাব লাগে। এনে কৰিলে খোৱাৰ পিচত বোৱা সিটাবোৰ তাতে থবলৈ সুবিধা হয়। আমিতাও থিয় ভাগে নেকাটি পথলীয়া ভাগে কাটিব লাগে, তেবো দুটা বাতি হোৱা উচিত। কলৰ বাকলি পুৰা ভাবে নুগুচাই, অলপ অলপকৈ গুচাই খাই থাকিব লাগে। গোটেই বাকলি গুচাই ললে হাত লেতেৰা হব। আৰু এনেকুৱা অনেক উদাহৰণ দিব পাৰি। পৰিপাটিতা আৰু সৌন্দৰ্য্য দৃষ্টি চিত্ৰকলাৰ বিষয়।

### ৰং ভাবনাৰ দ্যোতক

আজি-কালি কিছুমান মানুহে মূৰত ক'লাটুপি পিন্ধা দেখা যায়। কিন্তু ভাৰতীয় মানুহ আগৰে পৰা ক'লা। তেওঁলোকৰ চেহেৰাটো যি ক'লাইনে আনকি চুলি আৰু টুপিও ক'লা অৰ্থাৎ মানুহ একেবাৰেই কাউৰীৰ নিচিনা ক'লা হৈ পৰিছে। সৌন্দৰ্য্য প্ৰকাশ কৰিবৰ কাৰণে নানা তৰহৰ ৰং মিহলি কৰা হয়। বিভিন্ন ৰঙেৰে বিভিন্ন প্ৰকাৰৰ ভাবনা প্ৰকাশ হয়।

শুদ্ধ বগা ৰং পৱিত্ৰতাৰ চিন আৰু ৰঙা-গোলাপী ৰং প্ৰেম প্ৰদৰ্শক। গোলাপী উষাক পৰমেশ্বৰৰ প্ৰেমেই বুলিব পাৰি। পুৰাধ উষা, প্ৰভাতকালত ল'ৰা-ছোৱালীক জগোৱা মাকৰ মৰম আৰু উদ্‌বোধক। কোনো কৰি বা চিত্ৰকাৰৰ কাম উষা-দৰ্শন বিনে হবই নোৱাৰে।

### আকাশ দৰ্শন

আৰু সেই আকাশ দৰ্শনক চিত্ৰকলাই কেনেকৈ পাহৰাব পাৰে? ৰাতি সেই গুৰু আৰু শুক্ৰক কিমান উজ্জ্বল যেন দেখি। সেইবিলাক দেখি মনত কিমান পৱিত্ৰ ভাবৰ ঢৌ উঠি থাকে। 'শুক্ৰ' শব্দটোও শুচিৰ পৰাই হৈছে। আমি উসাহ বন্ধ কৰি সাগৰত বুৰমাৰি উলিওৱা মুকুতা আদিকো এই তৰাৰ আগত তুচ্ছ যেন লাগে। ৰাম-ৰাজ্যৰ বিষয়ে বৰ্ণনা কৰোঁতে তুলসীদাসে এঠাইত লিখিছে যে ৰাম-ৰাজ্যত সাগৰে নিজেই মুকুতাবোৰ পাৰলৈ দলিয়াই দি থৈ গৈছিল। মোৰ বোধেৰে তেখেতে আৰু এটা পদ লিখিব লাগিছিল যে পাৰত পোৱা সেই মুকুতাবিলাক ল'ৰা-ছোৱালীবোৰে ধেমালি কৰিবলৈ লৈ গৈছিল আৰু ধেমালি কৰি কৰি সিহঁতে আকৌ সেই মুকুতা বিলাক সাগৰত পেলাই দিছিল। ইয়াৰ দ্বাৰাই

মুকুতাবিলাকৰ মূল্য অনুমান কৰিব পৰা হ'লহঁতেন। আজি সুন্দৰ পানীৰ মুকুতাৰ মূল্য পইচাৰে কৰা হৈছে। পইচাৰ লগত সৌন্দৰ্য্যক তুলনা কৰটো মূৰ্খতাৰ বাহিৰে অন্য একো নহয়।

চিত্ৰকলাত প্ৰকৃতিৰ দৰ্শন অনিবাৰ্য্য। মনুস্মৃতিত কোৱা হৈছে যে ৰাতিপুৱা শুই উঠি চকু-মুখ নোধোৱাকৈ নক্ষত্ৰ দৰ্শন নকৰিব। নক্ষত্ৰৰ ইমান পৱিত্ৰতা সৌন্দৰ্য্যতাক এনেকুৱা অমঙ্গলীয়া চকুৰে কেনেকৈ চোৱা যাব ?

মৰল বা আল্পনাৰ কল্পনাও মানুহে নক্ষত্ৰৰ পৰাই তাৰি উলিয়াইছে। আল্পনা আকোঁতে প্ৰথমে বিন্দুৰ নিচিনা কৰিব লাগে। তাৰ পাচত ক্ৰমান্বয়ে বিন্দুবিলাক লগ-লগাই, কল্পিত আকাৰ দিব লাগে। এই কল্পনাটো যে আকাশৰ তৰাৰ পৰাই উলাইছে তাত কোনো সন্দেহ নাই। আমি তাক কল্পনাৰ দ্বাৰাই গঢ় দিওঁ আৰু দীপান্বিতাৰেই বা উদ্দেশ্য কি ? আকাশৰ চিত্ৰকলা তলৰ মাটিত অঙ্কিত কৰাটোৱেই জানো নহয় ? দীপান্বিতা মানে আকাশ ধৌত হৈ যোৱাৰ পিচৰ অমাবস্যা। 'কোজাগৰী' শব্দ পূৰ্ণিমা মানে আকাশ ধৌত হৈ যোৱাৰ পিচত হোৱা প্ৰথম পূৰ্ণিমা। এই দুয়োটা উৎসৱ পালন কৰাৰ মূল উদ্দেশ্য হৈছে মানুহৰ মনোযোগ আকাশ-দৰ্শনৰ ফালে আকৃষ্ট কৰা। এই কাৰণে দীপান্বিতাত যদি চাকি একান্তই লগাবই লগা হয়, তেন্তে নক্ষত্ৰৰ আকাৰত সৰু-বৰ নানা তৰহৰ পোহৰ দিওঁতা চাকিহে লগাব লাগে।

## ব্যাবৰ্ত্তক চিত্ৰকলা

যিকোনো বস্তুৰেই সাধাৰণ আৰু বিশেষ ধৰ্ম্ম চিত্ৰকলাৰ দ্বাৰাই প্ৰকাশ পাব লাগে। সাধাৰণ আৰু বিশেষৰ গৰ্ভতেই গৌণ আৰু মুখ্যৰ ভেদো সোমাই আছে। মানুহৰ

মুখ-মণ্ডল এনেকুৱা এটা ভাগ যে তাক আঁকিলেই মানুহ বুলি চিনিব পৰা যায়। যদি হাতী দেখুৱাব লাগে তেন্তে কেৱল শুঁৰডাল আঁকিলেই কাম চলি যাব। ইয়াকে শাস্ত্ৰই ‘ব্যাৱৰ্ত্তক ব্যাখ্যা’ বোলে। ব্যাৱৰ্ত্তকৰ অৰ্থ হৈছে – আনবস্তুৰ পৰা সেই বস্তুটো পৃথক কৰা। তেওঁলোকে বলধ গৰুৰ বিষয়ে ব্যাখ্যা এই ধৰণে দিছে—“ৱিষাণকু কুভ্যাম্” শিং আৰু চুঁট্ থকা। এতিয়া আপোনালোকে পৃথিৱীত যিমান জীৱ নিবিচাৰক লাগে শিং আৰু চুঁট্ যুক্ত প্ৰাণীৰ অৱিহনে বলধৰ আন একো নেদেখে।

## স্মৃতিৰ ভিত্তিত চিত্ৰকলা

আনটো কথা হৈছে “মেম’ৰী ড্ৰইং”ৰ। যদি কোনো বস্তু কেতিয়াবা দেখা যায় তেন্তে তাক পিচত মনেৰে ভাবি হুবহু কৰি আঁকিব পাৰিব লাগে। দেখা যন্ত্ৰ, কোনো ঘৰ বা অট্টালিকা, বা দিয়া বস্তুৰ ছবি আঁকিব জানিব লাগে।

সৃষ্টিত কেতিয়াবা কেতিয়াবা দৃষ্টি-ভ্ৰম হয়, তাকো ছবিত ঠিক মতে প্ৰকাশ কৰিব পাৰিব লাগে। ৰেলৰে লাইনৰ ছবি আঁকিবলৈ হলে কেৱল পোন্ আৰু সমান্তৰালকৈ দীঘলে দীঘলে দুছটা পাট আঁকি দিলেই কাম নচলিব। আমি তাক যেনেকৈ দেখিছোঁ তেনেকৈয়ে আঁকিব পাৰিব লাগে। শেষত্‌গৈ সেই দুয়োটা লাইন ওচৰা ওচৰিকৈ আহি একেলগ হোৱা যেন লাগে। এইদৰেই দুটা নক্ষত্ৰৰ ভিতৰতো প্ৰথমে ওলাবৰ সময়ত বেছি দূৰত থকা যেন লাগে আৰু পিছত যিমানেই মূৰৰ ওপৰলৈ উঠি আহিব, সিমানেই দূৰত্বও কমহে যায়। সূৰ্যাৰ বেলিকাও ঠিক এইটোৱেই খাটিব। ওলাবৰ সময়ত তাক বৰ ডাঙৰ যেন দেখি তাৰ পিচত সি ক্ৰমে সৰু হৈ যাবলৈ ধৰে। আকৌ মাৰ যাবৰ সময়ত

ডাণ্ডৱ যেন দেখি। এই সকলোবিলাক আশ্চৰ্য্যজনক কথা সৃষ্টিত দেখা যায় সেই কাৰণে ইয়াক ছবিতো প্ৰকাশ কৰিব পাৰিব লাগে।

## সাঙ্কেতিক চিত্ৰকলা

ছাত্ৰসকলে সাঙ্কেতিক চিত্ৰ-কলাৰ বিষয়েও জানিব লাগে। ধৰিলওক আমি কোনো এখন বাগিছালৈ গৈছোঁ, তাৰ সকলোবোৰ গছ ব্যৱস্থিত ৰূপে সুন্দৰকৈ লগোৱা দেখা যায়। তাৰ ডাল-পাতবোৰ কলম দি থকা হয়। সেইবোৰ দেখি আমি আনন্দ অনুভব কৰো। সেইদৰেই যদি হাবিলৈ যোৱা যায় তেন্তে তাত নানা তৰহৰ সৰু-বৰ, ওখ-চাপৰ আৰু বিশৃঙ্খল ভাবে থকা গছ-গছনিবোৰৰ শোভা আৰু তাৰ প্ৰাকৃতিক ৰমণীয়তা দেখি আনন্দত মন নাচি উঠে। প্ৰশ্ন হয় যে এনেকুৱা হয় কিয়? ব্যৱস্থিত উদ্যানৰ শোভা দেখি যি আনন্দ হয়েইনে আৰু অব্যৱস্থিত বন-শ্ৰী দেখিও আনন্দ কিয় হয় বাৰু? দুয়োটা দেখি আনন্দ পোৱাৰ কাৰণ কি? ইয়াৰ কাৰণ এইটোৱেই যে উদ্যানত ঈশ্বৰৰ ব্যৱস্থিতভাৱ গুণ প্ৰকাশ পাইছে আৰু হাবিত ঈশ্বৰৰ স্বচ্ছভাৱ গুণ প্ৰকাশ পাইছে। চিত্ৰ-কাৰৰ দৃষ্টিত এই ভাব আহিব লাগে।

## ন্যায় দেৱতাৰ চিত্ৰ

পশ্চিমীয়া দেশবোৰে ন্যায়-দেৱতাৰ সাঙ্কেতিক চিত্ৰ এইদৰে দেখুৱাইছিল যে এগৰাকী অন্ধ তিৰোতাই এখন পাল্লাৰ মাৰি ডাল ধৰি বহি আছে। এতিয়া যদি কোনোবাই সোধে যে ন্যায় দেৱতা অন্ধৰ ৰূপতহে থাকিব লাগেনে কি? ন্যায়াধীশক তিৰোতা কিয় কৰা হ'ল? পুৰুষ কৰা হলে জানো কাম নচাললহেঁতেন, আৰু পাল্লাৰ মাৰিডাল যদি প্ৰথমতে পৰাই পোনকৈ ধৰা দেখা গ'লহেঁতেন তেন্তে ন্যায়াধীশলেই বা

আৱশ্যকতা থাকিলহেঁতেন ক'ত? ন্যায় দেৱতাক অন্ধৰ ৰূপত দেখুৱাৰ উদ্দেশ্য হৈছে এই যে অন্ধ মানুহে সৰু-ডাঙৰৰ ভেদ দেখা নেপায়। তেওঁ নিৰপেক্ষ হ'ব। গতিকে ইয়াত অন্ধত্বৰ অৰ্থ হৈছে পক্ষপাতশূন্যতা। ন্যায় দেৱতাক তিৰোতাৰ ৰূপ এই কাৰণেই দিয়া হৈছে যে তিৰোতা জাতি স্বভাৱতে দয়ালু। এই কাৰণে ন্যায় দানৰ সময়ত দয়ালু হ'ব লাগে। পাল্লাৰ মাৰিডাল পোনকৈ ধৰাটোৱে এইটোকে সূচাইছে যে ন্যায়ত বিশুদ্ধতা বা তীক্ষ্ণতা থাকিব লাগে। এই নিচিনাকৈ সাঙ্কেতিক চিত্ৰত ন্যায়ৰ আৱশ্যকীয় তিনিটা গুণ থাকিব লাগে (১) নিৰপেক্ষতা, (২) দয়াশীলতা আৰু (৩) বিশুদ্ধতা বা কঠোৰতা।

## দত্তাত্ৰেয়ৰ তিনিখন মুখ

দত্তাত্ৰেয়ৰ মুখ তিনিখন। তিনিওখন মুখকে একে যেন কৰি দেখুৱা নিয়ম আছে। কিন্তু তাৰ ভিতৰত মাজৰখন মুখ সাত্বিক অৰ্থাৎ একেবাৰেই পৰিষ্কাৰ-পৰিচ্ছন্ন, সুন্দৰ, স্বচ্ছ: দ্বিতীয়খন তামস অৰ্থাৎ মলিনতা পূৰ্ণ নিদ্ৰাযুক্ত আৰু তৃতীয়খন উৎসাহ, আবেশ আৰু পৰাক্ৰমেৰে পৰিপূৰ্ণ ৰজোগুণযুক্ত হ'ব লাগে। তেতিয়াহে তাৰ প্ৰকৃত ছবি প্ৰতিফলিত হৈ উঠিব আৰু এই তিনিওটা গুণৰ সঙ্কেত প্ৰকাশ পাব। হিন্দুৰ মূৰ্ত্তি-পূজাত সাঙ্কেতিক চিত্ৰ-কলা ভৰি আছে।

## পূৰ্ণকুম্ভ

কোনো উৎসৱ-সমাৰোহ আদিত আদৰিবৰ কাৰণে মাটিৰ কলহ পানীৰে পৰিপূৰ্ণ কৰি ৰাখে। তাকে পূৰ্ণ কুম্ভ বোলে। ইয়াৰ বাৰু আৱশ্যকতা কি? আদৰিবৰ কাৰণে মানুহৰ অন্তৰখন স্নেহ-শ্ৰদ্ধাৰে পৰিপূৰ্ণ হৈ থকাটো বুজাবৰ নিমিত্তেই জানো তাৰ আৱিৰ্ভাৱ নহয়? কলহটো মাটিৰো হ'ব পাৰে,

সোণৰো হব পাৰে ; কিন্তু অন্য কোনো ধাতুৰেই নহয়। সোণৰ কলহৰ দ্বাৰাই বৈভৱ ব্যক্ত হয়। অৰ্থাৎ আদৰণিত নিজৰ বৈৰাগ্য বা বৈভৱ প্ৰকাশ পাব লাগে। এইয়েই সেই পূৰ্ণ কুম্ভৰ সঙ্কেত।

## ভাব নিৰ্দ্দেশক সঙ্কেত

কোনোবা আহিলে ইংৰাজসকলে টুপি গুচায় লয় কিন্তু আমাৰ ইয়াৰ মানুহে আকৌ পিন্ধিহে লয়, ইমান অন্তৰ কিয় থাকিব লাগে ? তেওঁলোকৰ দেশখন শীতপ্ৰধান এই কাৰণে অতিথিৰ হৈ অলপ নহয় অলপ কষ্ট সহ্য কৰিবলৈ যে তেওঁলোক প্ৰস্তুত আছে, এই কথাটোকে বুজায়। আমাৰ দেশ গ্ৰীষ্ম-প্ৰধান। এই কাৰণে ইয়াত টুপি পিন্ধিও অতিথিৰ কাৰণে কষ্ট সহ্য কৰিবলৈ যে আমি প্ৰস্তুত আছোঁ তাকে দেখুৱাওঁ। তুলসীদাসে ভৰত আৰু ৰাম মিলনৰ প্ৰসঙ্গত কৈছে যে ৰামে হাতত ধনুৰ্ব্বাণ নোলোৱাকৈ থিয় হ'ল "কটি পট কছুঁ নিষঙ্গ ধনু ডাৰা" এই বুলি বৰ্ণনা কৰি ৰামে ভৰতৰ লগত মিলন হবলৈ আতুৰহৈ থকা যেন দেখা গৈছিল।

## সূক্ষ্ম আৰু বিষম বস্তুৰ ছবি

পৃথিৱীত কিছুমান বস্তু সূক্ষ্ম আৰু কিছুমান বিষম হয়। তাক ঠিকমতে দেখুওৱাটো চিত্ৰ-কলাৰ কাম। সূক্ষ্মৰ ফালে বিশিষ্ট দৃষ্টিৰে অৰ্থাৎ মধ্য-ভাগৰ ফাল বিশেষ মনোযোগ দি চাব লগীয়া হয়। লপেটাৰ দুয়োটা ফাল সমান অৰ্থাৎ দুয়োটাকাৰেই সূক্ষ্ম, বৰ্গ-ক্ষেত্ৰৰ চাৰিওটা বাহুৰেই সমান বা সূক্ষ্ম। বটল বা চিচাসকলো প্ৰকাৰে সূক্ষ্ম, কাৰণ তাক সকলো প্ৰকাৰে সমান ভাগ কৰিব পাৰি। বস্তুৰ সূক্ষ্মতাৰ প্ৰকাৰৰ বিষয়ে ল'ৰা-ছোৱালীবোৰে জানিব লাগে। আজি-কালিৰ ল'ৰা-ছোৱালীবোৰে কোনো সূক্ষ্ম চিত্ৰ আঁকিবলৈ হলে তাৰ

আধাভাগ দেখুৱাই বাকী আধাভাগ অকাঁই লয়। সাধাৰণতে সোঁ-ফালৰ ভাগটো দেখুৱাই বাওঁফালৰ ভাগটো অকাঁয়। কিন্তু ইয়াৰ বিপৰীতে বাওঁফালটো চাই, সোঁ ফালটো আঁকিব পাৰিব লাগে। আমি যেনেকৈ ল'ৰা-ছোৱালীক সোঁহাতেৰে ছবি আঁকিবলৈ শিকাওঁ সেইদৰেই বাওঁহাতেৰে আঁকিবলৈ শিকাব লাগে।

—মহিলা আশ্ৰমৰ শিক্ষকসকলৰ আগত দিয়া ভাষণৰ পৰা।

## এখন বুনিয়াদী ট্ৰেইনিং কলেজত : ২৫ :

( আলোচনাৰ আধাৰত )

বিনোবাজীয়ে আজি এখন বুনিয়াদী ট্ৰেইনিং কলেজ পৰিদৰ্শন কৰিছিল। সূতাকটা, কপাহ ধুনা আৰু কমোৱাৰ কাম চলি আছিল। বিনোবাজীয়েও কাটিবলৈ বহিল। বক্তৃতা দিয়াতকৈ এনেধৰণৰ প্ৰত্যক্ষ কাম হে তেখেতে ভাল পায়। যেতিয়া তেখেত যাবলৈ ওলাল তেতিয়া মানুহবোৰে তেখেতৰ পৰা 'উপন্যাস' শুনিবলৈ মন কৰিলে। তেলেগু ভাষাত 'উপন্যাস'ক ব্যাখ্যান বোলে। বিনোবাজীয়ে কলে, আপোনালোকে পঢ়াওকচোন বাৰু, মই চাম। সেই শ্ৰেণীটো ট্ৰেইনিংলৈ অহা শিক্ষক-ছাত্ৰৰ শ্ৰেণী আছিল। বিনোবাজীয়ে শ্ৰেণীটো নিৰীক্ষণ কৰিলে। তাত পাঁজিবে নেওঁতা শিকুৱাৰ 'অনুবন্ধ'ৰ বিষয়ে বুজোৱা হৈছিল। শিক্ষকসকলেও ঠিক তাকেই কৰিছিল। আপোনালোকে পাঁজিৰ দ্বাৰাই যেনেকৈ শিকাইছে শিলগুটিৰে নিশিকায় কিয়? এনেকৈ শিকালে পাঁজিবিলাক খেয়া হয়। এনেধৰণৰ 'অনুবন্ধ' সাধাৰণতে হাঁহিয়াতৰ পাত্ৰ হয়। প্ৰত্যেকটো কথাকে শিকাবলৈ সুবিধা দিয়াটোৱেই হৈছে উদ্যোগৰ একমাত্ৰ কাম। বাকী নিজা মতেৰে শিকাব

লাগে। কাটিবৰ সময়ত নিজৰ নিজৰ পাঁজিবোৰ গণি কাটিবলৈ বহুৱাটোৱেই হৈছে স্বাভাৱিক 'অনুবন্ধ'।

পাঠ্য-পুথি নোহোৱা বাবে তেওঁলোকে আপত্তি দৰ্শালে। কিন্তু সোধাত জানিব পৰা গ'ল যে "কৃষ্ণদাস গান্ধী"ৰ 'কটাই-গণিত' নামৰ কিতাপখনৰ বিষয়ে এওঁলোকে একোকে নেজানে। বিনোবাজীয়ে ক'লে যে হয় আপোনালোকে অতি সোনকালে হিন্দী শিকি এই কিতাপ কেইখন পঢ়ক, নহয় ইয়াক অনুবাদ কৰোৱাই লওক। বুনিয়াদী সাহিত্যৰ লগত অপৰিচিত হৈ থাকি আপোনালোকে বুনিয়াদী শিক্ষাৰ কাম কেনেকৈ কৰিব?

[ইয়াৰ পাচত কলেজৰ শিক্ষক সকলৰ লগত আলোচনা হ'ল। তেওঁলোকে নিজৰ অসুবিধা আৰু সন্দেহ আদি তেখেতৰ আগত দাঙি ধৰিলে।]

প্ৰশ্ন :—'অনুবন্ধ' পদ্ধতিৰ দেখোন কোনো কিতাপেই নাই। তাক নো কেনেকৈ পঢ়োৱা যাব?

উত্তৰ :—প্ৰশ্নটো ঠিকেই হৈছে। অভিজ্ঞতাৰ দ্বাৰা কিতাপ তৈয়াৰ হব। কিন্তু যিবিলাক বৰ্তমান আছে তাকো আপোনালোকে নপঢে। অনুবন্ধ পদ্ধতিৰ সাৰকথা হৈছে এইটোৱেই যে বিজ্ঞান উদ্যোগৰ লগত দিব নোৱাৰি। তাৰ লোভ পৰিত্যাগ কৰাই ভাল।

প্ৰশ্ন :—তেনেহলে ইয়াত বিজ্ঞানৰ পঢ়া কেনেকৈ হব?

উত্তৰ :—নিশ্চয় হব। ল'ৰাবোৰে খেতি কৰিব, কাপোৰ ব'ব, আহাৰ খাব, বেমাৰ পৰিব, তাৰ কাৰণে জ্ঞানৰ সামগ্ৰী যথেষ্ট পৰি আছে। তাতে সমুদায় বিজ্ঞান আহি যায়।

প্ৰশ্ন :—বুনিয়াদী শিক্ষা পৰিকল্পনাখন ডাল্টন, কিণ্ডাৰগাৰ্টেন আৰু মণ্টেছৰী পদ্ধতিৰ সংশোধিত ৰূপ নে নাই, কোনো নতুন পৰিকল্পনা হে?

উত্তৰ :—বুনিয়াদী পৰিকল্পনাখন কোনো পদ্ধতিৰ সংশোধিত

ৰূপ নহয়। সি স্বতন্ত্ৰ আৰু বিশিষ্ট পৰিকল্পনা। আনবিলাক পৰিকল্পনাই ল'ৰাছোৱালীক কোনো উৎপাদক শিল্প নিশিকায়। নঈ তালিমে দেশৰ উৎপাদন বঢ়ায়, ছাত্ৰক স্বাৱলম্বী কৰি তোলে আৰু জ্ঞানো দিয়ে। এই পদ্ধতিটো আমি ভাৰতীয় পৰিস্থিতিৰ পৰাই সহজসাধ্যৰূপে লাভ কৰিছোঁ। উদ্যোগৰ দ্বাৰাই শিক্ষা দিয়াৰ তথ্যটো মানি লোৱা সত্ত্বেও অন্যান্য পদ্ধতিবোৰে আজীৱিকা সম্পাদনৰ দ্বাৰাই শিক্ষাক যে সিদ্ধ কৰিব পৰা নাই তাক আমি দেখিয়েই আছোঁ।

প্ৰশ্ন :—শিক্ষক সকলক পুৰণা পদ্ধতিৰ জ্ঞান দিয়াটো আৱশ্যক নে অনাৱশ্যক ?

উত্তৰ :—আৱশ্যক নকৰে কিন্তু উপযুক্ত হব পাৰে। গণিত শিকাবৰ কাৰণে জ্ঞানো আমি আজি ভাস্কৰাচাৰ্য্যৰ লীলাৱতী পঢ়াওঁ ? অৱশ্যে লীলাৱতীৰ জ্ঞানৰ দ্বাৰাই শিক্ষকে ঐতিহাসিক দৃষ্টিকোণ নিশ্চয় পাব পাৰে।

প্ৰশ্ন :—বুৰঞ্জী পঢ়োৱাত কালক্ৰমৰ সিদ্ধান্ত আপুনি মানেনে ?

উত্তৰ :—কালক্ৰম পিচতহে আহিব পাৰে। প্ৰথমে ল'ৰা ছোৱালীয়ে সমুদায় বিচাৰ প্ৰৱাহৰ সাধাৰণ-জ্ঞান পাব লাগে।

বুনিয়াদী শিক্ষা আৰু চলিত পদ্ধতিত এটি মূলভূত পাৰ্থক্য আছে। তাক আমি বুজিলোৱা উচিত। আমি ল'ৰা-ছোৱালীক বুৰঞ্জী, ব্যাকৰণ, আৰু গণিত শিকাব নেলাগে বৰং সিহঁতক জীৱন সম্বন্ধীয় জ্ঞান হে দিব লাগে—কাৰ্য্যক্ষম কৰি গঢ়ি তুলিব লাগে। শিৱাজীয়ে জানো ব্যাকৰণ পঢ়িছিল ? শঙ্কৰাচাৰ্যাই বুৰঞ্জীৰ কিতাপ পঢ়ি পাইছিল নে ? আমি ল'ৰা-ছোৱালীক পুৰুষাৰ্থশীল কৰি তুলিব লাগে। তাৰ পিচত সকলোবোৰ কথা লাহে লাহে আহি যাব।

প্ৰশ্ন :—দেশ যেতিয়া যন্ত্ৰীকৰণ হব আৰু ল'ৰা-ছোৱালী

বিলাকো ডাঙৰ হৈ আহিব তেতিয়া জানো এই শিল্পবিলাক কিবা কামত আহিব ?

উত্তৰ :— আপোনাৰ এই প্ৰশ্নটো শিক্ষা সম্পৰ্কীয় নহয়, অৰ্থনৈতিক সম্বন্ধীয়হে। ইয়াৰ বিষয়ে বিশেষ চিন্তা কৰিবৰ আৱশ্যক নকৰে। ৰুছিয়া এখন যান্ত্ৰীকৃত দেশ, তথাপি দেখোন প্ৰাথমিক স্কুলবিলাকত ক্ষুদ্ৰ ক্ষুদ্ৰ শিল্পবিলাকৰ দ্বাৰাই হে শিক্ষা দিয়া হয়। ল'ৰা-ছোৱালীৰ শক্তি বিকাশৰ কাৰণে আৰু শক্তি অনুপাতে সিহঁতক শিক্ষা দিয়া যায়। সেই দৃষ্টিৰে চালে সকলো অৱস্থাতে শিল্প অৰ্থাৎ হাতৰ কামক সমৰ্থন কৰিবই লাগিব।

প্ৰশ্ন :—শ্ৰেণী অনুসৰি দিয়া শিক্ষা-ক্ৰমক আপুনি সমৰ্থন কৰেনে ?

উত্তৰ :— প্ৰথমে স্থূল জ্ঞান, তাৰ পিচত সূক্ষ্ম জ্ঞান এনেকুৱা ক্ৰম মই সমৰ্থন কৰোঁ। কিন্তু প্ৰথমে এই ডোখৰৰ, তাৰ পিচত সিডোখৰৰ জ্ঞান দিয়াটো মই মুঠেই সমৰ্থন কৰিব নোৱাৰোঁ। আপোনাৰ পাঠ্যক্ৰমত তৃতীয় শ্ৰেণীত মাদ্ৰাজ প্ৰদেশৰ আৰু চতুৰ্থ শ্ৰেণীত ভাৰতৰ ভূগোল শিকোৱাৰ ব্যৱস্থা আছে। কিন্তু ইতিমধ্যে যদি বিহাৰত ভূমিকম্প হয় তেন্তে তৃতীয় শ্ৰেণীৰ ল'ৰাবোৰক বিহাৰ ক'ত তাক নকৈ, মাদ্ৰাজৰ কথাকে কৈ থাকিবনে ?

প্ৰশ্ন :— কিন্তু এই বেচাৰা শিক্ষকসকলৰ মনত জানো ইমান কথা খেলাব ?

উত্তৰ :— নেখেলায়েই যদি শিক্ষক হৈছে কিয় ?

প্ৰশ্ন :— নঈ তালিমত কবিতাৰ স্থান আছেনে নাই ?

উত্তৰ :— আছে। গান্ধীজয়ন্তীৰ প্ৰসঙ্গত "বৈষ্ণৱজন"ৰ গীত গাব। প্ৰহ্লাদৰ গোটেই চৰিত্ৰটো কবিতাৰ দ্বাৰাই শিকাব পাৰি।

প্ৰশ্ন :— নঈ তালিমৰ মাধ্যম মাতৃভাষা হবনে দেশীয় ভাষাহে হব ?

উত্তৰ :— তাৰ কাৰণে দুয়োটাৰে জ্ঞান অনিবাৰ্য্য। কিন্তু পঢ়োৱাৰ মাধ্যম ৰাজ্যিক ভাষা হে হব লাগিব।

প্ৰশ্ন :— আপুনি প্ৰতিটো কথাৰ কাৰণে প্ৰসঙ্গৰ আৱশ্যকতাৰ কথা কৈছে, কিন্তু কোনো প্ৰসঙ্গত যদি শিক্ষাৰ্থী অনুপস্থিত থাকে তেন্তে তেওঁ সেই শিক্ষাৰ পৰা বঞ্চিত হৈ থাকিব নেলাগিবনে ?

উত্তৰ :— ৭।৮ বছৰৰ ভিতৰত এবাৰতকৈ বেছি বাৰ আহিব নোৱৰা এনেকুৱা কি প্ৰসঙ্গ আছে ?

[ কোমাৰবোলু আশ্ৰমত থাকোঁতে সৰু সৰু ছোৱালীবোৰে তেখেতক দেখা কৰিবলৈ আহিছিল। ছোৱালীহঁতে হিন্দী একোবাৰেই নেজানে। প্ৰায় আধাঘণ্টা সময় তেখেতে ছোৱালীহঁতক নানা কথা বুজাইছিল, সেইখিনি সময়ৰ ভিতৰতে হিন্দীত ১০ লৈকে সংখ্যা, গণনা কৰা ; নিজৰ নাম কোৱা, আৰু আনৰ নাম সুধিবলৈ শিকিছিল ]

বীৰবৰ্ম্মত বিনোবাজীক সোধা হৈছিল যে "যি গতিৰে আজি নঈ তালিম চলিব লাগিছে সেই গতিৰেই যদি ই চলি থাকে তেন্তে প্ৰলয় কাল পৰ্য্যন্ত ই পূৰা হৈ উঠিব বুলি আপুনি ভাবেনে ?"

বিনোবাই উত্তৰ দিলে "এই প্ৰশ্নটোৰ অন্তৰালত মনৰ এটা ভূমিকা আছে আৰু সেই ভূমিকাটো হৈছে এই যে চৰকাৰৰ দ্বাৰাই হে ব্যাপক কাম হব পাৰে। ময়ো ভাবো যে চৰকাৰৰ দ্বাৰাই ব্যাপক কাম হব। কিন্তু গোটেই শিক্ষা চৰকাৰৰ হাতত এৰি দিবলৈ মই অন্ততঃ সাজু নহওঁ। পিচত চৰকাৰী স্কুলবোৰ একেটা সাঁচত পৰিণত হবগৈ। স্বতন্ত্ৰ বুনিয়াদী স্কুল চলোৱাৰ ব্যৱস্থাও কৰিব লাগে। মই বিনীত ভাৱেৰে ইয়াক কব খোজো যে মোৰ কল্পনাৰ বুনিয়াদী স্কুল মই এতিয়ালৈকে এখনো দেখিবলৈ পোৱা নাই। নঈ তালিম শাস্ত্ৰ মোৰ ভালদৰে অৱগত

আছে, তথাপি মই তাৰ স্কুল নচলাই ঘূৰি ফুৰিছো। এনেকুৱা অৱস্থাই আনৰো হৈছে। এনেকুৱা হলে কাম চলিব কেনেকৈ? যি মানুহে এই কামটো ভালদৰে জানে, তেওঁলোকে ইয়াক লৈ বহি যাওক আৰু বুনিয়াদী শিক্ষাৰ আদর্শ স্কুল চলাওক তেতিয়াহে নঈ তালিমৰ প্ৰকৃত দৰ্শন হব পাৰিব। মোৰ নিজৰ বিষয়ে মই ইয়াকে মাত্ৰ কব পাৰো যে মই ইয়াৰ কিছু প্ৰয়োগ কৰিছিলো আৰু তাৰ ফলাফলো সমাধানকাৰীয়েই হৈছিল, তথাপিও সেই প্ৰয়োগ সক ল'ৰা-ছোৱালীৰ বুনিয়াদী শিক্ষাৰ ন'ছিল। তাক উত্তৰ বুনিয়াদীৰ প্ৰয়োগ বুলিব পৰা হয়। তাত যি ল'ৰাই শিক্ষা পাইছিল সেই ল'ৰাই আজি মোৰ লগত কাম কৰি আছে।

এইবাৰ যেতিয়া মই ফাটেকৰ পৰা ওলালো তেতিয়া ভাবিলো যে মোৰ কিজানি এতিয়া এটাহে মাত্ৰ কাম বাকী আছে। সেই কামটো হৈছে বুনিয়াদী শিক্ষাৰ। কিন্তু ভগৱানৰ ইচ্ছা আছিল অন্যহে। আকৌ যদি কেতিয়াবা মই থিতাপি হৈ থাকিবলৈ পাওঁ তেন্তে পুনৰ বুনিয়াদী শিক্ষাৰ কামতেই লাগি যাম বুলি ভাবিছো। এতিয়া মই কোমাৰবোলুলৈ গৈছিলো, তাত আধাঘণ্টা ছোৱালীহঁতক পঢ়ালো। তাত মই ইমান মগ্নহৈ পৰিছিলো যে সময়ৰ কথা মোৰ মনতেই নপৰিছিল। আন কামৰ কাৰণে মোক লৈ যোৱা বাবে তাৰ শ্ৰেণী বন্ধ কৰিব লগা হৈছিল।

আপোনালোকৰ ভিতৰত যদি কোনোবা শিক্ষা প্ৰেমী আছে তেন্তে তেওঁলোকে নিজৰ জীৱন এই কামতে দিয়ক। আমি এইটো প্ৰমাণ কৰি দেখুৱাব লাগে যে বুনিয়াদী স্কুল কম সহায়ভাৱেও চলে। যদি মই বুনিয়াদী স্কুল চলাওঁ তেন্তে ঘৰ আৰু আহিলাপাতিত বাদে বাকী গোটেই পইচা ওলোটাই দিম। আমাৰ স্কুলৰ ল'ৰা-ছোৱালী আনৰ স্কুলৰ ল'ৰা-

ছোৱালীতকৈ বেছি জ্ঞান-সম্পন্ন আৰু বেছি প্ৰাণ-সম্পন্ন হৈ ওলাব। এনেকুৱাকৈ যদি আমি এথনো স্কুল চলাই দেখুৱাব পাৰোঁ তেন্তে তাক চাবৰ কাৰণে গোটেই পৃথিবীৰ পৰাই মানুহ আহিবলৈ ধৰিব। যি সকলে শিক্ষাৰ প্ৰয়োগ কৰিছিল তেওঁলোকে প্ৰথম ৫০ জন ল'ৰা লৈয়েই আৰম্ভ কৰিছিল, তাৰ পিচতহে তেওঁলোকৰ পদ্ধতি গোটেই পৃথিবীয়ে গ্ৰহণ কৰে।

## *পূৰ্ব্ববুনিয়াদীৰ আলোচনা* : ৪৬ :

[ বোম্বাইৰ শিশু-বিহাৰ গৃহৰ কিছুমান শিক্ষক আৰু ছাত্ৰ প্ৰতি বছৰ ভ্ৰমণৰ কাৰণে যায়। এইবাৰ তেওঁলোক বাৰ্ধা, সেৱাগ্ৰাম, পৱনাৰ আদি চাবলৈ আহিছিল। শিশু নিকেতন সম্বন্ধে তেওঁলোকৰ লগতো তলত দিয়া ধৰণৰ আলোচনা চলিছিল। ]

প্ৰশ্ন :— আজি আমি সেৱাগ্ৰামত যি শিক্ষা-পদ্ধতি দেখিলো সি গাৱঁৰ কাৰণে ঠিকেই। নগৰৰ ল'ৰা-ছোৱালীৰ কাৰণে তাত কেনে ধৰণৰ পৰিৱৰ্ত্তন হোৱাটো আপুনি কামনা কৰে?

উত্তৰ :—আপুনি কোনটো পৰিৱৰ্ত্তন আৱশ্যক বুলি ভাবিছে? নগৰ আৰু গাৱঁৰ ভিতৰত পাৰ্থক্য কি? দুয়ো ঠাইতে একে চন্দ্ৰ-সূৰ্য্যই পোহৰ দিছে। মাক বাপেকৰ পৰিবেশো ঠিক তেনেকুৱা এঠাইত বন্তি জ্বলিছে, আন ঠাইত বিজুলীৰ চাকি জ্বলিছে, তাৰ বাহিৰে বিশেষ পাৰ্থক্য আৰু কি আছে?

প্ৰশ্ন :—নগৰত যান্ত্ৰিক পৰিবেশ আছে।

উত্তৰ :—তাত কি পাৰ্থক্য আছে? এটা বালক মটৰত উঠিছে, এটা গৰু-গাড়ীত উঠিছে। এটাই পেট্ৰোল আৰু ইঞ্জিনৰ বিষয়ে জ্ঞান লাভ কৰিব আৰু আনটোৱে চকা

আৰু বলধ গৰুৰ বিষয়ে জানিব। শেষত মূল কথা হৈছে এইটোৱেই যে আশে-পাশে যি পৰিবেশ থাকিব তাৰ জৰিয়তেই শিশুৰ বিকাশ হব। ইয়াৰ বাহিৰে এখন গাওঁৰ লগত সিখন গাওঁৰ যি তফাৎ থাকিব, সি থাকিবই। ইয়াৰ ল'ৰা-ছোৱালীয়ে জলাৰ খেতি দেখিছে, কোকণৰ ল'ৰা-ছোৱালীবোৰে ধান খেতি দেখিছে। এইদৰেই নগৰ আৰু গাওঁৰ ল'ৰা-ছোৱালীৰ কালে মন কৰিব লাগে।

প্ৰশ্ন :—গাওঁৰ ল'ৰা স্বাৱলম্বী হব আৰু নগৰৰ ল'ৰা স্বাৱলম্বী হব নোৱাৰিব ?

উত্তৰ :— কিয় নোৱাৰিব ? ধৰি লওক নগৰত এখন হোটেল আছে। তাত ৰন্ধা-বঢ়াৰ জৰিয়তে ল'ৰা-ছোৱালীক শিক্ষা দিয়া হয়। আমাৰ মূলতত্ব হৈছে এইটোৱেই যে অকল আশে-পাশে থকা পৰিবেশৰ দ্বাৰাই জ্ঞান দিয়া নহয়। নগৰ আৰু গাওঁ এই দুয়োটাৰ ক্ষেত্ৰতে ই সমানে প্ৰযোজ্য হব। গাৱঁত খৰিৰে ভাত ৰন্ধা হব আৰু নগৰত কয়লাৰে ৰন্ধা হব। ইয়াৰ দ্বাৰাই শিক্ষাত কি পাৰ্থক্য হব ?

প্ৰশ্ন :—অতি সৰু ল'ৰা-ছোৱালীৰ কামৰ আৰম্ভণি নগৰ বিলাকত কেনেকৈ কৰা হব ?

বিনোবা :—আমি তাত কিবা অসুবিধা হব বুলি নেভাবো। দুয়ো ঠাইতে পানী, বায়ু আৰু পোহৰ আছেই। ইন্দ্ৰিয় সমূহৰ সম্বন্ধও তেনেকুৱাই। উঠা-নমা দুয়ো ঠাইৰে সমান। এঠাইৰ ল'ৰা যেনিবা সৰু টিলাৰ ওপৰত উঠিব আৰু আন ঠাইৰ ল'ৰা চাৰি মহলৰ ওপৰত উঠিব। পাৰ্থক্য মাত্ৰ ইমানখিনিয়েই দেখিছো।

প্ৰশ্ন :—দুয়োটাৰে ভূমিকা একেবুলি কেনেকৈ ধৰা যাব ?

বিনোবা :—যদি আপুনি দুয়োকে ভাল কথা শিকায় তেন্তে তাত নগৰ আৰু গাওঁৰ ভূমিকা একেই হব, দুয়োটাৰে তাত মিল

আছে। ভোকাতুৰৰ কাৰণে ভাতৰ ব্যৱস্থা সম্বন্ধীয় বিদ্যা দুয়ো ঠাইতে সমানে পাব লাগে। যদি গাৱঁলীয়াই শ্ৰমক সন্মান চকুৰে চোৱা আৰু নগৰীয়াই তাক ঘৃণাৰ চকুৰে চোৱা শিক্ষাহে পায় তেন্তে বুজিব লাগিব যে ইয়াত দুয়োটা পথ বেলেগ ধৰণৰ হ'ব।

প্ৰশ্ন :—আপুনি গাওঁবাসীক যঁতৰ চলাবলৈ কয় কিন্তু নগৰবাসীয়ে তাক বুজিবই নোৱাৰে?

বিনোবা :—তেনেহলে মই নগৰবাসীক কিয় ক'ম? গাওঁ-বাসীক কাপোৰ পিন্ধিবলৈ লাগে, এই কাৰণেই কওঁ যে সূতা কাটক।

প্ৰশ্ন :— কাপোৰ দেখোন আমাকো পিন্ধিবলৈ লাগে?

বিনোবা :—তেনেহলে আপোনালোকেও কাটিব লাগিব।

প্ৰশ্ন :—শিশু শিক্ষাত আজি-কালি বেলেগ বেলেগ পদ্ধতি চলিব লাগিছে। আপুনি কোনটো পদ্ধতিক ঠিক বুলি ভাবে?

বিনোবা :—আপুনি বাৰু কি কি পদ্ধতিৰ বিষয়ে জানে?

প্ৰশ্ন :—সেৱাগ্ৰামত নঈ তালিম চলিব লাগিছে। বোম্বাইত মণ্টেছৰী পদ্ধতি চলে আৰু ক'ৰবাত ক'ৰবাত কিণ্ডাৰগাৰ্টেনো চলে।

বিনোবা :—এই সকলোবে ভিতৰত বাৰু কি কি পাৰ্থক্য আছে? আমাক বুজাই কওকচোন।

প্ৰশ্ন :—আমিনো কি ক'ম, আপুনি দেখোন সকলোবোৰ জানেই।

বিনোবা :—আমি মাত্ৰ এইখিনিকে জানো যে এটা সেৱাগ্ৰাম পদ্ধতি, এটা পৱনাৰ পদ্ধতি, এটা ৱৰ্ধা পদ্ধতি, এটা নাগপুৰ পদ্ধতি আছে।

প্ৰশ্ন :— আমাৰ পদ্ধতিত প্ৰশ্ন সোধাটোত বাধা আছে। কিন্তু আপুনি দেখোন অলপ আগতে প্ৰাৰ্থনাত ল'ৰা-ছোৱালী বোৰক প্ৰশ্ন কৰি কৰি সহজতে জ্ঞান দি দিলে?

বিনোবা :— তেনেহলে আপুনি আৰু এটা পদ্ধতি শিকিলে। তাৰ নাম হৈছে প্ৰশ্ন সোধা পদ্ধতি। আপুনি এতিয়া দেখিলে যে প্ৰশ্ন সোধাৰো এটা স্বকীয়া পদ্ধতি আছে। তাতো এটা বিশেষত্ব আছে।

প্ৰশ্ন :— শিশুৰ কাৰণে কিণ্ডাৰগাৰ্টেনে অনেক প্ৰকাৰৰ আকৰ্ষণ উৎপন্ন কৰে।

বিনোবা :— আপোনালোকে তেনেহলে আকৰ্ষণ উৎপন্ন নকৰায় ?

প্ৰশ্ন :— তেওঁলোকে কৃত্ৰিম আকৰ্ষণ নিৰ্ম্মাণ কৰে।

বিনোবা :— এতিয়া আকৌ 'কৃত্ৰিম' শব্দ আহিল। বাৰু কওকচোন আপোনালোকে ল'ৰা-ছোৱালীক মিঠাই দিয়ে নে নিদিয়ে ?

প্ৰশ্ন :— দিওঁ, কিন্তু শিক্ষাৰ কাৰণে আমি মিঠাই নিদিওঁ।

বিনোবা :— কিয় নিদিয়ে ? যিটো বস্তু আগত পোৱা যায় তাৰেও শিক্ষা দিব লাগে।

প্ৰশ্ন :— আমাৰ কোৱাৰ অৰ্থ হৈছে এইটোৱেই যে আমি লোভ জন্মাবৰ কাৰণে মিঠাই নিদিওঁ।

বিনোবা :— ইয়াত বুদ্ধি কুশলতাৰ প্ৰশ্ন আছে। শিক্ষা পদ্ধতিত সাধাৰণতে কোনো বিশেষ পাৰ্থক্য নেথাকে। পৰিস্থিতি ভেদ অনুসৰি বস্তুদৰ্শনৰ ভেদো আহি পৰে। লোভৰ কাৰণে কোনো প্ৰকাৰৰ বা-বতাহ সৃষ্টি কৰা বা কোনো বস্তু দিয়াৰ কথাটো তেওঁলোকেও নকয়।

প্ৰশ্ন :—আমাৰ তাৰ বা সেৱাগ্ৰামৰ ল'ৰা-ছোৱালীবিলাকে যেনেকৈ মুকলি মুৰীয়া ভাৱে নিজৰ বিকাশ সাধন কৰা দেখা গৈছে কিণ্ডাৰগাৰ্টেন পদ্ধতিত তেনেকুৱা দেখা নেযায়।

বিনোবা :— যদি কিণ্ডাৰগাৰ্টেনৰ সমৰ্থকসকলক আপুনি সোধে তেন্তে তেওঁলোকে এইটো কেতিয়াও স্বীকাৰ নকৰিব।

প্ৰশ্ন :— আমাৰ তাত ইন্দ্ৰিয় বিকাশৰ ( চেন্স ডেভেলপ-মেণ্টৰ ) যি নিয়ম আছে তাতকৈ সেৱাগ্ৰামৰ নিয়ম বেলেগ ধৰণৰ। আমাৰ তাৰ ক্ৰমটো বেছি বিজ্ঞান সন্মত যেন লাগে। সঁজুলি-সৰঞ্জাম যিমানেই ব্যৱস্থিত হ'ব, সিমানেই বিকাশো ঠিক মতে হ'বলৈ ধৰিব। কিন্তু এনেকুৱা বিজ্ঞান সন্মত সঁজুলি-সজুলিক বিদেশীৰ নামত নিষেধ কৰা হয়।

ৱিনোবা :—তেনেহলে সৰু ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে বিদেশী আহিলাপাতিৰ আৱশ্যক নেকি ?

প্ৰশ্ন :—আহিলা-পাতি বিদেশী নহয়, কল্পনাহে বিদেশী।

ৱিনোবা :—কল্পনাতো জানো ক'ৰবাত দেশী বিদেশী থাকে ? আমি এটা কথা লৈ সদায় মন কৰিব লাগে যে যদি অনুকূল পৰিবেশত কোনো আহিলা-পাতি সহজসাধ্য ৰূপে পাব পাৰোঁ তেন্তে বিজ্ঞানৰ নামত অন্যান্য কৃত্ৰিম আহিলাৰ আৱশ্যকতা কেতিয়াও উপলব্ধি হ'ব নেলাগে। যিখন গাঁৱত নৈ আছে তাত সাঁতোৰা কলাৰ দ্বাৰাই ল'ৰা-ছোৱালীৰ বিকাশ সাধন কিয় কৰিব নোৱাৰি ? ইন্দ্ৰিয় বিকাশৰ কাৰণে জানো গাঁৱৰ স্বাভাৱিক পৰিবেশ অনুকূল নহয় ? গোবৰ বিস্থা আৰু বগৰী বোতলা আদিক জানো আহিলা বুলি ধৰিব নোৱাৰি ? এইবিলাক উদ্যোগৰ দ্বাৰাই জ্ঞান দিব নোৱাৰাৰ কোনো কাৰণ নাই।

প্ৰশ্ন :—তাৰ লগত আমাৰ মুঠেই বিৰোধ নাই। মাত্ৰ কিছুমান আহিলাৰ প্ৰতি আমাৰ আগ্ৰহ আছে, তাৰ ওপৰত জোৰ দিলে বালকে ভবিষ্যতলৈ সংসাৰত বেছি ভাল কাম কৰিব পাৰিব।

ৱিনোবা :—মই আপোনাক এটা প্ৰশ্ন সোধোঁ। সাধনহীন বা কোনো আহিলা আদি নথকা গাঁৱলৈ যদি আপোনাক

পঠাই দিয়া হয় তেন্তে আপুনি তাত গৈ কাম কৰিব পাৰিবনে নোৱাৰে ? এগৰাকী মহিলাই কলে "হয়, কৰিব পাৰিম।"

ৱিনোবা :—তেনেহলে মোৰ আৰু কব লগা একো নাই। সকলো প্ৰকাৰৰ জ্ঞান আজিয়েই দিবৰ আৱশ্যক নকৰে। ল'ৰা-ছোৱালীবিলাকক আমি যি জ্ঞান দিব খোজোঁ, তাক যে আমাৰ আৱশ্যক এই কাৰণে নহয় বৰঞ্চ ল'ৰা-ছোৱালীৰ প্ৰয়োজন সেই বাবেহে দিব লাগে। চকুৰ কাৰণে ল'ৰা-ছোৱালীক পোহৰ লাগে, জিভাৰ কাৰণে সোৱাদ লাগে, কাণৰ কাৰণে সুৰ বা স্বৰ লাগে। এই নিচিনাকৈ আৱশ্যকতা অনুসৰি আৱশ্যক জ্ঞান দিব পাৰি।

প্ৰশ্ন :—কিন্তু সূক্ষ্ম জ্ঞানৰ কাৰণে বৈজ্ঞানিক আহিলা-পাতিৰ প্ৰয়োজন হয়।

ৱিনোবা :— কথাটো ঠিকেই কিন্তু বৈজ্ঞানিক আহিলা-পাতিৰ নামত যাতে কোনো কৃত্ৰিমতাই স্থান নেপায়, তাৰ কাৰণে আমি সতৰ্ক হৈ থকা উচিত। হাৰ্মোনিয়ামৰ দ্বাৰাই স্বৰ বা সুৰৰ সূক্ষ্ম জ্ঞান হব বুলি কোনেও ডাঠি কব নোৱাৰে। অথচ হাৰ্মোনিয়ম চলিয়েই আছে। চেনি নোহোৱাকৈ গাখীৰ খোৱাৰ অভ্যাস যাৰ নাই, তেওঁ গাখীৰৰ প্ৰকৃত সোৱাদ কেনেকৈ পাব ? এই কাৰণে সোৱাদৰ দৃষ্টিৰে কোনো বস্তু সুদাইহে খাব লাগে। এইদৰেই যদি আপুনি সকলো কথা ভাবিবলৈ ধৰে তেন্তে সকলো সমস্যা সমাধান হৈ পৰিব।

ইন্দ্ৰিয় বিকাশ জীৱ-জন্তুবো হয়। সেই বুলি সিহঁতক কোনোবাই মণ্টেছৰী পদ্ধতিৰে শিক্ষা দিয়েনে কি ? বাঘৰ এটা বিশিষ্ট ইন্দ্ৰিয় বিকাশ হোৱা দেখা যায়। সি আনবিলাক জন্তুত কম থাকে। বাঘৰ ঘ্ৰাণেন্দ্ৰিয় অতি তীব্ৰ হয়। আপোনালোকে ভালকৈ মন কৰিলে দেখা পাব যে পৰিস্থিতি বিমানেই

বিষম হৈ গৈ থাকে ইন্দ্ৰিয় বিকাশো সিমানেই বেছি হয়। এইকাৰণে ইন্দ্ৰিয় বিকাশ কৰাটো কোনো ডাঙৰ কথা নহয়। প্ৰাকৃতিক জীৱনৰ দ্বাৰাই তাক সহজতে পাৰ পাৰি। শিক্ষাৰ দৃষ্টিৰে ইন্দ্ৰিয়ৰ অভিৰুচি পৰিশুদ্ধ কৰাটো অতি আৱশ্যকীয় আৰু ডাঙৰ কথাও। কৃত্ৰিম জীৱনৰ দ্বাৰাই ইন্দ্ৰিয় পৰিশুদ্ধ নহয়, বৰং নষ্টহে পায়। এই নষ্ট হোৱা কাম নগৰ আৰু গাৱঁত, দুয়ো ঠাইতে চলিয়েই আছে। খোৱা-পিয়া কৰোঁতে মচলাৰ ব্যৱহাৰ দুয়ো ঠাইতে কৰে। এনেকুৱা আৰু বহুতো উদাহৰণ দিব পাৰি।

প্ৰশ্ন :—মচলাওতো প্ৰকৃতিয়েইহে সৃষ্টি কৰিছে ?

ৱিনোবা :—প্ৰকৃতিয়ে গোবৰো সৃষ্টি কৰিছে, কিন্তু তাক দেখোন কোনেও নেখায়। সেইদৰে কোনো ল'ৰা-ছোৱালীয়েই নিজৰ ইচ্ছা মতে জলকীয়া নেখায়, কিন্তু সোৱাদ ফল হলে অনায়াসে খায়।

যোগ্যাযোগ্যতা আৰু ইন্দ্ৰিয়-শক্তিৰ বিকাশ বেলেগ বস্তু নহয়।

## নঈ তালিম আৰু স্বাৱলম্বন : ৪৭ :

(চিঠিৰ পৰা)

বেড়ছীৰ পৰা শ্ৰীনাৰায়ণ দেশায়ে লিখিছে :—

মই যেতিয়া পৱনাৰলৈ গৈছিলো, তেতিয়া আপোনাৰ লগত স্বাৱলম্বনৰ বিষয়ে যথেষ্ট কথোপকথন হৈছিল। স্বাৱলম্বন, সাঁজুলি সংশোধন, সমবায় তথা নঈ তালিমৰ জীৱন-দৃষ্টিৰ বিষয়ে চিন্তা সদায় চলিয়েই আছে। আপুনি যেতিয়া বেড়ছীলৈ আহিছিল তেতিয়াও কিছু কথা হৈছিলোঁ।

বাপুৰ ভাব-ধাৰাটো এনেকুৱা যেন লাগিছে যে শিক্ষাৰ চলিত খৰচ টকা-অনা-পাই হিচাপে ছাত্ৰসকলৰ উপাৰ্জনৰ

পৰাই ওলাব লাগে। আজিৰ অৰ্থনীতিয়ে কায়িক শ্ৰমৰ মূল্য বহুত তললৈ নমাইছে। প্ৰাথমিক আৱশ্যকতাতকৈ বিলাসৰ সামগ্ৰীতহে বেছি ধন খৰচ কৰিছে। তথাপি আজিৰ পৰিস্থিতিলৈ চাই আমাৰ হাতৰ কামৰ পৰাই যদি আমি শিক্ষাৰ খৰচ উলিয়াব পাৰোঁ, তেতিয়াহে আমি টিকি থাকিব পাৰিম, নহলে তিষ্ঠি থাকিব পৰা যে নহব, এইটো স্পষ্ট কথা।

কেইবা প্ৰকাৰেও হিচাপ কৰি জানিব পৰা গৈছে যে প্ৰতি ৩০ জন ছাত্ৰৰ ওপৰত এজোজনকৈ শিক্ষক থাকিব লাগে। তেওঁলোকে সাধাৰণ শিক্ষকৰ সমানেই বেতন পাব। প্ৰত্যেক ছাত্ৰই তিনি ঘণ্টাকৈ কাম কৰিব লাগে। আপোনা-লোকে "জাকিৰ হুচেন সমিতি"ত ৩ ঘণ্টা ২০ মিনিট বুলি ধৰিছিল। সৰু ল'ৰা-ছোৱালীৰ কাৰণে ই বেছি হব বুলি মোৰ ধাৰণা হৈছে। এই কাৰণে তাতকৈ অলপ বেছি আৰু সৰুৰ কম অৰ্থাৎ গড়ে ৩ ঘণ্টা বুলি ধৰি লোৱা হৈছে। সাধাৰণ স্কুলত গড়ে যিমান দিন উপস্থিত থাকে সিমান দিন উপস্থিতি বুলি যদি ধৰা যায় (বছৰত কামৰ দিন ২৪০ হব আৰু গড়ে উপস্থিতি শতকৰা ৭৫ হিচাপে প্ৰত্যক্ষ কামৰ দিন কেৱল ১৮০ হে হব) তেতিয়াহলে বস্ত্ৰ-বিদ্যাৰ দ্বাৰাই পূৰ্ণ স্বাৱলম্বী কৰিবলৈ যাওঁতে তলত দিয়া অসুবিধাখিনি আহি পৰে।

(১) পাঁজি কৰোঁতে বহুত সময় লাগে। কমাই অৰ্থাৎ উন্নত কৰি পাঁজি কৰিবলৈ হলে আৰু বেছি সময় লাগে।

(২) চুড়লীয়া কৰি পকাওঁতেও যথেষ্ট সময়ৰ আৱশ্যক হয়। সূতা কটাৰ লগে লগে চুড়লীয়া কৰি পকোৱা কথাটো বৰ্তমান যথেষ্ট আহুকলীয়া হৈ আছে আৰু সৰু ল'ৰা-ছোৱালীয়ে তাক চম্ভালিবও নোৱাৰে। এই কাৰণে কাটি অঁতাইহে চুড়লীয়া কৰি পকাব লগা হয়।

(৩) খদ্দৰ বেচাটোও এটা সমস্যা হৈ পৰিছে। এই সমস্যাটোৰ বিষয়ে অৱশ্যে জাকিৰ হুচেন সমিতিয়েও নভবাকৈ থকা নাই। আপোনালোকৰ মতে তাক চৰকাৰে কিনি লব লাগে। কিন্তু আমাৰ খদ্দৰ হ'লে কোনো গুণেই হীন নহয় বৰঞ্চ ভালহে। আৰম্ভতে বণ্ডভাসকলে পকোৱা সূতা আৰু ঠেক পুত্তলৰ কাপোৰহে ব'ব পাৰে। এই কাৰণে বিবিধ প্ৰকাৰৰ খদ্দৰ তৈয়াৰ হব নোৱাৰে। মাত্ৰ এবিধহে হব পাৰে। এই নিমিত্তে চৰকাৰৰ বাহিৰে আনক বেচাটো সহজ নহয়।

আমি ল'ৰা-ছোৱালীবোৰক খদ্দৰ হে দিওঁ। গতিকে আনৰ কাৰণে প্ৰথম দুটা প্ৰশ্ন বেছি মহত্ত্বপূৰ্ণ।

(১) ধনু দিয়া হব নে নহব?

(২) বীলৰ ছুডলীয়া সূতা পকোৱা যন্ত্ৰটো ব্যৱহাৰ কৰিব পৰা হবনে? টকা-পইচা হিচাপে খেতি আদি অন্যান্য কামত মজুৰি যথেষ্ট পৰিমাণে পোৱা যায়। কিন্তু তেনে কাম গাৱঁত পূৰা সময়ৰ কাৰণে সকলো ল'ৰা-ছোৱালীয়েই পাব নোৱাৰে।

## চিঠিৰ উত্তৰ

তোমাৰ চিঠি পালোঁ। তোমাৰ প্ৰশ্ন কেইটাৰ উত্তৰ প্ৰথমে দিওঁ বাক। বীলৰ ছুডলীয়া সূতা পকোৱাৰ আহিং। ব্যৱহাৰ কৰিব পাৰি। কিন্তু ধনুষ-তুনাই বাদ দি তাঁত (ধনুৰ বচি) দিব নেলাগে। পইচাৰ হিচাপ-কিতাপত পৰিব নেলাগে। পইচাই মানুহক কেনেকৈ তললৈ নিব পাৰে তাৰ এটা গল্প এই মাহৰ সৰ্ব্বোদয়ৰ দৃষ্টিত দিয়া হৈছে। নঈ তালিমৰ স্কুলে সূতা কটাৰ দ্বাৰা শিক্ষক আৰু ছাত্ৰৰ কাপোৰৰ অভাৱ পূৰণৰ কাৰণে চেষ্টা কৰিব। খাদ্যদ্ৰব্যৰ আধাৰ হ'ব ভূমি। পানী পকীনাদৰ পৰা পোৱা যাব। পকীনাদৰ পৰা কাপোৰ, সূতা কটাৰ পৰা

ভাত, আৰু খেতিৰ পৰা পানী পাবলৈ কেতিয়াও আশা কৰিব নেলাগে মই নঈ তালিমৰ শিক্ষকক সৰ্ব্বতন্ত্ৰ স্বতন্ত্ৰ কৰি দিছোঁ। কোনো নিৰ্দ্দিষ্ট পাঠ্যক্ৰমৰ বন্ধন' তেওঁলোকে মানি লবৰ আৱশ্যক নকৰে।

ভগৱানে মোৰ কাৰণে কামৰ সময় বছৰত ৩৬৫ দিনেই দিছে। যিমান দিন খাবৰ কাৰণে, সিমান দিন কামৰ কাৰণে বুলিলেও ভুল হব। কিয়নো আহাৰ আমি এৰিব পাৰোঁ কিন্তু দেহধাৰীৰ কাৰণে কৰ্ম্মযোগ এৰাটো সম্ভৱপৰ নহব। কৰ্ম্ম কৰি কৰিয়েই এশ বছৰ জীয়াই থাকব লাগে। কৰ্ম্মৰ দ্বাৰাই ব্যায়াম, কৰ্ম্মৰ দ্বাৰাই জ্ঞান, কৰ্ম্মৰ দ্বাৰায়েই আনন্দ, মুঠতে কৰ্ম্মই সকলো, কৰ্ম্মই খেল। এয়েই হৈছে 'সমবায়'।

ৰাতি-দিন, পুৱা-গধূলি— সকলো সময়তে স্কুল চলিব লাগে। তেতিয়াহে স্বাৱলম্বন যুক্ত শিক্ষা-প্ৰক্ৰিয়া কেনেকুৱা তাৰ অভিজ্ঞতা হব। শিক্ষাৰ্থীসকলে মোৰ ওচৰত এইদৰেই শিকিছিল। আৰু মোৰ নিজা শিক্ষাও যোৱা ৩৪ বছৰ এইদৰেই চলিছিল। এটা দিনো কৰ্ম্ম-শূন্য হৈ নেযায় আৰু প্ৰতি দিনেই জ্ঞানৰ নতুন নতুন শাখা-প্ৰশাখা ফুটিয়েই থাকে।

## নঈ তালিমৰ হাণ্ড-কাণ্ড : ৪৮ :

( এখন চিঠিৰ পৰা )

শিক্ষক, ছাত্ৰ-পৰায়ণ, ছাত্ৰ, শিক্ষক-পৰায়ণ, দুয়োটাই জ্ঞান, পৰায়ণ আৰু জ্ঞান, সেৱা-পৰায়ণ, আমাৰ স্কুলৰ পৰিকল্পনাও ঠিক এনেকুৱাই হব। আমি নতুন সমাজ গঠনৰ শিক্ষা দিওঁ। প্ৰচলিত শিক্ষা দিবৰ কাৰণে অন্য বহুতো স্কুল আছে।

নিজৰ ল'ৰা-ছোৱালী আৰু ঠিক তেনেকুৱাই আনো আমাৰ ক্ষেত্ৰ। নিজৰ ল'ৰা-ছোৱালী সহ আমি স্বাৱলম্বী হওঁৱেই।

মই স্বাৱলম্বনক কেতিয়াও সমস্যা বা প্ৰহেলিকা বুলি নেভাবোঁ। সমান বেতন সৰ্ব্বোদয় সমাজৰ ঘাই ভেটি।

পুৰুষাৰ্থ হীনতাৰ দোষ পাশ্চাত্য দেশৰ শিক্ষাত নাই। সেই বুলি সিয়েই নষ্ট তালিম হব নোৱাৰে। ডকাইতহঁতো পুৰুষাৰ্থীয়েই। যদি সাম্যযোগ আৰু স্বাৱলম্বন, এই দুয়োটা গুণেই আমাৰ শিক্ষাত নেথাকে তেন্তে আমাৰ শিক্ষাৰ দুয়োটা হাওঁ-ফাওঁয়েই নষ্ট হ'ল বুলি ধৰি লব লাগিব।

স্কুলৰ খদ্দৰ : ৪৯ :

## জাজুজীৰ সন্দেহ

শ্ৰীজাজুজীয়ে লিখিছে যে ১০।১।২৯ৰ পৰা ১১।২।৪৯ তাৰিখলৈকে সেৱাগ্ৰামৰ ছাত্ৰ সকলে একেলেঠাৰিয়ে গোটেই দিনটো সূতা কটা আৰু কাপোৰ বোৱাৰ কাম কৰিছিল। তাৰ ফলাফল এনেধৰণেৰে প্ৰকাশ পাইছে। ২৪১০ ঘণ্টাৰ কামত ৮০ বৰ্গ গজ কাপোৰ তৈয়াৰ হৈছে। তাৰ মূল্য ১৫১৩/৩ পাই হব। তাত খৰচ হোৱা কেঁচা মালৰ মূল্য ৪৩৬৶০ অনা বাদ দিলে বাকী শ্ৰমৰ আয় ৯৭৬৶/৩ পাই হব, অৰ্থাৎ এক ঘণ্টাৰ উপাৰ্জ্জন ৮ পাই হ'ল। কাম যদি অলপ নৰম বিধৰ হয়, তেন্তে তাৰ বাবে যি কৰ্টন যাব তাক বাদ দিলে এক ঘণ্টাৰ উপাৰ্জ্জন অতি কম পক্ষেও ৬ পাই হব। যদি কোনো বিদ্যালয়ৰ এশ ল'ৰা-ছোৱালীয়ে দিনে দুঘণ্টাকৈ সূতা কটা আৰু কাপোৰ বোৱাৰ কাম কৰে তেন্তে এদিনৰ উপাৰ্জ্জন ৬।০ অনা হব। মাহে যদি কামৰ দিন ২৪কৈ ধৰা যায় তেন্তে মাহিলি আয় ১৫০ টকা হব। ইয়াৰে ওপৰৰ তিনিটা শ্ৰেণীৰ তিনিজন শিক্ষকৰ দৰ্মহাৰ খৰচটো ওলাব পাৰে। ওপৰৰ হিচাপত সূতাকটা আৰু কাপোৰ বোৱাৰ

এজনৰ চৰখা সংঘই ধাৰ্য্য কৰা মতে ধৰা হৈছে। খদ্দৰৰ দৃষ্টিত ই ঠিকেই হৈছে। কিন্তু সাধাৰণ কাপোৰৰ বজাৰ ভাওৰ লগত ইয়াৰ অমিল খুবই। ওপৰৰ হিচাপ মতে ৮০ বৰ্গ গজ খদ্দৰৰ মূল্য ১৭১৮/৩ পাই ধৰা হৈছে। কিন্তু সিমানখিনি মিলৰ কাপোৰৰ মূল্য প্ৰায় ৪০৷৫০ টকামানহে হব। *কেঁচামালৰ দাম ৩৮৫/ অনা বাদ দিলে উপাৰ্জ্জন নাম মাত্ৰহে হ'ব বা হানি হোৱাৰো সম্ভাৱনা আছে। এই কাৰণে ই ভাবিবলগীয়া কথা হৈ পৰে যে বৰ্ত্তমানৰ আৰ্থিক ব্যৱস্থাত য'ত শিক্ষকৰ বেতন নগদা-নগদী দিব লগা হয়, তাত খদ্দৰৰ বিশিষ্ট দৰৰ ওপৰত ভৰসা কৰি কৰা হিচাপ জানো ঠিক হব। যদি এই খদ্দৰৰ ব্যৱহাৰ ছাত্ৰ আৰু শিক্ষকসকলৰ মাজতেই কৰিবলৈ লোৱা হয় তেন্তে ইয়াৰ দ্বাৰা স্কুলৰ চলিত খৰচত সহায় কেনেকৈ পোৱা যাব।

এতিয়া বুনিয়াদী শিক্ষাৰ স্কুল বহুত কম আছে। তাত তৈয়াৰী হোৱা খদ্দৰ বেচাটো বৰ্ত্তমান একো টান নহয়। কিন্তু যেতিয়া এই বুনিয়াদী শিক্ষা ব্যাপক হৈ উঠিব আৰু লাখ লাখ স্কুলত ই চলিবলৈ ধৰিব, তেতিয়া সিমানবিলাক খদ্দৰ কেনেকৈ বেচা যাব? আজিৰ আৰ্থিক ব্যৱস্থা যদি গ্ৰামোদ্যোগৰ অনুকূল হয় তেন্তে সি একো টান নহব। কিন্তু যদি এনেকুৱা নহয়, তেতিয়া?

বুনিয়াদী স্কুলত তৈয়াৰ হোৱা খদ্দৰ যদি চৰকাৰী শিক্ষা বিভাগে কিনি লয় তেন্তে কাপোৰৰ ওপৰত হোৱা চৰকাৰৰ খৰচ বাঢ়ি যাব। চৰকাৰে যদি সেই খদ্দৰ বজাৰত বেচে তেন্তে সি বজাৰৰ দৰমতেহে বিক্ৰী হব আৰু তাত চৰকাৰৰ হানি হব। একালেদি স্কুলৰ জমা-খৰচৰ বহীত আয় দেখুৱা হব আৰু আন কালেদি চৰকাৰী বহীত সিমান বেছি খৰচ দেখুওৱা হব।

এই কাৰণে মই ভাবিছোঁ যে স্কুলত যদি সূতাকটা আৰু কাপোৰ বোৱাটোক মূল উদ্যোগ হিচাপে লোৱা যায় তেন্তে

তাৰ আয় টকা পইচাত হিচাপ নকৰি কিমান সূতা কটা হ'ল আৰু কিমান খদ্দৰ তৈয়াৰ হ'ল এইটোকে উল্লেখ কৰি সন্তুষ্ট হোৱাটোৱেই ভাল হব।

## পুৰুষাৰ্থৰ দ্বাৰাই পৰিস্থিতিৰ সালসলনি ঘটে

শ্ৰীজাজুজীৰ এই প্ৰবন্ধটো বৰ দীঘলীয়া। সেই বাবে তাৰ মূল কথা কেইটাহে ইয়াত সন্নিবিষ্ট কৰা হৈছে। চিন্তাধাৰা পৰিষ্কাৰৰ অৰ্থে তেখেতে ইয়াক লিখিছে আৰু আমিও তাক সেই দৃষ্টিৰেহে গ্ৰহণ কৰাটো উচিত হব। কিন্তু মই হলে তাত একো নতুন কথা পোৱা নাই। সূতা কটা আৰু কাপোৰ বোৱাৰ দ্বাৰাই স্কুলৰ খৰচ চলোৱা কথাটো খদ্দৰৰ বিশিষ্ট দৰৰ ওপৰত নিৰ্ভৰ কৰে আৰু এই কাৰণেই সি কাল্পনিক হৈয়েই থাকিব। এনেধৰণৰ সমালোচনা আজিৰ পৰা প্ৰায় ১২ বছৰৰ আগতে যেতিয়া নঈ তালিমৰ আঁচনি যুগুত কৰা হৈছিল তেতিয়াই প্ৰফেচাৰ কে, টী, ছাহে উত্থাপিত কৰিছিল। সেই সমালোচনাৰ উত্তৰো দিয়া হৈছিল। ইয়াত কাল্পনিক আৰু বাস্তৱিকতাত কেৱল পুৰুষাৰ্থৰ হে অন্তৰ দেখা গৈছে। অৰ্থাৎ আজি যিটো বস্তু কাল্পনিক বুলি ধৰি লোৱা হৈছে সিয়েই হয়তো কালিলৈ পুৰুষাৰ্থৰ দ্বাৰাই বাস্তৱিক সৃষ্টিত আহি যাব পাৰে। এনেকুৱা কিছু পুৰুষাৰ্থ চৰখা সংঘয়ো কৰিছিল। ইয়াৰ দ্বাৰাই খদ্দৰৰ বজাৰ এটা দৰত স্থিৰ হৈ পৰিল। সি এতিয়া সীমাবদ্ধ হৈ আছে, কিয়নো পুৰুষাৰ্থও সীমাবদ্ধই। সীমাবদ্ধতাক অসীমলৈ ওলোটাই নিয়াৰ কাম নঈ তালিমৰ দ্বাৰাইহে হব পাৰিব।

## চেতনাৰ বিষয়

নঈ তালিম আমাৰ কাচৰ আৰু অহিংসা অৰ্থাৎ স্বৰাজ্য-সত্তা ছাভুৰা। দুয়োটাৰ সংযোগত চলিত অনৰ্থকাৰী অব্যৱস্থিতা ছিন্ন-ভিন্ন হৈ যাব আৰু সমুচিত আৰ্থিক ব্যৱস্থা স্থাপিত হৈ

লগিব। লাখ লাখ স্কুলে খদ্দৰ উৎপাদন কৰিবলৈ ধৰিব। তেতিয়া খদ্দৰৰ অৱস্থা কি হব সেই বিষয়ে চিন্তা কৰিবৰ প্ৰয়োজনেই নহব; কিয়নো তেতিয়া বিপ্লৱৰ দৰেই চলিয়েই থাকিব। এনেকুৱা বিপ্লৱকে আমি ক'ৰবও লাগে। গতিকে আমাৰ কাৰণেই চিন্তাৰ বিষয় নহয় বৰং চেষ্টাৰ বিষয় হে।

## অপ্ৰতিষ্ঠিত টকাৰ প্ৰতি আস্থা

আমি চৰখা সংঘৰ দৰ দাম অনুসৰি বুনিয়াদী স্কুলত হোৱা উৎপাদিত খদ্দৰৰ মূল্য নিৰূপণ কৰিছোঁ। ইয়াত কোনো লুক-ঢাক কৰা হোৱা নাই আৰু এই নিমিত্তেই তাৰ দ্বাৰা কোনো ভ্ৰম আদি হবৰো কাৰণ নাই। কোনো উৎপাদিত বস্তুৰ মূল্য টকা পইচাত কোৱাটো নিৰৰ্থক। অৱশ্যে এই কথাটো খদ্দৰৰ মূল্য অপ্ৰতিষ্ঠিতৰ কাৰণে কোৱা নাই বৰং টকা নিজেই অপ্ৰতিষ্ঠিত, সেই কাৰণেহে কোৱা হৈছে। টকাৰ অপ্ৰতিষ্ঠিততাৰ বিষয়ে ইয়াত আৰু কবৰ আৱশ্যক নকৰে কিয়নো এই বিষয়ে যথেষ্ট প্ৰচাৰ হৈ গৈছে। তথাপি ভ্ৰান্ত পৃথিৱীয়ে ভ্ৰান্তিক অৱলম্বন কৰিয়েই চলে। সপোনত যদি কিবা বেমাৰ হয় তেন্তে সপোনতে তাৰ চিকিৎসাও হয়। সাৰ পালে বেমাৰো নেথাকে আৰু চিকিৎসাও নেথাকে।

## সত্তাৰ দৰ্শন হব লাগে

যদি স্কুলৰ উৎপন্নজাত বস্তুৰ ব্যৱহাৰ চৰকাৰে নিজৰ গৱৰ্ণমেন্টৰ ক্ষেত্ৰে শিক্ষা বিভাগত কিছু আয় হোৱা যেন দেখা যাব আৰু অন্য বিভাগত সেইদৰে ব্যয়ো দেখা যাব বুলি কৈছে। এই ভাৰ্তি কৰ খোঁজো যে এনেকুৱাইহে হবৰ লাগে। যদি শিক্ষা বিভাগে আৰ্জিছে তেন্তে তাৰ নামত নিশ্চয় দেখুৱাব লাগিবও। আৰু যদি আন আন বিভাগবিলাক বাইজৰ ওপৰত তাৰ স্বৰূপ

হে হয় যেনেহলেও তাক স্পষ্টভাৱে দেখা পাব লাগে। যাৰ যি দায়িত্ব তাক তেওঁলোকে বহন কৰিবই লাগিব। তেতিয়াহে সত্য ৰক্ষা হব।

—'সৰ্ব্বোদয়', অক্টোবৰ, ১৯৪৯

## ধাৰ্ম্মিক শিক্ষাৰ ব্যাখ্যা : ৫০ :

### এটা প্ৰশ্ন

শ্ৰীআপটে গুৰুজীয়ে লিখিছে "এই প্ৰশ্নটো বাৰে বাৰে সোধা হৈছে যে স্কুলত সৰু ল'ৰা-ছোৱালীক ধাৰ্ম্মিক শিক্ষা কেনেকৈ দিয়া হব ? বহুতো মানুহৰেই ওপৰোক্ত কল্পনাটো নাই। অৱশ্যে এই বিষয়ত সকলো একমত যে, সাধু-সন্তসকলৰ বাণী মুখস্থ কৰাব লাগে। কিন্তু প্ৰাথমিক আৰু মাধ্যমিক স্কুলত ধাৰ্ম্মিক শিক্ষাৰ ৰূপ কেনেকুৱা হব লাগে এই বিষয়ে স্পষ্টিকৰণ হোৱা উচিত। সি যদি সূত্ৰ ৰূপতো হয় তথাপি চলিব।"

### ধাৰ্ম্মিক শিক্ষাৰ প্ৰকৃত আঁচনি

ধাৰ্ম্মিক শিক্ষা যে বৰ আনন্দদায়ক বিষয় তাত কোনো সন্দেহ নাই। কিন্তু আজি 'ধৰ্ম্ম' শব্দৰ অৰ্থ বৰ সঙ্কুচিত আৰু সমাজ-বিধ্বংশক হৈ পৰিছে। সেই বাবেই চিন্তাশীল সকলৰ বেছি ভাগৰে মত যে স্কুলত ধৰ্ম্ম-শিক্ষা নিদিয়াটোৰ ফালেহে বেছি ঢাল খোৱা। মোৰ মতেৰে প্ৰকৃত 'ধৰ্ম্ম-শিক্ষা অকল সাহিত্যৰ বিষয়েই নহয়। চৰিত্ৰ-নিষ্ঠা, ঈশ্বৰ-বিষয়ক ভক্তি আৰু দেহৰ পৰা পৃথক আত্মাৰ প্ৰকাশ—এয়েই ধৰ্ম্মৰ সাৰ বস্তু আৰু তাক সৎ পুৰুষৰ সঙ্গতিৰ দ্বাৰাহে পাব পাৰি। এই কাৰণে সচ্চৰিত্ৰৱান (সুশীল) শিক্ষকৰ আঁচনিয়েই মোৰ ধৰ্ম্ম-শিক্ষাৰ আঁচনি।

### সন্ত বাঙ্ময়ৰ অৰ্থ

সাধুসকলৰ বাণী মুখস্থ কৰাটো অৱশ্যে লাভদায়ক হয়েই কিন্তু তাক মই ধৰ্ম্ম-শিক্ষা বুলিব নোৱাৰোঁ। তাক মই বিশুদ্ধ বাঙ্ময় শিক্ষাহে বুলিম। তাকো নিৰ্ব্বাচন কৰিবৰ সময়ত ব্যাপক বিবেকৰ আৱশ্যক হব। 'প্ৰাৰ্থনা সম্বন্ধীয় বিবেক'ৰ কথাতো মই আগতে কৈয়েই আছিলো, ইয়াতো সিয়েই প্ৰযোজ্য হব।

### সৰ্ব্ব ধৰ্ম্ম সমভাব

সৰ্ব্ব-ধৰ্ম্ম সমভাবৰ ভূমিকাৰ আশ্ৰয় লৈ সেই সেই ধৰ্ম্মৰ সাধুসকলৰ চৰিত্ৰ বা ব্ৰত, উৎসৱ আদি চিত্ত-শুদ্ধি সাধক আঁচনিৰ জ্ঞানো দিব পাৰি। কিন্তু ইয়াকো মই ধৰ্ম্ম-শিক্ষা বুলি নকওঁ। ইয়াক ইতিহাস আৰু সমাজৰ অধ্যয়ন বুলিহে কব পৰা যাব।

### অনুভৱপূৰ্ণ শিক্ষা

চিত্ত-শুদ্ধিৰ বিষয়ে অলপো চিন্তা নকৰি কিছুমান তান্ত্ৰিক আচাৰ আৰু ক্ৰিয়া কলাপৰ দ্বাৰাই পোনপটীয়া ভাবে পুণ্য অৰ্জ্জাৰ কল্পনা যে সকলো ধৰ্ম্মতে আৰূঢ় হৈ আছে, সেই-বোৰ নষ্ট হৈ যাব লাগে। প্ৰত্যেকটো কথাকে অভিজ্ঞতাৰ দ্বাৰাই পৰীক্ষা কৰি লোৱাৰ অভ্যাস সকলো ল'ৰা-ছোৱালীকে কৰাব লাগে। এইখিনি হলেই বুজিম যে গোটেই ধৰ্ম্মৰ জ্ঞান পাইছে।

—মাৰাঠী 'হৰিজন' ৯ মাৰ্চ, ১৯৪৭

### *শেষ-শক্তি* : ৫১ :

বাপুৱে সকলোবোৰ গঠনমূলক কামৰ ভিতৰত ধ'ত্তৰক সূৰ্য্যৰ স্থান দিছে আৰু কাৰ্য্যসূচীৰ বাকী সকলোবোৰ কামক গ্ৰহ মণ্ডলীৰ আখ্যা দিছে। ভোতয়া মই ভাবিবলৈ ধৰিলো

যে সেই ৰূপকত নঙ্গ তালিমৰ স্থান ক'ত হব ? নঙ্গ তালিমক এটা গ্ৰহ বুলি কোৱাটো মই সমৰ্থন কৰিব নোৱাৰোঁ। সূৰ্য্যৰ লগে লগে যি কাৰণে গ্ৰহমণ্ডলী ঘূৰি থাকে; আৰু যি কাৰণত সূৰ্য্য গ্ৰহমণ্ডলীৰ লগে লগে ঘূৰে, সেই কাৰণ টোৱেই হৈছে আকৰ্ষণ শক্তি আৰু সিয়েই আমাৰ ৰূপকত নঙ্গ তালিম হব। আমাৰ সকলো কামৰে মাজত পৰস্পৰ সম্বন্ধ অটুটে ৰখা আকৰ্ষণ শক্তিৰ নিৰ্দ্দিষ্টনা বস্তু হৈছে নঙ্গ তালিমেই। ইয়াক আমি আমাৰ পৌৰাণিক ভাষাত শেষনাগ বুলিছিলো। শেষৰ আধাৰ গোটেই পৃথিৱী আৰু সৃষ্টিৰ বুলি ধৰা হয়। কোৱাৰ অৰ্থ এইটোৱেই আছিল যে সৃষ্টিৰ আধাৰৰ কথা কবলৈ আমি শব্দ ক'ৰ পৰা আনিম ? কাৰণ শব্দওতো সৃষ্টিৰ অন্তৰ্গতেই থাকে। এই কাৰণেই কোৱা হৈছিল যে সৃষ্টি শেষৰ আধাৰ। অৰ্থাৎ 'যি অলপ বাচি আছে' তাৰ আধাৰ সৃষ্টি। শেষৰ অৰ্থ হৈছে বাচি থকা বস্তু আৰু তাৰ সহস্ৰ মুখ বুলি ধৰি লোৱা হৈছে। কিয়নো এই শক্তিৰ দ্বাৰাই পৃথিৱীৰ সকলোবোৰ পদাৰ্থ পৰস্পৰ আকৰ্ষিত হৈ থাকে আৰু হেজাৰ-বিজাৰ দিশত সি কাম কৰে। আমাৰ কামবিলাকত নঙ্গ তালিমেইহে শেষনাগ। অৰ্থাৎ আমাৰ যিসকল কৰ্ম্মী আছে তেওঁলোক সকলোৱেই নিজৰ নিজৰ উদ্যোগত প্ৰবীণ হোৱাৰ উপৰিও যদি নঙ্গ তালিমৰ দৃষ্টি ৰাখে তেন্তে তেওঁলোক সেৱাকাৰ্য্যত যথেষ্ট কৃতকাৰ্য্য হব পাৰিব আৰু সকলো ঠাইতে তেওঁলোকে প্ৰবেশো পাব।

## ফাচৰ

ই এনেকুৱা এটা ফাচৰ যে ইয়াক আমি য'তে মন যায় ত'তে বহুৱাব পাৰো। ইয়াৰ আধাৰত আমাৰ কাম সকলো ঠাইতে বাঢ়িব পাৰে। নঙ্গ তালিমৰ দ্বাৰাই আন আন কামো সকলো ঠাইতে প্ৰবেশ কৰাব পৰা যাব। যিসকলে আমাৰ অন্যান্য

কাৰ্য্যসূচীক সমৰ্থন নকৰে. তেওঁলোকেও নঈ তালিমক সমৰ্থন কৰে। ই এনেকুৱা সুলভ আৰু সকলোৱে, অতি সহজতে গ্ৰহণ কৰিব পৰা আছিল।

## উভয়ৰ সীমা

মই এইটো নকওঁ যে প্ৰত্যেকেই শিক্ষক হব লাগে বা তেওঁ তেনেকুৱা হব পাৰে। কিয়নো, তাৰ কাৰণে এটা বিশেষ যোগ্যতাৰ আৱশ্যক। তথাপি তাৰ অন্তৰালত যিটো দৃষ্টি আছে, তাৰ জ্ঞান সকলোৰে হোৱা উচিত। সেই দৃষ্টিটো এনেকুৱা যে আমাৰ জীৱনৰ লগত সম্বন্ধিত যি জ্ঞান আছে তাক কেতিয়াও এৰিব নেলাগে আৰু তাৰ দ্বাৰা অসম্বন্ধিত জ্ঞানতো প'ৰিব নেলাগে। ইহঁত দুয়োটাই আমাৰ কাৰণে গঠনমূলক আৰু নিষেধমূলক সীমাৰেখা হৈ পৰিছে। এই দুয়োটা সীমা-ৰেখাৰ ভিতৰত কোনটো এৰিব নেলাগে আৰু কোনটোত পৰিব নেলাগে এইটো যদি আমি নিৰ্ণয় কৰিব পৰা হওঁ তেন্তে আমি যি কামকে নকৰো লাগে, তাৰ দ্বাৰাই আমি নিজৰ জীৱন আৰু কাম পৰিপূৰ্ণ কৰি তুলিব পাৰিম। ইয়াৰ অন্যথা কৰিলে হয় আমি জড় অৰ্থাৎ এঠাইত স্থাৱৰ হৈ পৰি থাকিব লাগিব, নহয় চাৰিওফালে চপলিয়াই ঘূৰি ফুৰিব লাগিব। কিন্তু আমি চপলিয়াইও ফুৰিব নোৱাৰো আৰু জড় হৈয়ো পৰি থাকিব নোৱাৰো। আমি আমাৰ নিশ্চিত দিশত আৰু নিশ্চিত পথেদি খোজ লব লাগিব। ই নঈ তালিমৰ দ্বাৰাই হে হব পাৰিব।

## পূৰ্ণ সমাধান

নঈতালিমৰ দ্বাৰাই আমাৰ প্ৰত্যেকটো কামৰ সম্বন্ধ অন্য সকলো কামৰ লগত আৰু মুঠ সকলো কামৰ সম্বন্ধ আমাৰ জীৱনৰ লগত হোৱা উচিত। তেতিয়া আমাৰ জীৱন আনন্দময়

হব, তাত সামঞ্জস্য স্থাপিত হব আৰু সমাধানো হব। নহলে জীৱন একাঙ্গী হৈ থাকিব, সমাধান কেতিয়াও নহব।

মই দেখিছোঁ—"কিছুমান কৰ্ম্মীযে নিৰ্দ্দিষ্ট সময়লৈকে কাম কৰে আৰু তাৰ পিচত তেওঁলোক সেই কামত অকৃতকাৰ্য্য হবলৈ ধৰে। তাৰ পিচত তেওঁলোকে সেবাৰ অন্যান্য ক্ষেত্ৰ বিচাৰিবলৈ ধৰে। যি জন কৰ্ম্মীয়ে কুৰি বছৰ ধৰি চৰখাৰ কামত লাগি আছিল, তেওঁ আজি গোসেৱাৰ কাম কৰিবলৈ মন মেলিছে, কিয়নো চৰখাৰ কামত তেওঁৰ সমাধান হোৱা নাই। তেওঁ মোৰ উপদেশ বিচাৰিছিল। মই তেওঁক কলোঁ। "এনে কৰাটো ঠিক নহব, কিয়নো এটা কামতে থাকি আজি পৰ্য্যন্ত যি জ্ঞান লাভ কৰিছিল, তাক এৰি আকৌ এটা নতুন জ্ঞান লাভ কৰিবলৈ মন মেলিছে আৰু আজিলৈকে যিটো কামত তপস্যা কৰা হৈছিল তাক এৰি আন এটা তপস্যা কৰিবলৈ ইচ্ছা কৰিলে জীৱন ব্যৰ্থ হৈ যায়। কিন্তু যদি নঈতালিমৰ দৃষ্টি, কৰ্ম্মীসকলৰ থাকে, তেন্তে তেওঁলোকে নিজৰ চলিত কামটো আনৰ লগত সংযোগ কৰিব কেনেকৈ পাৰি তাক জানিব আৰু ইয়াকে কৰিব পাৰিলে অসমাধান হবলৈ একো বাকী নেথাকিব।

—'সেৱক', জানুৱাৰী, ১৯৪৯,

## যঁতৰৰ অভ্যাস : ৫২ :

সূতাকটা উদ্যোগৰ ৰাষ্ট্ৰীয় মহত্ত্বলৈ লক্ষ্য কৰি অনেক মানুহেই স্কুলত যঁতৰৰ কাম শিকোৱা ব্যৱস্থা থকাটো কামনা কৰিছে। এই নিমিত্তেই স্কুলত সূতাকটোৱাৰ অভ্যাস কৰোৱা হয়। কিন্তু যঁতৰৰ অভ্যাস নিয়ম মতে হোৱা উচিত। নিৰ্দ্ধাৰিত সময়ত যেনেকৈ পাৰ তেনেকৈ বহি সূতা কাটিলেই

নহয়। কৰ্ম্ম যদি বিধিমতে সম্পন্ন কৰা হয়, তেতিয়াহে সি কামত আহে, নহলে তাৰ একো ফল পোৱা নেযায়। কৰ্ম্মৰ বিচিত্ৰতাপূৰ্ণ গতি এনেকুৱাই। স্থূলত যতঁৰৰ অভ্যাস শিক্ষাৰ দৃষ্টিত হব লাগে। সেই অভ্যাসত তলত দিয়া মুখ্য কথা কেইটা থকা উচিত।

(১) শিল্পৰ জ্ঞান :— অৰ্থাৎ কপাহৰ গুটি গুচুৱা, ধুনা, পাঁজি বটা, আৰু কটা। এই আটাইকেইটা বিষয়ত যিমান পাৰি বেছি গতিত ভালকৈ কাম চলাব পৰা হব লাগে। (এই চাৰিওটা কথাৰ সমাবেশ সূতাকাটোতে কৰিব লাগে।)

(২) কলাৰ জ্ঞান :—অতি বেছি মিহি সূতা-কটা, এখন-এখন হাতেৰে সূতাকটা, পোন (তলগুজীয়া নোহোৱা) শলাত সূতাকটা, আইঁবোৰ সমান্তৰাল হোৱাকৈ ধুনা, পাঁজি বাটিলৈ সূতাকটা আদিৰ জ্ঞান থাকিব লাগে।

(৩) উপাঙ্গৰ জ্ঞান :—আইঁ, ধনু, যতঁৰ, শলা, আদি ঠিক কৰিবৰ কাৰণে আৱশ্যকীয় মিস্ত্ৰী আৰু কমাৰ আদিৰ জ্ঞানো পাব লাগে।

(৪) যন্ত্ৰ-শাস্ত্ৰৰ জ্ঞান :—আইঁ, ধনু, আৰু যতঁৰৰ দোষ আদি ধৰিবৰ কাৰণে যন্ত্ৰ-শাস্ত্ৰ সম্বন্ধীয় জ্ঞান থাকিব লাগে। ঘৰ্ষণৰ অৰ্থ কি? তাক কেনেকৈ নিবাৰণ কৰিব পাৰি, চক্ৰ আৰু শলাৰ সম্বন্ধ কি? শলা কিয় কঁপে বা লৰে আদিৰ বিষয়ে জানিব লাগে।

(৫) যতঁৰৰ অৰ্থ-শাস্ত্ৰীয় জ্ঞান :—গাওঁ সংগঠন (গ্ৰাম-ৰচনা) সম্পত্তিৰ বিভাজন, নিবনুৱাৰ সমস্যা, বিদেশী বস্ত্ৰৰ বহিষ্কাৰ, কপাহৰ জগতত ভাৰতৰ স্থান, স্বাৱলম্বন, স্বৰাজ আদি অনেক দৃষ্টিৰে সূতা কটাৰ অনুসন্ধান সম্বন্ধীয় জ্ঞান পাব লাগে।

(৬) সূতা কটা ইতিহাসৰ জ্ঞান :—সূতা কটা কলাৰ উদগম আৰু বিকাশ কেনেকৈ হ'ল, ভাৰতত এই কলাটো কেনেকৈ লুপ্ত প্ৰায় হৈছিল আদি।

(৭) ধৰ্ম্ম-দৃষ্টিৰে জ্ঞান :—হিন্দু, বৌদ্ধ, মুছলমান, খৃষ্টিয়ান আদি ধৰ্ম্মৰ সূতা কটা সম্বন্ধীয় বৃত্তি, স্বদেশী ধৰ্ম্ম, অবিৰোধময় জীৱন, সৰলতা দ'ৰিদ্ৰৰ কাৰণে আস্থা, শ্ৰমৰ সমৰ্থন, অস্পৃশ্যতা-নিবাৰণ, তিৰোতাৰ মৰ্য্যাদা বা আত্ম-সম্মান আদি।

এই আটাইকেউটাৰ বিষয়ে সম্পূৰ্ণ জ্ঞান থাকিব লাগে। সূতা কটা উদ্যোগটো এফালে খেতিৰ লগত আৰু আনফালে বয়নবিদ্যাৰ লগত সম্বন্ধ আছে। এই কাৰণে সূতা কটা সম্বন্ধীয় জ্ঞানৰ লগতে খেতি ( কপাহ উৎপাদন আদি ) আৰু বয়ন বিদ্যাৰ সাধাৰণ জ্ঞানৰো অভ্যাস পাব লাগে।

—'মধুকৰ'ৰ পৰা।

## *গাওঁ আৰু নগৰৰ শিক্ষা* : ৫৩ :

আজি কালি শিক্ষাৰ বিষয়ত যথেষ্ট মন্থন চলিব লাগিছে। ভাবুক সকল চিন্তাত পৰিছে, কিন্তু কথা তেনেই সহজ। আমাৰ বহুতো বাইজ গাৱঁত থাকে। সেই কাৰণে সৰ্ব্বসাধাৰণৰ শিক্ষা গাৱঁলীয়া পদ্ধতিৰ হব লাগে, তেতিয়াহে গাৱঁৰ উন্নতি হব। যি সকল নগৰত থাকে, তেওঁলোকৰ দৃষ্টিও গাওঁ অভিমুখী হোৱা উচিত। তেওঁলোকৰ আৰু গাৱঁৰ মাজত যাতে ভাল সহযোগ থাকে তেনেধৰণৰ শিক্ষাহে নগৰবাসীয়ে পাব লাগে। এয়েই নহৈ যদি নগৰবাসীৰ শিক্ষা একধৰণৰে চলে আৰু গাওঁবাসীৰ শিক্ষাও অন্য ধৰণৰে চলে তেন্তে উভয়ৰে ভিতৰত বিৰোধ ভাবৰ সৃষ্টি হব। এই বিৰোধেই দেশৰ কাৰণে অমঙ্গল সূচক।

### দুয়োটাত সমতা

এনেকৈ চালে নগৰীয়া জীৱনেই হওক বা গাৱঁলীয়া জীৱনেই হওক, সকলোৰে জীৱনৰ বেছিভাগ অংশই সমপৰ্য্যায়ৰ। পঞ্চ-ভূতৰ প্ৰভাৱ গাৱঁলীয়াৰ ওপৰত যেনেকৈ পৰিব, নগৰীয়াৰ

ওপৰতো ঠিক তেনেকৈয়ে পৰিব। তাত কোনো পাৰ্থক্যতা নাই। নিৰ্ম্মল বায়ুৰ আৱশ্যকতা নগৰবাসী আৰু গাওঁবাসী উভয়ৰে সমানে আছে, আৰু থকা উচিতো। সৃষ্টিৰ লগত সম্পৰ্ক ৰখাটো দুয়োটাৰ কাৰণেই লাভ দায়ক। নগৰবাসীৰ কাৰণে যদিও এই কথাটো অলপ কঠিন তথাপি ব্যৱস্থা নগৰবাসীৰ কাৰণেও হোৱা উচিত। আৰোগ্যশাস্ত্ৰৰ আৱশ্যকতাও উভয়ৰে সমান আছে। অৱশ্যে এইটো ঠিক যে আৰোগ্যৰ দৃষ্টিৰে নগৰবাসীৰ কাৰণে অলপ বেলেগ ধৰণৰ ব্যৱস্থা কৰিব লাগিব আৰু গাৱঁলীয়াৰ কাৰণেও সেই অনুক্ৰমেই বেলেগ হব লাগিব। কিন্তু আৰোগ্যৰ প্ৰয়োজনীয়তা দুয়োটাৰ কাৰণে সমান হব। পৰস্পৰ সহযোগ, প্ৰেম, ত্যাগ-ভাৱনা ইত্যাদি যি ধৰ্ম্ম-বিচাৰ আছে, সেইবোৰো দুয়োটাতে সমানে খাটিব। প্ৰভেদ মাত্ৰ এইখিনিয়েই থাকিব যে গাৱঁত জীৱনৰ মৌলিক বস্তু তৈয়াৰ হব। এই কাৰণে গাৱঁলীয়া সবাৰ শিক্ষা অতি সহজতে হব আৰু নগৰত মৌলিক বস্তু তৈয়াৰ নহব, গৌণ বস্তুহে তৈয়াৰ হব। এই নিমিত্তে তাৰ শিক্ষাই এইবিলাক বস্তুৰ ওপৰত নিৰ্ভৰ কৰি চলিব লাগিব, তেতিয়া সেই শিক্ষাতৈ কিছু গৌণতা আহি যাবই। নগৰীয়া শিক্ষাত যি গৌণতা থাকিব সি জীৱনৰ লগত জড়িত থকা বাবে তাক সহজতে গুচাব পৰা নহব। অৱশ্যে যেতিয়া নগৰবোৰক গাৱঁৰ ৰূপ দিব পৰা যাব তেতিয়া সি আপোনা-আপুনি নাইকিয়া হব।

নগৰৰ শিক্ষাত অলপ নহয় অলপ গৌণতা থাকি যাবই, এইটো আমিও মানো। কিন্তু যদি তাত দুটা কথা থাকে তেন্তে সেই গৌণতাও পূৰা হব। প্ৰথমটো হৈছে তেওঁলোক গাওঁ মুৱা হব লাগে আৰু দ্বিতীয়টো হৈছে পৰদেশৰ খবৰ-খাবাৰ তেওঁ-লোকে যথেষ্ট পৰিমাণে ৰাখিব। বিদেশী ভাষাৰ লগত নগৰীয়া মানুহৰ পৰিচয় থাকিব আৰু সেই সেই ভাষাত যি যি নতুন কথা পোৱা যাব তাক তেওঁলোকে নিজৰ ভাষাতৈ আনি সাহিত্যৰ

উজ্বাল চহকী কৰি তুলিব। তেওঁলোকৰ দৃষ্টি যদি গাৱঁৰ অভিমুখী হয় তেন্তে গাওঁবাসীৰ সেৱা কৰাটো তেওঁলোকে নিজৰ ধৰ্ম্ম বুলি ভাবিব। এই কাৰণে মই এটা সূত্ৰ তৈয়াৰ কৰিছিলো যে গাৱঁলীয়া হব সৃষ্টি-পূজক বা পৰমেশ্বৰ-সেৱক আৰু নগৰীয়া হব গ্ৰাম-সেৱক। এযেই যদি হৈ উঠে তেন্তে দুয়ো ঠাইৰ উন্নতি মূলক কামত উভয়ে উভয়ৰ সহায়ক হব।

## প্ৰতি গাৱঁতে বিদ্যাপীঠ

মোৰ কল্পনাৰ মতে প্ৰত্যেক গাৱঁতে সম্পূৰ্ণ শিক্ষাৰ ব্যৱস্থা থাকিব লাগে। আমি যাক ইউনিভাৰ্চিটী বা বিদ্যাপীঠ বোলো, সি প্ৰতি গাৱঁতে থকা উচিত। কিয়নো গাঁওঁখন লাগে যিমানেই সৰু নহক তথাপি সি গোটেই পৃথিৱীৰ প্ৰতিনিধি আৰু সমগ্ৰ পৃথিৱীৰ অতি ক্ষুদ্ৰ আকাৰৰ হলেও সি বিৰাজমান হৈ আছে। এই কাৰণে পুৰা শিক্ষা তাৰ মানুহে পাব লাগে। প্ৰত্যেক গাৱঁৰ সৃষ্টিৰ লগত মানুহৰ প্ৰত্যক্ষ সম্বন্ধ আছে। এই কাৰণে সকলো প্ৰকাৰৰ সৃষ্টি-বিজ্ঞান তাত পাব পাৰি। অসংখ্য প্ৰাণী, পশু-পক্ষী ইত্যাদিৰ লগত তাৰ সম্বন্ধ আছে। এই গতিকে মানুহৰ কাৰণে প্ৰাণী-শাস্ত্ৰৰ যি পূৰক জ্ঞানৰ আৱশ্যক তাক তাত অনায়াসে পাব পাৰি। তাত খেতি-পথাৰ হব, কাপোৰ তৈয়াৰ হব, বাট-পথুলি হব আৰু নানা তৰহৰ গ্ৰামোদ্যোগী কামো চলিব। এই কাৰণে সেই সকলোবোৰ বস্তুৰ জৰিয়তে আৰু সেই বস্তুবোৰৰ কাৰণে এনেকুৱা জ্ঞানৰ আৱশ্যক হব। সেই গোটেই জ্ঞান গাৱঁতে পাব লাগে আৰু পাব পাৰিও। প্ৰাচীন কালৰে পৰা মানৱসমাজখন বস্তি আছিছে গাৱঁতেই, এই কাৰণেই তাৰ বুৰঞ্জীও সজীৱ হৈ আছে আৰু সমাজ-বিজ্ঞানো সজীৱ হৈ আছে। গাৱঁত ইজনে সিজনৰ বেছি ওচৰ সম্পৰ্কত থাকে। নগৰত যিমান আছে গাৱঁত তাত কৈ বহুগুণে

বেছি আছে। এই কাৰণে তাত নীতি-শাস্ত্ৰ আৰু ধৰ্ম্ম-শাস্ত্ৰ যথেষ্ট বিকশিত হব পাৰে। আত্মাৰ ব্যাপকতা, এজনে আনজনৰ লগত সহযোগ কৰাৰ বৃত্তি, সত্যনিষ্ঠা আদি যি নীতি-ধৰ্ম্ম আছে, সেইবিলাক গাৱঁত ভালদৰে প্ৰকাশ পায়েই আছে। গ্ৰহ, নক্ষত্ৰ, তৰা ইত্যাদিক আকাশত দেখা যায়, কিন্তু নগৰত তাৰ পোহৰ ভালদৰে নপৰে হব পাই। এই নিমিত্তে গাৱঁত কাব্য-সাহিত্যৰ বিকাশ যিমান হব পাৰে; নগৰত কিজানি সিমান হব নোৱাৰে।

## সজ্জনসকলে গ্ৰাম-নিষ্ঠাবঢ়াওক

আমি আজি-কালিৰ নগৰত ব্যাস আৰু বাল্মীকি ঋষিৰ কল্পনাই কৰিব নোৱাৰো, তেওঁলোকৰ কল্পনা গাৱঁত বা গাৱঁৰ ওচৰে-পাঁজৰে হে কৰিব পাৰি। বীৰপুৰুষ, জ্ঞানী-পুৰুষ আৰু হাবিৰ বনৰীয়া জন্তুৰ লগত যুঁজিব পৰা লোক আদিৰ জন্মও গাৱঁতেই হে হয়। এই কাৰণে পৰাক্ৰমী পুৰুষসকলৰ সেৱা গাৱঁৰ পৰাই পাই থাকে। দেশবোৰে সৈন্য-সামন্ত আদিও গাৱঁৰ পৰাই হে পাই আহিছে। ইমানখিনি লৈকে হয় যেতিয়া গাৱঁত শিক্ষা দিবৰ কাৰণে যিবোৰ সাজ-সঁজুলিৰ আৱশ্যক তাক আমি গাৱঁতেই কিয় কৰিব নোৱাৰোঁ? ইয়াৰ উত্তৰ স্বৰূপে কবলৈ গ'লে, গাৱঁলীয়া বস্তুবোৰৰ পৰাই কিছুমান সাজ-সঁজুলি আমি গাৱঁতেই তৈয়াৰ কৰি নিশ্চয় লব পাৰোঁ। বৰ-বেছি সৰঞ্জামৰ আৱশ্যক নহব; মাত্ৰ নিৰীক্ষণ আৰু গবেষণাৰহে বেছি প্ৰয়োজন হব। ইয়াৰ কাৰণে কেতিয়াবা কেতিয়াবা গাৱঁৰ ল'ৰাবোৰে নগৰৰ ইউনিভাৰ্চিটীলৈ গৈ কিবাকিৰি চাই লবলৈ সুবিধা পাব লাগিব। সেইদৰেই নগৰৰ মানুহো গাৱঁলৈ গৈ কিবা শিকি-বুজি লবলৈ সুবিধা পাব। মোৰ বোধেৰে এই সকলোবোৰ কাম কৰিবলৈ হলে সজ্জন

আৰু বিদ্বানসকল প্ৰফুল্লমনেৰে গাৱঁত গৈ থাকিবলৈ লব লাগিব। সৎপুৰুষ সকলে গ্ৰাম-নিষ্ঠা বঢ়ালে যিমান খিনি কাম হব, সিমান কাম আন কোনো ৰীতিৰেই হব নোৱাৰিব। গাৱেঁ গাৱেঁ দুই-চাৰিজন ভাৱধাৰা অনুশীলন কৰা সজ্জন লোক থকাটোও ইউনিভাৰ্চিটীৰ কাৰণে অতি আৱশ্যকীয়। এই দৰেই যদি এুকো একোজন সৎপুৰুষ একো একোখন গাৱঁত থাকিবলৈ লয় তেন্তে সেই গাৱঁৰ কাৰণে শিক্ষাৰ ব্যৱস্থা কৰাটো একো টান নহব।

## সন্ন্যাসী-চলন্ত বিদ্যালয়

ইয়াৰ বাহিৰেও বেলেগ বেলেগ ধৰণৰ জ্ঞান, যি বিলাক হয়তো গাৱঁৰ কোনো ব্যক্তি কিম্বা গাৱঁৰ সজ্জন সকলেও পোৱা নাই বা পাব নোৱাৰে। তাৰো যাতে গাওঁবোৰে পায়, এনে ধৰণৰ এখন আঁচনি আমাৰ পূৰ্ব্বপুৰুষ সকলেও আগতে যুগুত কৰিছিল। সেই আঁচনিকে আমি এতিয়া চলাব লাগিব। ই হৈছে পৰিব্ৰাজক সন্ন্যাসীৰ আঁচনি। সন্ন্যাসী গাৱেঁ গাৱেঁ ঘূৰি ফুৰিব আৰু কেতিয়াবা কেতিয়াবা ২।৪ মাহ একে ঠাইতে থাকিবও; তেতিয়াহে গাৱঁৰ বাইজে তেওঁৰ পৰা কাম লব পাৰিব। তেওঁ গোটেই পৃথিৱীৰ আৰু আত্মাৰ জ্ঞান সকলোকে বিলাই ফুৰিব। সন্ন্যাসী মানে হৈছে "ৱাকিং ইউনিভাৰচিটি" বা চলন্ত মহাবিদ্যালয়। এই বিদ্যালয় প্ৰত্যেক গাৱঁলৈকে যাব। তেওঁ শিক্ষাৰ্থীসকলৰ ওচৰলৈ যাব আৰু বিনা মাচুলে শিক্ষা সকলোকে দিব। গাওঁবাসীয়ে তেওঁক সাত্বিক, স্বচ্ছ, নিৰ্ম্মল আহাৰ দিব, ইয়াৰ বাহিৰে তেওঁক একো বস্তুকে নেলাগিব। গাওঁবাসীয়ে তেওঁৰ পৰা যিমান বিচাৰে সিমান জ্ঞান লব পাৰিব। জ্ঞান লাভ কৰিবৰ কাৰণে যদি এটা ফুটা কড়ি বা পইচাও খৰচ কৰিব লগা হয়, তেন্তে তাতকৈ আৰু দুঃখৰ কথা একো হব

নোৱাৰে। যাৰ জ্ঞান থাকে তেওঁ সেই জ্ঞান আনক কেনেকৈ বিলাব পাৰে তাৰেইহে চিন্তাত থাকে। মাকৰ পিয়াহ খাবলৈ সন্তানে যিমান ইচ্ছা কৰে, সন্তানক পিয়াহ খুৱাবলৈ মাকৰো সিমান ইচ্ছাই থাকে, কিয়নো তেওঁৰ পিয়াহত ভগৱানে গাখীৰ ভৰাই থৈছে। কালিলৈ যদি মাকইতে কেচুৱাৰ পৰা মাছুল নোলোৱাকৈ গাখীৰ খুউৱাটো বন্ধ কৰি দিয়ে তেন্তে পৃথিৱীৰ অৱস্থা কি হ'ব?

## বানপ্ৰস্থী শিক্ষক

উচ্চ শিক্ষা লাভ কৰিবৰ কাৰণে নগৰৰ ইনিভাৰচিটীলৈ যাব লাগিব আৰু তাত তেৰশ-চৈধ্ৰশ টকা খৰচ নকৰিলে একোৱেই নহ'ব। এনেদৰে পইচা খৰচ কৰি যি জ্ঞান লাভ কৰা হ'ব সি জ্ঞানেই নহয়। পইচা দি কিনা জ্ঞান অজ্ঞানহে হ'ব। প্ৰেম আৰু সেৱা দি হে জ্ঞান লাভ কৰিব পৰা যায়। ধন ভাঙি জ্ঞান আৰ্জিব নোৱাৰি। এই কাৰণে যি সকল জ্ঞানীপুৰুষ গাৱেঁ গাৱেঁ ঘূৰি ফুৰে আৰু তেওঁলোক যিখন গাৱঁলৈ যায়, সেই গাৱঁৰ মানুহবিলাকে তেওঁলোকক মৰমতে ২।৩ দিন ৰাখি ভক্তি কৰিব আৰু তেওঁলোকৰ গাত যিখিনি গুণ আছে তাক তেওঁলোকে গ্ৰহণ কৰিব। এইখন আঁচনিয়েই ভাল হ'ব। নৈয়ে যেনেকৈ মানুহৰ সেৱাৰ কাৰণে নিজেই গাৱেঁ গাৱেঁ বৈ গৈ থাকে আৰু গাই-গৰুৱে যেনেকৈ বন-জঙ্ঘলত ঘাঁহ-পানী খাই-বৈ নিজৰ ওহাৰত গাখীৰ জমা হ'লে পোৱালিক খুৱাবলৈ ঢপলিয়াই আহে, সেইদৰেই জ্ঞানীপুৰুষেও জ্ঞান লৈ গাৱেঁ গাৱেঁ ভ্ৰমি ফুৰিব। এই পৰিব্ৰাজকৰ অনুষ্ঠানটো পুনৰ চলিব লাগে। এইদৰে প্ৰত্যেক গাঁৱতে ইউনিভাৰচিটী হ'ব পাৰে আৰু পৃথিৱীৰ জ্ঞান প্ৰতিখন গাৱঁলৈকে যাব পাৰে। বান প্ৰস্থাশ্ৰম

অনুষ্ঠান পুনৰ শক্তিশালী কৰি গঢ়ি তুলিব লাগিব। ইয়াকে কৰিলে গাৱঁত স্থিৰ-শিক্ষক পোৱা যাব আৰু এওঁলোকৰ ওপৰত যেছি খৰচ কৰিবৰো আৱশ্যক নহ'ব। প্ৰত্যেক গৃহস্থৰ ঘৰেই স্কুল হ'ব আৰু তেওঁলোকৰ খেতি-পথাৰেই প্ৰয়োগ-শালা হ'ব। প্ৰত্যেক বান প্ৰস্থীয়েই শিক্ষক আৰু প্ৰত্যেক পৰিব্ৰাজক সন্ন্যাসীয়েই 'ইউনিভাৰ্চিটী' হ'ব। শিকিব খোজা আজিৰ ল'ৰা-ছোৱালীয়েই ছাত্ৰ হ'ব। গাৱেঁ গাৱেঁ এনেকুৱা মানুহ বহুতো ওলাব যি ২।১ ঘণ্টা শিকিব আৰু বাকী সময় নিজৰ নিজৰ কাম-বনত দিব। এইদৰেই আমাৰ হাতত চাৰিখন আশ্ৰমৰ যি আঁচনি আছে সেই সম্পূৰ্ণ আঁচনি লৰাকালৰে পৰা আৰম্ভ কৰি মৰণ পৰ্য্যন্ত চলিব পৰা শিক্ষাৰ আঁচনি বুলি আমি ভাবোঁ।

## সৰ্ব্বোদয়ৰ দৃষ্টি

সৰ্ব্বোদয়ৰ দৃষ্টি গোটেই গাৱেঁই নিজৰ সমগ্ৰ জীৱনৰ সমস্যা, নিজৰ বাউসীৰ বলেৰেই সমাধান কৰিব পাৰিব লাগে। এই কাৰণে গাৱঁৰ সমুদায় সম্পত্তি কোনো এক ব্যক্তি বিশেষৰ নহৈ গাৱঁৰ হ'ব লাগে। তেতিয়া হলে গাৱঁৰ সকলো ল'ৰা-ছোৱালীৰ কাৰণে সমান শিক্ষাৰ আঁচনি তৈয়াৰ হ'ব পাৰিব। প্ৰত্যেককে সমান ভাবে পুষ্টিকৰ আৰু সাত্বিক আহাৰ যদি আমি দিব নোৱাৰোঁ, তেন্তে সমান ভাবে শিক্ষা নো আমি কেনেকৈ দিম? সুদামা দুখীয়া ব্ৰাহ্মণৰ ল'ৰা আছিল আৰু শ্ৰীকৃষ্ণ ৰজাৰ ল'ৰা আছিল। দুয়ো গুৰু গৃহলৈ গৈছিল। দুয়ো সমান আহাৰ আৰু সমান পৰিশ্ৰমৰ কাম পাইছিল। দুয়োকে সমান শিক্ষা দিয়া হৈছিল। আমি যদি কোনো এখন গাৱঁত স্কুল খোলো তেন্তে তাৰ ল'ৰা বোৰৰ ভিতৰত কিছুমান হয়তো ইমান দুখীয়া ওলাব যে

সিহঁতে ফটা ছিটা কাপোৰ পিন্ধিয়েই স্কুললৈ আহিব লগা হৈছে আৰু কিছুমানে হয়তো ভাল কাপোৰ পিন্ধিয়েই আহিছে, কিছুমানে পুৰা খাবলৈকে পোৱা নাই আৰু কিছুমানে বহি বহি খাই এলেহুৱা হৈ পৰিছে; তেনেকুৱা হলে আমাৰ স্কুল চলিব কেনেকৈ? এই কাৰণে সকলোৰে শিক্ষা যদি আমি ঠিক মতে চলিব লাগে বুলি ভাবোঁ, তেন্তে তাৰ কাৰণে গাৱঁৰ জীৱন, এটা পৰিয়ালৰ নিচিনা হব লাগে, আৰু গাৱঁৰ সমুদায় সম্পত্তি, বুদ্ধি তথা শক্তি সকলোৰে কামত আহিব লাগে।

যাক আমি আজি নঈ তালিম বুলিছো সি অহিংসাৰ আঁৰত লুকাই আছে। তাৰ প্ৰকাশ, ভূদান আৰু গ্ৰামোদ্যোগৰ জৰিয়তেহে হব। মই ভগৱানক প্ৰাৰ্থনা জনাওঁ যেন তেওঁ এনেকুৱা প্ৰেম, জ্ঞান আৰু বাৎসল্যভাৱে পৰিপূৰ্ণ গুৰু আমাৰ ভাৰতৰ প্ৰতিখন গাৱঁলৈকে পঠায় দিয়ে।

অঙ্গুৰেশ্বৰ ( উড়িষ্যা )
৬ মাৰ্চ্চ, ১৯৫৫

## *নঈ তালিমৰ দ্বাৰাই নতুন সমাজ* : ৫৪ :

মই নঈ তালিমৰ পৰা যিমানখিনিৰ আশা কৰিছিলো, সিমানখিনি পূৰা হোৱা নাই। এই কাৰণে শিক্ষক আৰু ছাত্ৰৰ মাজোতো কিছু অসন্তোষে দেখা দিছে। আবাডীত কংগ্ৰেছে নঈ তালিমৰ বিষয়ে প্ৰস্তাৱ গ্ৰহণ কৰিছে। স্বয়ং পণ্ডিত নেহৰুৱেই সেই প্ৰস্তাৱটো দাঙি ধৰিছিল। ১০ বছৰৰ পিচত নঈ তালিমেই চৰকাৰী শিক্ষা হব বুলি তাত কোৱা হৈছে। এই কাৰণে আজিকালি নঈ তালিমৰ যিবোৰ স্কুল চলিছে সি আহি স্বৰূপ হব লাগে। তেতিয়াহে তাৰ পৰা

আমি যি আশা কৰিছো সি পূৰা হব আৰু ভাৰতবাসীয়ে তাক অনুসৰণ কৰিব। নহলে মুখেৰে কোৱা হব এটা, চলিব অন্য এটা। আজি "বেচিক স্কুল"বিলাক এনেধৰণেৰে চলিছে যে তাক নৰসিংহ অৱতাৰ বুলি নকৈ নোৱাৰি। সি পূৰা মানুহো নহয় আৰু পূৰা পশুও নহয়। এই নিমিত্তে কিছুমান আদৰ্শৰ স্কুল চলোৱাটো আমাৰ কৰ্ত্তব্য হৈ পৰিছে। ইয়াৰ মানে কি, তাৰ বিষয়ে পৰিষ্কাৰ কৈ জানি লোৱাটো উচিত হব।

## দূষিত কল্পনা

বহুতেই ভাবে যে ল'ৰা-ছোৱালীক অলপ হাতৰ কাম আৰু অলপ সূতা কাটিবলৈ শিকালেই নঈ তালিম হৈ পৰিল। কিছুমানে ভাবে জ্ঞানৰ ফালে বেচি মনোযোগ নিদিলেই নঈ তালিম হব আৰু কিছুমানে আকৌ ভাবে কামৰ লগত অলপ জ্ঞান মিলাই দিলেই নঈ তালিম হৈ পৰিব। পিচত তাৰ সংযোগ সহজ সাধাৰূপে হৈছেনে নাই তাক চাবৰ আৱশ্যক নকৰে। এই তিনিওটা কল্পনাই দোষপূৰ্ণ।

## উদ্যোগত প্ৰবীনতা

নঈ তালিমৰ ছাত্ৰবোৰক অলপ হাতৰ কাম দিলেই কাম নচলে। নই তালিমৰ লৰাবোৰ হাতৰ কামত ইমান নিপুণ হব যে পানীত যেনেকৈ মাছে সাতোঁৰে সিহঁতেও তেনেকৈয়ে কাম কৰিবলৈ ধৰিব। আমাৰ ল'ৰাবোৰে চাৰি ঘণ্টা হাতৰ কাম কৰি পেটৰ ভাত মোকোলবলৈ সাহ কৰি ওলাব লাগিব। নমুনা স্বৰূপে অলপমান সূতা কাটিব আৰু তাঁত বব পাৰিলেই কাম নচলিব। কোনো লোকে হয়তো কব পাৰিব যে আমি স্কুলত পঢ়ামহে, উদ্যোগত নো নিপুণ হবৰ কি প্ৰয়োজন! মাকে সৰু ল'ৰা-ছোৱালীক আহাৰ কেনেকৈ খায় তাক শিকায়, যেতিয়া

সিহঁতে শিকি অতাঁই তেতিয়া সিহঁতক এইদৰে কোৱা নহয় যে খোৱাৰ কলা শিকি অতালিহঁক। তেতিয়া আৰু খাবৰ আৱশ্যক নকৰে। খোৱাৰ জ্ঞান হ'লেই কাম পূৰা নহয়। মানুহে সদায় আহাৰ খাবলৈ পাব লাগে। যেনেকৈ আহাৰ খোৱাটো মানুহৰ নিত্য-নৈমিত্তিক কৰ্ম্ম, সেই দৰেই নঈ তালিমৰ শিক্ষক আৰু ল'ৰাবিলাকেও নিতৌ চাৰি ঘণ্টাকৈ কায়িক শ্ৰম কৰা অতি প্ৰয়োজন। তেওঁলোক উদ্যোগত ইমান পাকৈত হব লাগে, যাতে গাৱঁৰ মিস্ত্ৰী, খেতিয়ক আদি তেওঁলোকৰ ওচৰত আহি শিকিব পাৰে। সাজ সৰঞ্জাম শুধৰণী কৰিব পৰা কলাও তেওঁলোকে জানিব লাগে। তেওঁলোকৰ গাত খেতিৰ আচাৰ্য্য হোৱাৰ যোগ্যতা থাকিব লাগে। আজি গ্ৰামোদ্যোগ লোপ পাইছে, এই কাৰণে নঈ তালিমৰ জৰিয়তে তাৰ পুনৰ সংস্থাপন কৰিব পাৰিব লাগে।

## পূৰা জ্ঞান আৱশ্যক

নঈতালিমত কিতাপৰ মহত্ত্ব নাই বুলিয়েই জ্ঞানক উপেক্ষা কৰা হোৱা নাই। সাধাৰণতে ধৰি লোৱা যায় যে ইয়াত সহজতে যিমান জ্ঞান পোৱা যায় সিমানেইহে। কিন্তু এই ধাৰণা ভুল। নঈ তালিমত জীৱনৰ সকলোবোৰ মৌলিক বস্তুৰ সম্পূৰ্ণ জ্ঞান হোৱা উচিত। সুদীৰ্ঘ বিৰাট বিৰাট ইতিহাস আৰু অকামিলা ৰজা সকলৰ নামাৱলী মনত ৰাখিবৰ কোনো আৱশ্যক নকৰে। তাৰ দ্বাৰাই ছাত্ৰৰ মূৰত অনাহকত বোজা দিয়াহে হয়। কিন্তু যিবিলাক জীৱনৰ মৌলিক বিচাৰ, যাৰ দ্বাৰাই আমাৰ জীৱন বিকশিত হব পাৰে ; তাৰ জ্ঞান নিশ্চয় থাকিব লাগে। তত্ত্ব-জ্ঞান ধৰ্ম্ম-বিচাৰ, নীতি-বিচাৰ আদিৰ বিষয়ে জনা অতি প্ৰয়োজন। আমাৰ সমাজ আৰু আনৰ সমাজতনো কি কি বিশেষত্ব আছে, এই বিষয়ৰো জ্ঞান থকা উচিত। বিজ্ঞানৰ মূল-ভূত বিচাৰ

ল'ৰাবোৰে জানিব লাগে। আৰোগ্য-বিজ্ঞান, আহাৰ-বিজ্ঞান স্বচ্ছতা, ৰন্ধন-বিজ্ঞান আদি বিষয়ৰ সৰ্ব্বোত্তম জ্ঞান তেওঁলোকৰ থাকিব লাগে। এই নিচিনাকৈ নঙ্গৈ তালিমত কোনো জ্ঞানৰেই অভাব থাকিব নেলাগে। ভাষাৰো উত্তম জ্ঞান থকা উচিত। নিজৰ চিন্তাধাৰা ঠিক মতে প্ৰকাশ কৰাৰ কলাতো তেওঁলোক সিদ্ধ হস্ত হব লাগে। আখৰ সুন্দৰ হব লাগে, সাহিত্যৰ জ্ঞানো থাকিব লাগে। এই দৰেই আমাৰ শিক্ষাত জ্ঞানৰ অভাব নহব। কিন্তু অকামিলা জ্ঞানৰ হলে স্থান ইয়াত মুঠেই নেথাকিব।

আজিকালি বিশ্ববিদ্যালয় বিলাকত ছাত্ৰৰ মূৰৰ ওপৰত অনাহকত অকামিলা জ্ঞানৰ বোজা জাপি দিয়া হয় আৰু কয় যে শতকৰা ৩৩ নম্বৰ পালেই 'পাছ' হব। ইয়াৰ মানে শতকৰা ৬৭টা পাহৰাৰ সুবিধা ৰখা হৈছে। বাস্তৱিক জ্ঞানৰ শতকৰা এশটাই মনত থকা উচিত। যি ৰান্ধনিয়ে শতকৰা ৮০টাহে ভাল ৰুটি তৈয়াৰ কৰিব জানে তেওঁক কোনে চাকৰি দিব। সেইদৰেই জ্ঞানতো কেচেলুৱা হৈ থাকিব নেলাগে। জ্ঞান থাকিলে ১৬ অনাই পূৰ হৈ থাকিব লাগে, নেথাকিলে মুঠেই থাকিব নেলাগে। মানুহৰ জানো শতকৰা ৮০ ভাগ জীয়া আৰু ২০ ভাগ মৰা থাকে? যদি তেওঁ জীয়াই আছে তেন্তে সম্পূৰ্ণ ভাবে জীয়াই আছে আৰু যদি মৰিছে তেন্তে সম্পূৰ্ণ ভাবেই মৰিছে। শতকৰা বোলা কথাটো অন্ততঃ জ্ঞানৰ ক্ষেত্ৰত থাকিব নোৱাৰে। জ্ঞান পূৰা হব লাগে আৰু নিশ্চিত হব লাগে, সন্দেহ যুক্ত কেতিয়াও হ'ব নেলাগে। কিন্তু আমাৰ বিশ্ববিদ্যালয় বিলাকে শতকৰা ৬৭ টা পাহৰাৰ সুযোগ ৰাখিছে; কিয়নো বিশ্ববিদ্যালয় বিলাকেও এইটো জানে যে বিশ্ববিদ্যালয় বিলাকে ল'ৰাবোৰক অকামিলা জ্ঞান দিছে। নঙ্গৈতালিমত এনেকৈ পাহৰাৰ সুযোগ নেথাকিব। যি বিলাক বিষয় শিকোৱা হব সেই সকলোবোৰ মনত ৰাখিব লগীয়া বিষয়েই হব আৰু ছাত্ৰসকলেও তাক মনত

ৰাখিব ; কিয়নো সেই জ্ঞান জীৱনৰ কামত আহিব। বাস্তৱিকতে যি প্ৰকৃত বিদ্যা তাক মানুহে নেপাহৰে আৰু যাক পাহৰে সি প্ৰকৃত বিদ্যাই নহয়। এইদৰেই নঈ তালিমতো আমি এনেকুৱা বিদ্যাহে শিকাম যাক কোনেও কেতিয়াও পাহৰিব নোৱাৰে। নঈতালিম-মহাজ্ঞানীলোক ওলাব লাগে।

## জ্ঞান আৰু কৰ্ম্মৰ সমবায়

এতিয়া জ্ঞান আৰু কামৰ ভিতৰত সম্বন্ধ ঘটোৱাৰ কথাকে লোৱা যাওক। আমি ইয়াৰ কাৰণে 'সমবায়' নামৰ শব্দটো সৃষ্টি কৰিছোঁ। যেনেকৈ মাটি আৰু কলহ, এই দুয়োটাৰ ভিতৰত ইটোৰ লগত সিটো ইমান ওতঃপ্ৰোত ভাবে জড়িত থাকে যে তাক পৃথক বুলি কোৱাই টান আৰু সি অদ্বৈতও নহয়। এইদৰেই য'ত দ্বৈত আৰু অদ্বৈতৰ নিৰ্ণয় কৰিব নোৱাৰি তেনে সম্বন্ধকে 'সমবায়' বোলে। যি শিক্ষা-পদ্ধতিত জ্ঞান আৰু উদ্যোগৰ সমবায় হব আৰু য'ত জ্ঞানকে দিয়া হৈছেনে কাম বা উদ্যোগকে কৰা হৈছে, তাৰ গম্ ধৰিব পৰা নেযাব সেয়েই আমাৰ পদ্ধতি হব। জ্ঞান আৰু কৰ্ম্মক পৃথক কৰা নহব। জ্ঞানৰ প্ৰক্ৰিয়া চলে যদি কৰ্ম্মৰ প্ৰক্ৰিয়াও চলিব আৰু কৰ্ম্মৰ প্ৰক্ৰিয়া চলে যদি জ্ঞানৰো প্ৰক্ৰিয়া চলিব। কৰ্ম্ম আৰু জ্ঞান ইটোৰ লগত সিটো ইমান ওতঃপ্ৰোত হৈ থাকিব যে তাৰ লগত সম্বন্ধ ঘটাবলৈ কোনো চেষ্টাকে কৰিবৰ আৱশ্যক নহব। বাহিৰৰ পৰা জ্ঞান লোৱাৰ কথা তাত নেথাকিব। উদ্যোগৰ জৰিয়তে জ্ঞানৰ বিকাশ আৰু জ্ঞানৰ জৰিয়তে উদ্যোগৰ বিকাশ কৰা হব। এয়েই আমাৰ পদ্ধতি। জ্ঞান আৰু কৰ্ম্মক দুয়ুৰি মাৰি যি পদ্ধতি তৈয়াৰ কৰা হব, সি আমাৰ পদ্ধতি নহব। আমাৰ পদ্ধতিত জ্ঞান আৰু কৰ্ম্ম, ইটোৰ লগত সিটো ওতঃপ্ৰোত হৈ থাকিব।

## নতুন সমাজ গঠনেই লক্ষ্য

নঈতালিমৰ সম্পৰ্কে যাৰ ভুল ধাৰণা আছিল, তাৰ বিষয়ে মই এতিয়া কলো। এতিয়া আৰু এটা গুৰুত্বপূৰ্ণ কথা ক'ম। আজিৰ সমাজ-ব্যৱস্থা, অটুটে ৰাখি নঈতালিম দিব নোৱাৰি। বৰ্ত্তমানৰ সমাজ-ব্যৱস্থাৰ লগত নঈতালিমৰ সম্পূৰ্ণ বিৰোধ আছে। কোনোবাই যদি কয় যে নঈতালিম শিক্ষাৰে এটা প্ৰকাৰ; উদ্যোগৰ জৰিয়তে শিক্ষা দিয়া এটা পদ্ধতি, তেন্তে মহা ভুল কৰা হব।

নঈ তালিমে নতুন সমাজহে গঠন কৰিব। আজিৰ সমাজৰ গাঁথনিতেই যদি নঈ তালিমক চলাবলৈ চোৱা যায় আৰু শিক্ষকৰ দৰ্মহা কম-বেছি কৰা হয়, ডিগ্ৰী চাই দৰ্মহা দিয়াৰ ব্যৱস্থা কৰে তেন্তে এইবোৰ তাত নচলিব। যদি নঈ তালিমতে শিক্ষকৰ দৰ্মহাত তাৰতম্য থাকে তেন্তে গোটেই 'ষ্টেট'ত কেনেকৈ পৰিবৰ্ত্তন হব? আজি 'ষ্টেট্' বোৰত যিবিলাক যন্ত্ৰ তৈয়াৰ হৈছে, তাত যোগ্যতা অনুসৰিহে দৰ্মহা দিয়া যায়। ফলত শ্ৰেণীৰ সৃষ্টি হৈছে। নঈ তালিমে ইয়াক ম'ৰমূৰ কৰি পেলাব। তাৰ লগত যদি নঈ তালিমৰ বিৰোধ নহয় আৰু নঈ তালিমে যদি তাক নিৰ্ম্মূল কৰিব নোৱাৰে তেন্তে সি নঈ তালিমেই নহয়। নঈ তালিমত কায়িক শ্ৰম আৰু মানসিক শ্ৰমৰ নৈতিক আৰু আৰ্থিক যোগ্যতা সমান বুলি ধৰা হব। ইয়াৰ মানে আজিৰ গোটেই আৰ্থিক গাঁথনিটোকে আমি পৰিবৰ্ত্তন কৰি পেলাব লাগিব আৰু তাক পৰিবৰ্ত্তন কৰিবৰ কাৰণেই নঈ তালিমৰ জন্ম।

ৰাজচুনাথলা, পুৰী (উড়িষ্যা)
১৭ এপ্ৰেল, ১৯৫৫ চন

আজি শিক্ষা দিওঁতো সকল চকীত বহে, লওঁতা সকল বেঞ্চত বহে আৰু কিতাপৰ জৰিয়তে পাঠ পঢ়োৱা হয়। এনেধৰণৰ শিক্ষা পোৱা লাগে যিয়েই নহওক, সকলো অকামিলা হৈ পৰে। আজি গোটেই বিলাক লৰাই ভাত ৰান্ধিব নেজানে, তেওঁলোকে ভাবে চাগৈ এইটো নীচ কাম, ইয়াক তিৰোতা মানুহে হে কৰিব লাগে, ই আমাৰ কাম নহয়। আমাৰ কাম হৈছে খোৱাটোহে। এই কাৰণেই আমি উচ্চ। আমি এনেকুৱা শিক্ষা দিব খুজিছো যাৰ দ্বাৰাই ল'ৰাবিলাকে ৰন্ধা-বঢ়া সম্বন্ধীয় জ্ঞানো সম্পূর্ণ ভাবে লাভ কৰিব পাৰে। আজি কালি গৰম দিনত স্কুল বোৰ বন্ধ দিয়া হয়, কিয়নো তেওঁলোকে গৰম সহ্য কৰিব নোৱাৰে। এইদৰে যি গৰম আৰু বৰষুণ সহ্য কৰিব নোৱাৰে তেওঁলোকে পথাৰত গৈ কাম কেনেকৈ কৰিব?

## ভগৱান কৃষ্ণৰ শিক্ষা

যেনেকৈ ভগৱান কৃষ্ণই কাম কৰোতে কৰোতে শিক্ষা পাইছিল, সেই দৰেই আমাৰ লৰাবোৰেও পাব লাগে। ভগৱান কৃষ্ণই গৰু চৰাইছিল, গাখীৰ খীৰাইছিল, ঘোঁৰা ঠাই মচিছিল, মজুৰি লৈ কাম কৰিছিল, গুৰুৰ গৃহলৈ গৈ খৰি ফালিছিল, অর্জ্জুনৰ ঘোঁৰাৰ আলপৈচান ধৰিছিল আৰু তেওঁৰ সাৰথিৰ কামো বিচাৰিছিল। ৰাজ-সূয় যজ্ঞৰ সময়ত মহাৰাজ যুধিষ্ঠিৰৰ ওচৰত তেওঁ কাম কৰিছিল, তেতিয়া যুধিষ্ঠিৰে কলে যে আপোনাৰ কাৰণে আমাৰ ইয়াত একো কাম নাই। তাৰ পিচত ভগৱানে কলে যে মই নিষ্কর্মা হৈ বহি থাকিব নোৱাৰো। উপায় নেপাই যুধিষ্ঠিৰে কলে "আপুনি নিজেই আপোনাৰ লায়ক কাম বিচাৰি

লওক। তেতিয়া ভগৱানে কলে, "বাক তেনেহলে চুৱাপাত পেলোৱা আৰু চুৱা ঠাই মচা কামকে মই বাচি ললোঁ। মই সেই কামৰ কাৰণে নিশ্চয় উপযুক্ত হ'ম। কাৰণ মই সকু কালৰে পৰাই সেই কাম কৰি আহিছোঁ আৰু সেই কামত মই এম, এ পাছ।" এই দৰেই তেওঁ চুৱা পাত পেলোৱা আৰু চুৱা ঠাই মচা আদি কাম কৰিছিল। ইয়াৰ বৰ্ণনা শুকদেৱে ভাগৱতত আৰু ব্যাসদেৱে মহাভাৰতত কৰিছে আৰু যেতিয়া আজৰি পাই তেতিয়া শ্ৰীকৃষ্ণ ভগৱানে অৰ্জ্জুনক ব্ৰহ্ম-বিদ্যাৰ উপদেশো দিছিল।

## আজিৰ শিক্ষা

আমাৰ দেশৰ লৰাবোৰে একালেদি ব্ৰহ্মবিদ্যা অধ্যয়ন কৰিব লাগে আৰু আন ফালেদি ঠাই সৰা, ঠাই মচা আৰু খেতি আদিৰ কামো কৰিব লাগে। আজিৰ শিক্ষাত ব্ৰহ্ম বিদ্যা নো কাক বোলে তাক যে নেজানেই নে কোনো উদ্যোগ আদিৰ কামো নেজানে। ব্ৰহ্ম বিদ্যা নথকাৰ কাৰণেই আমি সকলোবোৰ বিষয়-ভোগ-পৰায়ণ হৈ আৰু ইন্দ্ৰিয়বো দাস হৈ পৰিছোঁ। যি লিখা পঢ়া জানে তেওঁলোক সুখীয়া হৈ পৰে। তেওঁলোকৰ মনত ভোগ আৰু ঐশ্বৰ্য্যৰ লালসা সততে হৈয়েই থাকে। শিক্ষাৰ লগত কোনো শিল্প আদিৰ সম্বন্ধ নথকাৰ কাৰণে হাতো অকৰ্ম্মণ্য হৈ পৰে। এই দৰেই আত্ম-জ্ঞানৰ অভাৱত বুদ্ধি অকৰ্ম্মণ্য হয় আৰু শিল্পৰ অভাৱত হাত অকৰ্ম্মণ্য হয়। তাৰ পিচত এই শিক্ষিত সকলে দহ আঙুলিৰে কাম কৰাৰ পৰিবৰ্ত্তে হাতত কলম লৈ তিনটা আঙুলিৰে কাম কৰিবলৈ ধৰে। যদি এনে ধৰণৰ শিক্ষা সকলোৱে পায় তেন্তে দেশে কি খাই জীয়াই থাকিব?

## ব্ৰহ্ম বিদ্যা আৰু উদ্যোগ

এই কাৰণে আজিৰ শিক্ষা পৰিবৰ্ত্তন কৰিব লাগিব আৰু শিক্ষাত ব্ৰহ্ম-বিদ্যা তথা উদ্যোগক স্থান দিব লাগিব। ব্ৰহ্মবিদ্যাৰ

দ্বাৰাই আত্মাক চিনিব পাৰিব। শৰীৰ, মন আৰু ইন্দ্রিয় সমূহক সংযত কৰি ৰাখিবলৈ সমর্থবান হব। গোটেই পৃথিৱীৰ প্রতি প্রেমভাব উৎপত্তি হব, আপোন পৰ ভাব নোহোৱা হব, এই ক্ষুদ্র ঘৰটি মোৰ, এই খেতি-পথাৰ মোৰ—এনেধৰণৰ সকলো বিলাক কথা লোপ পাব। যি ব্রহ্ম-বিদ্যা পাব তেওঁ আৰু "মোৰ, মোৰ" বুলি নেথাকিব। তেওঁ কব যে এই ঘৰ দুৱাৰ মাটি-বাৰী, সা-সম্পত্তি "সকলোৰে"। কিন্তু যি ভ্রম-বিদ্যা পাইছে, তেওঁ সদায় "মোৰ, মোৰ" বুলিয়েই কৈ থাকিব।

আমাৰ শিক্ষাত প্রত্যেকটো লৰাই দুয়োখন হাতেৰে কাম কৰিব আৰু আত্ম-নির্ভৰশীল হব। প্রত্যেকটো লৰাই ভালকৈ ৰন্ধা-বঢ়া কৰিব পাৰিব। সকলোৱেই পথাৰত গৈ কাম কৰিব। আজি দেশত এনেকৈ বোলা বস্তুটো ইমান বাঢ়িছে যে সকলোবোৰ শিল্পকার্য্য ক্রমে লোপ পাই যাব ধৰিছে। শিল্প-বিদ্যাত নিপুণ মানুহ আমাক লাগে। ভাল মিস্ত্রী, ডাক্তৰ, ইঞ্জিনীয়াৰ, কমাৰ, মুচিয়াল, চিপাহী আৰু সেনাপতি আদিৰো আৱশ্যকতা আছে। আমাক এনেকুৱা বেপাৰীৰ প্রয়োজন যি, বেপাৰ-বাণিজ্য কৰি মানুহক ৰক্ষা কৰিব পাৰিব আৰু কাকো ঠগ প্রবঞ্চনা আদি নকৰিব। কোনো ব্যৱসায়েই উচ্চ বা নীচ নহব। অমুক কামটো হীন কাম, সেই বাবে মই কৰিব নোৱাৰো—এই বুলি কোৱা মানুহ কোনো নোলাব।

নৌৰঙ্গপুৰ কোৰাপুট (উড়িষ্যা)
৫ জুলাই ১৯৫৫

## নঈ তালিমৰ আদর্শ

: ৫৬ :

ছাত্রৰ নিমিত্তে গুৰু, দেৱতা, আৰু গুৰুৰ নিমিত্তে শিষ্য, দেৱতা। ছাত্রই গুৰুৰ পৰা যি জ্ঞান পাব সেয়েই সর্ব্বস্ব হব আৰু গুৰু-সেৱাই তেওঁলোকৰ কাৰণে সর্ব্বস্ব হব।

ছাত্রক জ্ঞান দিয়া আৰু তেওঁলোকৰ বিষয়ে চিন্তা কৰাটো শিক্ষকসকলৰ সৰ্ব্বস্ব হব ! গুৰুৰ মনলৈ এই ভাব অহাটো উচিত নহয় যে মই সেৱা কৰিছো যেতিয়া মোৰ আৰু কিবা লাভ হব। ছাত্রসকলেও এইটো ভবা অনুচিত যে আমি গুৰু-সেৱা কৰিছোঁ যেতিয়া তাত আমাৰ আৰু কিবা লাভ নিশ্চয় হব। ইয়াৰ তাৎপৰ্য্য হৈছে এই যে ছাত্র-সকলৰ কাৰণে গুৰু-সেৱা আৰু শিক্ষকসকলৰ কাৰণে ছাত্র-সেৱা পৰ্য্যাপ্ত ধোয়, একমাত্র ধোয় বুলি ধৰি লব লাগে আৰু উভয়ে মিলি পৰমেশ্বৰৰ সেৱা কৰিছোঁ বুলি ভাবিব লাগে।

## সামূহিক জীৱন

ইয়াৰ কাৰণে কেইটামান কথা বৰ লাভদায়ক হৈ পৰে। যেনেকৈ উভয়ে মিলি খেতি কৰা, কাপোৰ বোৱা, চ'ফাই আদিৰ নিচিনা কোনো উৎপাদক কাম যদি কৰা হয় আৰু দুয়োৰে সামূহিক জীৱন গঠিত হয় তেন্তে বৰ লাভ দায়ক বস্তু হৈ পৰে। সেইদৰেই দুয়ো মিলি যদি অধ্যয়ন আৰু অধ্যাপন কৰে তেন্তে সিয়ো এক স্বতন্ত্র ধোয়ৰ কাৰণে হৈ পৰে। ইয়াৰ জৰিয়তে আমি সমাজৰ অনেক সেৱা কৰিছো বুলি অনুভূতি হব লাগে। যদি এনেধৰণৰ অনুভৱ অধ্যাপন আৰু উদ্যোগতো আছে তেন্তে আজি কিতাপৰ যিবিলাক সমস্যা আছে সি আৰু মূৰ দাঙি নুঠিব অৰ্থাৎ দুয়ো প্রকাৰৰ অনুভৱৰ দ্বাৰাই আৱশ্যকীয় কিতাপ ভাত তৈয়াৰ হৈ যাব।

## অনুভৱ পূর্ণ গ্রন্থ

আমাৰ ইয়াত যিবিলাক উত্তম ভাষা-গ্রন্থ তৈয়াৰ হৈছে সেইবিলাক এনেধৰণ প্রত্যক্ষ অধ্যয়ন কাৰ্য্যৰ দ্বাৰায়েই হোৱা। যেনেকৈ ভগৱান শঙ্কৰাচাৰ্য্যই ব্রহ্ম সূত্রত এটা অনুপম ভাষ্য লিখিছিল। সি আজি সাধক সমাজৰ সমাজত যথেষ্ট সমাদৰ

পাইছে। তত্ত্ব-জ্ঞান বিষয়ক এনেকুৱা গভীৰ ভাব-পূৰ্ণ গ্ৰন্থ অতি বিৰল। কিন্তু তাক ইমান সৰল আৰু সহজ ভাষাত লিখা হৈছে যেন সৰ্ব্ব সাধাৰণ ৰাইজৰ কাৰণে কোনোবা সাহিত্যিকে হে লিখিছে। সেইদৰে যিবোৰ তত্ত্ব-জ্ঞানী পৃথিৱীত আছে যেনে গ্ৰীন, কাণ্ট্ আদি তেওঁলোকৰ গ্ৰন্থ বৰ জটিল। কিন্তু শঙ্কৰাচাৰ্য্যৰ গ্ৰন্থ ইমান সহজ যে মই ল'ৰাবোৰক সংস্কৃত শিকাওঁতে বৰ সুন্দৰকৈ পঢ়াইছিলো আৰু ল'ৰাবোৰৰ মনতো এনেকুৱা লাগিছিল যেন আমি আমাৰ মাতৃ-ভাষাতহে পঢ়িছোঁ। ইয়াৰ আচল কাৰণ হৈছে এই যে শঙ্কৰাচাৰ্য্যই নিজৰ শিষ্যসকলক ব্ৰহ্ম-সূত্ৰ পঢ়াইছিল আৰু সেই অনুভৱকে ভিত্তি কৰি গ্ৰন্থ লিখিছিল। তেওঁ পঢ়াওঁতে চাগৈ একো একোটা সূত্ৰৰ বিস্তৃত বিৱৰণ দি গৈছে আৰু পিচত তাৰে নোটলৈ সেই গ্ৰন্থখনি সংক্ষিপ্ত কৰি লিখিছে। এই কাৰণে সেই ভাষাৰ ঠাঁচ্, কোনো সংবাদ বা আলোচনাৰ নিচিনা হৈছে। সেই কিতাপখন পঢ়িবৰ সময়ত, লেখকে গ্ৰন্থ লিখা আৰু আমি তাক পঢ়া যেন নেলাগে। বৰঞ্চ এনেকুৱা হে লাগে যেন কোনোবা গুৰুৱে কৈ আছে আৰু আমিও শুনি আছোঁ।

## মোৰ ৰচনা

এইদৰে অধ্যয়ন, অধ্যাপন আৰু উদ্যোগ, যদি সামাজিক সেৱাৰ দৃষ্টিৰে চলে তেন্তে তাৰ পৰাই কিতাপ তৈয়াৰ হব। মই সূতা-কটা সম্পৰ্কে এখন সৰু কিতাপ নিজৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ দ্বাৰাই লিখিছিলোঁ। ছাত্ৰক শিকাওঁতে শিকাওঁতে আৰু হাতেৰে কাম কৰোঁতে কৰোঁতে সেই কিতাপ-খন হ'ল। 'গীতা-প্ৰবচন' খন জাটেকত থাকোঁতে কিছুমান কাৰ্টেকিয়ালৰ আগত দিয়া বক্তৃতা হে। যদি মোৰ সেৱাৰ

উদ্দেশ্য নেথাকিলহেঁতেন, আৰু এনেধৰণৰ স্বাভাৱিক কাম নহ'লহেঁতেন তেন্তে স্বতন্ত্ৰ ভাবে মই এনেকুৱা কিতাপ নেলেখিলোহেঁতেন। আমি নিতৌ সন্ধ্যাৰ প্ৰাৰ্থনাত স্থিত-প্ৰজ্ঞৰ লক্ষণৰ বিষয়ে কওঁ। ফাটেকত থাকোঁতে এদিন মোক কোৱা হ'ল যে সেই বিষয়ে এলানি বক্তৃতা দিয়ক তেতিয়াহে তাৰ অৰ্থ ভালদৰে হৃদয়ঙ্গম কৰি লব পৰা যাব। সেইবাবে কেইজনমান বন্ধুৰ আগত সেই শ্লোকবিলাকৰ বিবৰণ দি গ'লো। তাৰ পৰাই "স্থিত-প্ৰজ্ঞ-দৰ্শন" নামৰ কিতাপখন হ'ল। ফাতেকত মই যিখন "স্বৰাজ্য-শাস্ত্ৰ" নামৰ কিতাপ লিখিছিলো তাকো এইদৰেই লিখা। এজন মানুহে মোক প্ৰশ্ন কৰিছিল আৰু তাৰ উত্তৰ মই দিছিলো, তাৰ পৰাই সেইখন কিতাপ হ'ল।

এইদৰেই য'ত শিক্ষক আৰু ছাত্ৰ গিলি সমাজ সেৱাৰ উদ্দেশ্যৰে অধ্যয়ন, অধ্যাপন আৰু উদ্যোগ বা হাতৰ কাম কৰে তাত তেওঁলোকৰ অনুভৱ অকল সেইখিনিতে সীমাবদ্ধ হৈ নেথাকে বৰং গোটেই পৃথিবীয়েই তাৰ ফল ভোগ কৰিবলৈ পায়। এইদৰে যিবোৰ গ্ৰন্থ তৈয়াৰ হয়, তাৰ সম্প্ৰদায় চলে আৰু তাৰ অধ্যয়ন, অধ্যাপনাৰ পৰম্পৰা চলে।

## বিচাৰ-মন্থন আৰু প্ৰয়োগ

নঈ তালিম বিদ্যালয়ত বিচাৰ-ধাৰা বিলাকৰ অধ্যয়ন অতি জোৰেৰে চলিব লাগে, আৰু তাৰ আচৰণো কৰিব লাগে। সেই চিন্তন, মনন বা সহ-চিন্তন আৰু সহ-আচৰণ যদি গুৰু-শিষ্য উভয়ে মিলি কৰে; তেন্তে তাৰ দ্বাৰা পৃথিবীয়ে অনুভৱ-যুক্ত জ্ঞান পায়। য'ত বিচাৰ-মন্থন আৰু প্ৰয়োগ দুয়োটা একে হৈ যায় বা মিহলি হৈ পৰে, তাকেই "নঈ তালিম" বোলে। য'ত অলপ অচৰপ বিচাৰ মন্থন চলে,

কিন্তু আচৰণৰ আধাৰ নেপায় ভাত পুৰণা শিক্ষাই চলে বুলি ধৰিব লাগে। আজি সকলো ঠাইতে প্ৰায় এনেকুৱাই চলিছে। য'ত প্ৰত্যক্ষ আচৰণ চলে, আচৰণৰ প্ৰয়োগ চলে, কিন্তু বিচাৰ-মন্থন বা আলোচনা আদি নচলে, সেয়েই হৈছে কৰ্ম্ম যোগ। ইয়াক আজি অসংখ্য কৃষকে আন্তৰিকতাৰে সেৱে কৰিব লাগিছে। এইদৰেই একালে কৃষক আৰু আন ফালে সেই তত্ত্ব-জ্ঞানী সকল, এই দুয়োটা মিলি যিটো বস্তু তৈয়াৰ হয়; সেয়েই হৈছে নঈ তালিমৰ শিক্ষক আৰু ছাত্ৰ।

## গোপাল কৃষ্ণ

ইয়াৰ উদাহৰণ হৈছে ভগৱান গোপাল-কৃষ্ণ। একালেদি তেওঁ গৰু চৰাইছিল, ঘোঁৰা প্ৰতি-পাল কৰিছিল, যুদ্ধ কৰিছিল আৰু সিফালেদি গীতাও শুনাইছিল। যিকোনো সেৱ কাৰ্য্যাই তেওঁৰ ভাগত নপৰক লাগে, তাক তেওঁ কৰিবলৈ সদায় সাজু হৈ আছিল। আৰু তেওঁৰ অন্তৰখন সদায় তত্ত্বজ্ঞানেৰে ভৰপূৰ আছিল। মই ভগৱান কৃষ্ণৰ উদাহৰণ এই কাৰণেই দিছোঁ যে তেওঁ তত্ত্ব-জ্ঞানত নিজৰ পূৰ্ব্ব পুৰুষ সকলক অকল অনুসৰণ কৰিয়েই এৰা নাছিল বৰং তাৰ বৃদ্ধিও কৰিছিল। তেওঁৰ আগতে জ্ঞান যোগ, কৰ্ম্ম যোগ আৰু ভক্তি যুগ চলিছিল। ধ্যান যোগ চলিছিল। গুণ বিকাশৰ প্ৰক্ৰিয়াও সাংখ্যাই পৃথক ভাবে চলাইছিল। সেই সকলো বোৰকে সমন্বয় কৰি ভগৱান কৃষ্ণই পৃথিবীৰ আগত এটা নতুন বস্তু উত্থাপিত কৰিলে, এই কাৰণেই আমি শ্ৰীকৃষ্ণক জগৎ গুৰু বোলোঁ। তেওঁ জগতক নতুন বস্তু দিছে। তেওঁ কৰ্ম্ম যোগ কৰিলে, তাতো আগৰ কৃষক আৰু শিল্পী সকলক অকল অনুসৰণ কৰাই নাছিল; বৰং তাৰ শ্ৰীবৃদ্ধিও কৰিছিল। তেওঁ ইন্দ্ৰৰ উপাসনা কৰিবলৈ একেবাৰে

পৰ্ব্বতৰ উপাসনা কৰিবলৈ শিকালে। তেওঁ গৰুৰ প্ৰতিষ্ঠা ইমান বঢ়াই তুলিলে যে ভাৰতবৰ্ষত আজিও তেওঁৰ নাম গো-সেৱাৰ লগত সংশ্লিষ্ট আছে আৰু একনাথ মহাৰাজে বৰ গৌৰৱ অনুভৱ কৰি লিখিছে যে প্ৰভু ৰামচন্দ্ৰৰ অৱতাৰত সকলো প্ৰকাৰৰ পূৰ্ণতা আছিল, কিন্তু এটা বস্তুৰ অভাৱ আছিল যাক পূৰণ কৰিবৰ কাৰণে তেওঁ কৃষ্ণ অৱতাৰ ধাৰণ কৰিব লগা হৈছিল। সেই অভাৱটো হৈছে এই যে ৰাম অৱতাৰত গো-সেৱা কৰিব পৰা নগৈছিল এই কাৰণেই তেওঁ কৃষ্ণ অৱতাৰ ধাৰণ কৰিছিল। তেওঁ সমাজৰ কৰ্ম্মযোগত গোসেৱাকো অন্তৰ্ভুক্ত কৰি ললে।

## তত্ত্ব-জ্ঞান আৰু কৰ্ম্মযোগ

ভগৱান কৃষ্ণই তত্ত্ব-জ্ঞান, সামাজিক ক্ষেত্ৰ আৰু উদ্যোগত যথেষ্ট উন্নতি কৰিছিল। তেওঁ সমাজক এটা নতুন তত্ত্বজ্ঞান আৰু এটা নতুন কৰ্ম্মযোগ দিলে। ইয়াৰ মানে এইটো নহয় যে তেওঁৰ তত্ত্ব-জ্ঞানৰ কোনো পুৰণা আধাৰ নাছিল আৰু তেওঁ একেবাৰেই নতুন বস্তু পৃথিৱীক দিছিল। আধাৰ পুৰণাই আছিল, কিন্তু নতুন মিষ্টান্ন জগতবাসীক দিছিল। তাৰ আগতে ঘিউ, গুৰ আৰু ঘেহুঁ মজুত আছিল। মাত্ৰ তেওঁ নতুন মিঠাই তৈয়াৰ কৰিছিলি। যেতিয়া লাড়ু তৈয়াৰ কৰা হয়, তেতিয়া ঘিঁউ আৰু ঘেহুঁৰ পৰা এটা নিজস্ব বস্তু হৈ উঠে। তাৰো আগতে তত্ত্বজ্ঞানৰ যিটো মূল ভূত বিচাৰ আছিল, তাক লগ লগাই তেওঁ তত্ত্বজ্ঞানৰ লাড়ু তৈয়াৰ কৰিলে। তাৰ আগতে যে গো-সেৱাৰ কোনো কল্পনাই নাছিল এনে নহয়। কিন্তু তেওঁ গো-সেৱাক নিজস্ব স্থান দিলে। তেওঁ গো-সেৱাক উপাসনাৰ স্থান দিছিল। ভাৰতবৰ্ষৰ সামাজিক ক্ষেত্ৰত তেওঁৰ এইটো নিজস্ব অৱদান বুলি কব লাগিব। ইয়াত মই কৃষ্ণৰ চৰিত্ৰ বৰ্ণনা কৰিবলৈ বহা নাই। কিন্তু মই এনে একন ব্যক্তিৰ উদাহৰণ দিছোঁ, যি গোটেই সামাজিক কাম

আধ্যাত্মিক দৃষ্টিৰে কৰিছিল আৰু যাৰ জীৱনত জ্ঞান আৰু কৰ্ম্মৰ দুয়োটা ধাৰা এক হৈ গৈছিল।

## বুনিয়াদী শিক্ষকৰ আদৰ্শ

বুনিয়াদী শিক্ষকে এই আদৰ্শকে লব লাগে। বুনিয়াদী শিক্ষক কোনো কৃষক, তাঁতী বা মিস্ত্রিতকৈ কম যোগ্যতা সম্পন্ন নহব বৰং বেছি যোগ্যতা সম্পন্ন হে হব। কৃষক, মিস্ত্রি আদিৰ মগজুত যিটো নেখেলাব, সেইটো এওঁৰ মগজুত খেলাব। কৃষক, মিস্ত্রি আদিৰ নিজা নিজা কামত গতি যিমান বাঢ়িব তাতকৈ এওঁলোকৰ বেছি বাঢিব আৰু সাজ-সৰঞ্জাম সংশোধন কৰাৰ ক্ষেত্ৰত তেওঁলোকে যিটো কথা চুকি নেপাব এওঁলোকে সহজে পাব। ভাত মুঠি মোকোলাবলৈ যদি খেতিয়কক ৮ ঘণ্টা সময় লাগে, তেন্তে বুনিয়াদী শিক্ষকে কব যে এই কাম চাৰি ঘণ্টাতে হব পাৰিব। ইমানখিনি উন্নতি এওঁলোকে কৰিব পাৰিব লাগে। এই কেইদিনৰ ভিতৰত মই যি কেইটা বুনিয়াদী শিক্ষাৰ কেন্দ্ৰ দেখিছোঁ তাৰ শিক্ষকসকলে কিছু উদ্যোগ জানে; কিন্তু সেয়ে যেনিবা প্ৰতীক স্বৰূপেহে। মাছে যেনেকৈ পানীত কমনিয়াই বা খেলে, সেইদৰে শিক্ষকে উদ্যোগত নেসাঁতোৰে বা নেখেলে। ভগৱান কৃষ্ণ, যোদ্ধা আছিল, তেওঁ খেলত আৰু সাঁতোৰতো পাৰ্গত আছিল, তেওঁ নিজক আনৰ লগত মিলাই দিব পাৰিছিল আৰু তত্বজ্ঞানী গো সেৱক আছিল। এনেধৰণৰ কৰ্ম্মযোগৰ প্ৰয়োগ আমাৰ বিদ্যালয়বিলাকত চলিব লাগে।

## অনুভৱ জন্য জ্ঞান

সেইদৰেই আমাৰ বিদ্যালয়সমূহত যি তত্ব-জ্ঞানৰ চৰ্চ্চা চলিব সি প্ৰতিভাশালী হব আৰু তালৈ নিত্য নতুন বিচাৰৰ ইঙ্গিত আহিয়েই থাকিব। সামাজিক তত্বজ্ঞানৰ সংশোধন কেনেকৈ

হব, এই বিষয়ৰ চিন্তন চলিব। আজি পৃথিৱীত সাম্যবাদৰ চৰ্চা চলিব লাগিছে, আৰু কেইবা প্ৰকাৰৰো সমাজ-বাদ পৃথিৱীত চলি আছে, ইফালেদি আমাৰ চৰকাৰেও কিবা কৰিব ধৰিছে, যাক তেওঁলোকে সমাজবাদী ৰচনা নাম দিছে। সৰ্ব্বোদয়ো এনে এখন আৰ্চনি, যাক আমাৰ প্ৰাচীন স্মৃতিকাৰ সকলে তৈয়াৰ কৰি থৈ গৈছে। এই সকলোবিলাকেই প্ৰাচীন আৰু অৰ্বাচীন জীৱনৰ পদ্ধতি। গতিকে সেই সকলোবোৰৰে অধ্যয়ন ইয়াত হব লাগে।

কিছুমান মানুহৰ ধাৰণা হৈছে যে বুনিয়াদী শিক্ষাত জ্ঞানৰ মাত্ৰা কম আৰু কৰ্ম্মৰ মাত্ৰা বেছি। কিন্তু এই জনাত তেওঁলোকে ভুল বুজিছে। তেওঁলোকে চাগৈ বুজা নাই যে অন্যান্য বিদ্যালয় সমূহত যি জ্ঞান দিয়া হয় তাৰ ভিতৰ-খন ফোঁপোলা আৰু ইয়াত দিয়া জ্ঞান নিখুঁত। দুয়োটাৰ ভিতৰত ইমান খিনি পাৰ্থক্য থাকিবই, কিয়নো ইয়াৰ জ্ঞান হৈছে অনুভৱ-জন্য আৰু তাৰ জ্ঞান হৈছে তৰ্ক জন্য। এই কাৰণে সেই জ্ঞানত সংশয় হব আৰু এই জ্ঞানত নিশ্চয় হব। তাত যি সকল জ্ঞানী তৈয়াৰ হব তাতকৈ ইয়াত কম জ্ঞানী তৈয়াৰ হব বুলি ভবাটো সম্পূৰ্ণ ভুল। য'ত জ্ঞান আৰু কৰ্ম্মৰ কোনো ভেদাভেদ নাই তাতেই নঈতালিম আহিপৰে। আমাৰ আশ্ৰমত আমি খাবলৈ বহোঁ, কিন্তু তাত যি জ্ঞানৰ আৱশ্যক হয় তাৰ চিন্তন, মনন চলিয়েই থাকে। আমি যেতিয়া ৰন্ধা-বঢ়া কৰোঁ তাৰ ঠিক হিচাপ ৰাখোঁ। খাই-বৈ উঠি আমি সকলোৱেই চাউল, দাইল আদি বাচিবলৈ বহোঁ। এফালে এইকাম চলে আন ফালে আলোচনা চলে। তাক আমি আলোচনা-চক্ৰ নাম দিছোঁ। খোৱাৰ পিচত মানুহক অলপ আৰামৰ আৱশ্যক। সেই বাবে

সেই কামটো আমি আৰাম বুলিয়েই ভাবোঁ আৰু কামৰ গতি বঢ়োৱাৰ ফালে মনোযোগ নিদি আৰামেৰে সৈতে সেই কাম কৰোঁ। লগে লগে দেশ-বিদেশৰ সমস্যাৱলীৰ বিষয়েও তাত আলোচনা চলে। কিন্তু তাক আমি পঢ়াৰ নাম দিয়া নাই। এনে ভাবেই শিক্ষা দিয়া যায় তথাপি তাক শিক্ষা লোৱা বুলি কোৱা নেযায়। নঈ তালিমত এনেকৈ সহজ ভাবে শিক্ষা দিয়া হয়।

## গুৰু আৰু শিষ্য

যেতিয়া বিশ্বামিত্ৰই ৰাম-লক্ষণক বিচাৰি দশৰথৰ ওচৰলৈ গৈছিল, তেতিয়া, তেওঁ মাত্ৰ ইয়াকে কৈছিল যে যজ্ঞ ৰক্ষাৰ্থে ল'ৰাহঁতক পঠাওক। ৰাম আৰু লক্ষণ তেওঁৰ লগত গৈছিল যদিও তেওঁলোকে গুৰুৰ পৰা জ্ঞান লাভ কৰাৰ অভিপ্ৰায়েৰে যোৱা নাছিল। জ্ঞানাৰ্জ্জনৰ কামনাত সকাম ভাব নাই। এই কাৰণেই মই আগতে কৈছিলো যে ছাত্ৰৰ নিমিত্তে গুৰু সেৱাইহে যথা সৰ্ব্বস্ব হোৱা উচিত। জ্ঞান লাভৰ কাৰণে গুৰু-সেৱা কৰিব লাগিব বুলি কেতিয়াও ভাবিব নেলাগে। ৰাম-লক্ষণে সেৱা কাৰ্য্য কৰিম বুলিহে বিশ্বামিত্ৰৰ লগত গৈছিল।

## জ্ঞান দানৰ বিধি

গধূলি বেলিকা বিশ্বামিত্ৰই কলে যে এতিয়া সন্ধ্যাৰ সময় গতিকে সন্ধ্যাৰ কাৰণে সাজু হওক। সন্ধ্যাৰ পিচত কিছু জ্ঞান চৰ্চ্চাও হ'ল। তাৰ পিচত বিশ্বামিত্ৰই ৰাম-লক্ষণৰ কাৰণে কুশ-বনৰ কঠ তৈয়াৰ কৰিলে আৰু তেওঁলোক দুয়ো তাতে শুলে। আপোনালোকে এই কথাটোলৈ মন কৰকচোন যে ৰাম-লক্ষণ দুয়ো আছিল ৰাজ-পুত্ৰ। তেওঁলোকৰ বয়স যোল বছৰো কম আছিল; এই নিমিত্তে তেওঁলোক বাপেকৰ ঘৰ

মৰমৰ আছিল। তেওঁলোকৰ কেনেকুৱা বিচনাত শোৱাৰ অভ্যাস আছিল চাগৈ! অলপ ভাবকচোন। কুশ-বনৰ কঠত শুয়েই তেওঁলোকৰ বিশ্ববিদ্যালয়ৰ কোৰ্চ আৰম্ভ হৈ গৈছিল।

দ্বিতীয় দিনা ৰাতি পুৱাল। চাৰিটা মান বাজিছিল চাগৈ। সূৰ্য্য উদয় হবলৈ কিছু পলম আছিল। এনে সময়তে বিশ্বামিত্ৰই তেওঁলোকক জগাই দিলে। মুক্ত বতাহত আৰু মুক্ত আকাশৰ তলত কুশ-বনৰ শয্যাত শোৱা ৰাজ-পুত্ৰক জগোৱাটো কিমান টান কাম আছিল! ৰাজ-পুত্ৰদ্বয়ক তুলিবৰ কাৰণে বন্দী আৰু চাৰণ-গীত গাব লগা হৈছিল চাগৈ আৰু এই বুলি কৈছিল চাগৈ যে এতিয়া সূৰ্য্য উদয় হৈছে, ভোমোৰাহঁত গুণ গুণ কৰে গান গাব লাগিছে, এই কাৰণে হে ৰাম! উঠক। সেই সময়ত সূৰ্য্য উদয় হোৱা নাছিল, গোটেই পৃথিবী সুপ্ত অৱস্থাত আছিল। এনে সময়ত বিশ্বামিত্ৰই সুমধুৰ বাণীৰে তেওঁলোক দুয়োকে জগালে। সেই সময়ত বিশ্বামিত্ৰৰ মনলৈ এনেকুৱা ভাব আহিছিল যেন তেখেতে নিজৰ লৰা-ছোৱালীক অমৃত হে পান কৰাইছে। এই ব্ৰহ্ম-মুহূৰ্ত্তত এই অমৃত ক্ষণত যদি তেওঁলোক শুই থাকে তেন্তে মই তেওঁলোকক অমৃত পাননো কেনেকৈ কৰাম—এই ভাবিয়েই তেখেতে তেওঁলোকক জগাইছিল।

গৈ থাকোঁতে থাকোঁতে যেতিয়া এটা বিধ্বস্ত অঞ্চল তেখেতৰ চকুত পৰিল তেতিয়া তেখেতে কবলৈ ধৰিলে যে ইয়াত, আগতে এখন বৰ ডাঙৰ ৰাষ্ট্ৰ আছিল কিন্তু আজি তাৰ এনেকুৱা অৱস্থা কিয় হল বাৰু—এইদৰেই ইতিহাসৰ পাঠ পঢ়াবলৈ ধৰিলে। শেষত্ৰ তেখেতে তেওঁলোকক ধনু-বিদ্যা শিকাই বুজাই যজ্ঞ ৰক্ষা কৰিলে।

ৰাম-লক্ষ্মণে এইটো ভবা নাছিল যে আমি কোনোবা বিশ্ব-বিদ্যালয়ত ভৰ্ত্তী হৈছো আৰু শিক্ষা লাভ কৰিছো।

তেওঁলোকে সেৱা কার্য্য কৰিবৰ কাৰণেই কর্ম্ম-যোগৰ ক্ষেত্ৰত উপনীত হৈছিল। কিন্তু সেৱাকার্য্য কৰোঁতে কৰোঁতে তেওঁলোকে উত্তম জ্ঞান পালে। জ্ঞান দিওঁতাজনে যেনেকৈ জ্ঞান দিছোঁ বুলি ভবা নাছিল সেইদৰেই জ্ঞান লওঁতাসকলেও জ্ঞান অর্জ্জন কৰিছোঁ বুলি নেভাবিছিল। তথাপি দেখোন উত্তম-জ্ঞান দিয়া হৈছিল আৰু লাভো হৈছিল। এইটোৱেই হৈছে নঈ তালীমৰ আদর্শ।

(মিৰগানগুডা, ১৮-৭-৫৫ কোৰাপুট, উড়িষ্যা)

## *বিদ্যাৰ তিনটা অঙ্গ* :৫৭:

আজি-কালিৰ বিদ্যালয়বোৰত, ল'ৰা-ছোৱালীবিলাকক কিছু নহয় কিছু শিক্ষা দিয়া হয়, কিন্তু স্বতন্ত্র ভাৱে যে জ্ঞানার্জ্জন কৰিব লাগে তাক শিকোৱা নহয়।

বহুত মানুহেই কয় যে শিক্ষাত স্বাৱলম্বনৰ মহত্ব বহুতো বেছি। মই বুজাত হলে ইয়াত বৰ গভীৰ অর্থ সোমাই আছে। ল'ৰা-ছোৱালী স্বাৱলম্বী হবৰ কাৰণেই শিক্ষাত হাতৰ কাম আৰু কায়িক-শ্রমক স্থান দিলেই মোৰ মনেৰে যথেষ্ট নহয়। কায়িক-শ্রমতো কৰিবই লাগে তাৰোপৰি প্রত্যেকক নিজৰ হাতেৰে কাম কৰিবলৈ শিকাব লাগে। যদি প্রত্যেক মানুহেই হাতেৰে কিছু নহয় কিছু পৰিশ্রম কৰিবলৈ ধৰে তেন্তে দেশত আৰু শ্রেণী-ভেদ থাকিব নোৱাৰিব, দেশ সুখী হব, উৎপাদন বাঢ়িব, আৰু স্বাস্থ্যবো ক্রমে উন্নতি হৈ যাবলৈ ধৰিব। এই দিচিনাকৈ হাতৰ কামৰ দ্বাৰাই বহুতো লাভ হয়। গতিকে অতি কমপক্ষেও এনে অর্থতহে শিক্ষাত স্বাৱলম্বনৰ স্থান দিব লাগে। এইটো অৱশ্যে সকলোৱেই বুজি পিছে মই কবা অর্থ অকল এইটোৱে নহয়।

## প্ৰজ্ঞা স্বয়ম্ভূ হওক

মোৰ মতেৰে শিক্ষাত এনে কিছুমান উপায় থাকিব লাগে যাৰ দ্বাৰাই ল'ৰা-ছোৱালীৰ প্ৰজ্ঞা অৰ্থাৎ জ্ঞান স্বয়ম্ভূ হয় আৰু মুকলি মূৰীয়া ভাৱে চিন্তা কৰিব পৰা শক্তি বাঢ়ে। যদি শিক্ষাত এইটোৱেই মুখ্য দৃষ্টি থাকে তেন্তে শিক্ষাৰ সমুদায় স্বৰূপেই সলনি হৈ যাব। আজিকালি বিদ্যালয়বোৰত অনেক ভাষা আৰু অনেক বিষয় শিকোৱা হয়। প্ৰত্যেকটো কথাতে, ছাত্ৰই বহুকাল ধৰি শিক্ষকৰ সহায়ৰ আৱশ্যকতা উপলব্ধি কৰি আহিছে। কিন্তু ছাত্ৰই এনে শিক্ষা পাব লাগে যাতে ভৱিষ্যতে নিজেই নিজৰ জ্ঞান অৰ্জ্জন কৰিব পৰা হয়। সংসাৰত জ্ঞান অনন্ত। জীৱনৰ কাৰণে যদিও সেই অনন্ত জ্ঞানৰ আৱশ্যকতা নাই বুলি ধৰা যায়; তথাপি পৰ্য্যাপ্ত জ্ঞানৰ আৱশ্যকতা নিশ্চয় আছে। জীৱনোপযোগী জ্ঞান অকল স্কুলতেইহে পোৱা যায় বুলি ভবাটো ভুল। এই জ্ঞান জীৱনৰ দ্বাৰাইহে লাভ কৰিব পাৰি। ছাত্ৰসকলৰ মাজত সেই জ্ঞান লাভ কৰিব পৰা শক্তি জাগ্ৰত কৰি তোলাটোৱেই হৈছে বিদ্যালয়ৰ কাম।

## স্বাৱলম্বনেই মুক্তি

ল'ৰাই পঢ়িলে চাকৰি পাব আৰু তাৰ ভৱিষ্যত জীৱন সুখেৰে কটাব পাৰিব বুলি ভাবিয়েই স্কুলীয়া শিক্ষা পূৰা কৰাত মাক বাপেকে জোৰ দিয়ে। বিদ্যাৰ ক্ষালে এই দৃষ্টিৰে চোৱাটো ভুল। বিদ্যা জীৱনৰ এটা মৌলিক বস্তু। কথিত আছে যে বিদ্যা মুক্তিৰ কাৰণেহে। এই মুক্তিকে আমি আজি-কালি স্বাৱলম্বন বুলিছোঁ। আমাৰ অৱলম্বনৰ আন সকলোবোৰ আধাৰ বা আশ্ৰয়ৰ পৰা মুক্ত হোৱাকে অৱলম্বন বুলিব পাৰি। যি প্ৰকৃত শিক্ষা লাভ কৰে তেওঁ প্ৰকৃত অৰ্থত মুক্ত আৰু

স্বতন্ত্র। এই নিমিত্তে শৰীৰৰ কাৰণে কিছু শিক্ষা পাব লাগে আৰু তাৰ কাৰণেই কিছু হাতৰ কামো শিকিব লাগে। সি হৈছে স্বাৱলম্বনৰ এটা অঙ্গ। নতুন নতুন জ্ঞান আহৰণ কৰিব পৰা শক্তি আয়ত্ত কৰাটোও তাৰে এটা মহত্বপূর্ণ অংশই।

বিকাৰ বশভাত স্বাৱলম্বন নহয়

মুক্তিৰ কাৰণে আৰু এটা তৃতীয় বস্তুৰ আৱশ্যকতা আছে। ইয়ো শিক্ষাৰেই এটা অঙ্গ। যেনেকৈ পৰাধীনতা মুক্তিৰ বাধক স্বৰূপ; সেইদৰেই বিকাৰবশতা হানিকাৰক। যি মানুহ নিজৰ ইন্দ্রিয়ৰ বশ আৰু কামনা-বাসনাক দমাই ৰাখিব নোৱাৰে তেওঁ স্বাৱলম্বী বা মুক্ত নহয়। এই নিমিত্তেই শিক্ষাত সংযম, ব্রত, সেৱা আদিৰ কাৰ্য্যক্রমো ভুক্ত কৰিব লগা হৈছে।

স্বাৱলম্বৰ তিনিটা অর্থ

স্বাৱলম্বনৰ অর্থও তিনিটা আছে। নিজৰ উদৰ-পূৰণৰ কাৰণে আনৰ ওচৰত হাত পাতিব লগীয়া নোহোৱাটো তাৰ প্রথম অর্থ। জ্ঞান-প্রাপ্তিৰ কাৰণে স্বতন্ত্র শক্তি জাগ্রত হোৱাটো তাৰ দ্বিতীয় অর্থ। মানুহে নিজে নিজক শাসন কৰিব পৰা আৰু ইন্দ্রিয় মন আদিক বশ কৰি ৰাখিব পৰা শক্তি পাব লাগে। দেহ আৰু মনৰ পৰাধীনতা ভুল। দেহ পৰাধীন হয় নিজৰ পেটটোৰ কাৰণে। সেই বাবেই মানুহে জীৱিকা উপার্জ্জন সম্বন্ধীয় শিক্ষা হাতৰ কামৰ দ্বাৰাই পাব লাগে। আকৌ যদি মানুহে কোনো চিন্তা চর্চ্চা কৰিবৰ বেলিকা নিজৰ বুদ্ধিক স্বাধীনতা দিব নোৱাৰে, তেতিয়াও পৰাধীনেই হৈ থাকে। এই হেতুকেই মানুহে স্বাধীন ভাৱে চিন্তা-চর্চ্চা কৰিব পৰা শক্তি আয়ত্ত কৰিব লাগে। মন আৰু ইন্দ্রিয়ৰ দাসত্ব দূৰ কৰাৰ উপায়ো শিক্ষাৰ যোগেদিয়েই পোৱাটো নিতান্ত প্রয়োজনীয়।

মাক বাপেকে নিজৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ বিষয়ে ভাবিবৰ সময়ত যদি এই তিনিওটা কথালৈ লক্ষ্য কৰে তেন্তে তেওঁলোক বেছি সুখী হ'ব পাৰিব। সন্তানৰ সুখ-সমৃদ্ধি আৰু গুণ যশসা শুনিলেহে মাক বাপেকো সুখী হয়। ল'ৰাই চাকৰি পালে, তাৰ বিয়াৰ কাৰণে যা-যোগাৰ কৰা তাৰ কাৰণে সকলোবোৰ ব্যৱস্থা ঠিক হৈ আছে বুলি ভবাটো ঠিক নহয়।

তেৰায়লী, কোৰাপুট (উড়িষ্যা)
২০।৮।৫৫

## চৌব্বিশ ঘণ্টীয়া আনন্দ : ৫৫ :

### বিদ্যাৰ লয়

বিদ্যালয়ৰ অৰ্থ দুটা। এটা হৈছে—য'ত বিদ্যাৰ লয় হয় বা লোপ পায় তাক বিদ্যালয় বোলে। আনটো হৈছে—য'ত বিদ্যাৰ স্থান, ঘৰ বা নিবাস থাকে তাকে বিদ্যালয় বোলে।

প্ৰথমটো অৰ্থৰ বিদ্যালয় আম ৰ দেশত হেজাৰ হেজাৰ আছে মানুহে নিজে পঢ়ে, পৰীক্ষা দিয়ে, যেনিবা তেওঁলোকে জুলাপহে লয়। এই নিচিনাকৈ জ্ঞানৰ ৰেচন হয়, সমস্ত জ্ঞান লুপ্ত হয় যি জন ছাত্ৰই পৰীক্ষাত শতকৰা ৮০ নম্বৰ পায় তেওঁৰ যদি ১৫ দিনৰ পিচত তাৰে কেইটামান প্ৰশ্ন সোধা হয় তেন্তে তেওঁ ফেইল হ'বই। আমি এনেকৈ পৰীক্ষা কৰি চাইছিলোঁও। এজন ল'ৰাই আমাক কৈছিল যে ১৫ দিনৰ পিচত আমি বেছি ভাগেই পাহৰি যাওঁ। পৰীক্ষাৰ কাৰণে আমি যথেষ্ট পাঠ আওৰাই থাকো। পৰীক্ষাৰ তাৰিখ যদি ১৮ত বা ১৭ তো হয় তথাপি ১০।২০ নম্বৰ আমাৰ কম হ'বই। আমাৰ বিদ্যালয়বোৰত যে বিদ্যা লয় হৈ পায় তাক আমাৰ সকলো শিক্ষকেই জানে। তথাপি তেওঁলোকে কয় যে আমি যদি ১০০ টকাৰ শিক্ষা দিওঁ

তাৰ পৰা ছাত্ৰই ৩০ টকাৰ শিক্ষা পালেও বহুত পোৱা বুলি ভাবিব লাগে। সেই কাৰণেই আমি তেওঁলোকক পাছ কৰি দিওঁ।

## সকলো কাৰ্য্যক্ৰম আনন্দৰ কাৰণে

বিত্তালয়ৰ কাৰ্য্যসূচী কেনেকুৱা হব লাগে, ইয়ো এটা প্ৰশ্নই তাৰ মূল সূত্ৰৰ বিষয়ে এতিয়া ক'ম।

বিত্তালয়ত পৰমেশ্বৰৰ আনন্দ স্বৰূপ প্ৰকাশ পাব লাগে। ঈশ্বৰৰ ৰূপটো আনন্দই, কিন্তু তেওঁৰ তিনটা ৰূপ বৰ প্ৰসিদ্ধ। এটা সত্য, দ্বিতীয়টো চিত অৰ্থাৎ জ্ঞান আৰু তৃতীয়টো হৈছে আনন্দ। কৰ্ম্মযোগত, সংসাৰত আৰু জীৱনত সত্য প্ৰধান হয়। জ্ঞানী সকলৰ গুহাত, আৰু বিদ্বানৰ পুথিভঁৰালত জ্ঞান প্ৰধান হয়। ভক্তি মাৰ্গত আনন্দ প্ৰধান হয়। বিদ্যালয় মানে ভক্তি-মাৰ্গ অৰ্থাৎ ইয়াত যিকোনো কামকে নকৰক লাগে, সকলো আনন্দৰ কাৰণেই কৰা হব।

## ভাত-ৰন্ধাৰ আনন্দ

খাওঁতে ভক্তি-মাৰ্গৰ বাহিৰৰ মানুহেও আনন্দ অনুভৱ কৰে; কিন্তু ভাত-ৰান্ধোঁতে হলে আনন্দ অনুভৱ নকৰে। পঢাশালিত ল'ৰা-ছোৱালীবোৰে আনন্দৰ কাৰণেই ভাত আদি ৰান্ধিব। ভাত সিজঁতে বৰ আনন্দ পাব। কটি কেনেকৈ ফুলি উঠে তাক দেখি সিহঁতৰ আনন্দত পাৰ নোহোৱা হব। খৰিত জুই লগা, পাখীৰ উৰ্ভলি পৰিবলৈ ধৰা ইত্যাদি দেখিলে সিহঁতে বৰ ভাল পাব। হাতত লৈ কটি কেনেকৈ ঘূৰণীয়া বা গোল কৰে, ভাত কেনেকৈ উতলে, চকুত কেনেকৈ ভাতবোৰ নাচিবাগি লৰা-চপৰা কৰি থাকে—এইবিলাক দেখি ল'ৰা-ছোৱালীৰ সঁচাকৈয়ে বৰ ভাল লাগিব। এনেধৰণৰ আনন্দ উপভোগ কৰিবৰ কাৰণেই

সিহঁতে ভাত-আদি বান্ধিব আৰু খাবও আনন্দৰ কাৰণেই। আনন্দৰ কাৰণে জোখ-মাখ্ কৰি খাব। যদি ভজা বা আঞ্জাত জোখ-মাখ নকৰাকৈ এসোপামান লোণ ঢালি দিয়ে তেন্তে খাওঁতে আনন্দ কেনেকৈ পাব? ভজা বা আঞ্জাত আন্দাজ কৰি লোন দিলেহে তাক খাই ভাল লাগে। খোৱা বস্তু যদি এপেটকৈ থাহি থাহি খোৱা হয়, তেতিয়াও আনন্দ পোৱা নেযাব। পেট ঠিহ্ ঠিহাবলৈ ধৰিব, কান্দিব লগা হব আৰু শেষত গৈ ডাক্তৰক নেমাতিলে ৰক্ষা নোহোৱা হব। এনেকুৱা বিলাক কষ্ট আমি ভোগ কৰিবলৈ নিবিচাৰোঁ। সেই গতিকে আমি আহাৰ আনন্দৰ কাৰণে খাব লাগে। আন মানুহেও আহাৰ খায় পিচে তেওঁলোকে যথেষ্ট নিকাৰ ভুগিব লগাত পৰে। আমি কিন্তু তেনেকুৱা নকৰো, আহাৰ কৰি অন্তাই আমি আনন্দ মনেৰে বাচন-বৰ্ত্তন আদিও ধুম।

## সকলোতকৈ ভাল সাংস্কৃতিক কাৰ্য্যক্ৰম

এনেকুৱা মানুহবোৰে ৰাতি ১০।১১ বজালৈকে চিনেমা চায়, বাজে কথা পাতি সময় নষ্ট কৰে আৰু নানান কষ্ট সহ্য কৰে। আমি হলে তেনে কষ্ট মুঠেই সহ্য কৰিব নোৱাৰোঁ। আমি নিতৌ ঠিক ৮ বজাত আনন্দ লভিবৰ কাৰণে প্ৰকৃতিৰ কোলাত শুই পৰোঁ। হতভাগাইঁতে ৰাতি বেলিকৈ শুব, তাৰ পিচত তেওঁলোকৰ বুকত উঠি ভূত-পিশাচে তাণ্ডৱ নৃত্য কৰা আদি সপোন দেখিব। আমি এনেকুৱা সুন্দৰ টোপনি যাম যে আমি সপোন দেখিবলৈকে নেপাম। বেঁচ আনন্দ লাগিব। সেই বাবে আমাৰ কাৰ্য্যক্ৰম বৰ আনন্দৰ হব। ৮-৩০ বজাত ঘণ্টা পৰা মাত্ৰকে আমি শুই পৰিব লাগে।

বুদ্ধ-গয়াত সৰ্ব্বোদয় সম্মিলন হৈছিল। গোটেই দিনৰ

দিনটো নানান আলোচনা-বিলোচনাতেই পাৰ হৈ গ'ল। ৰাতি মানুহে ৰং-তামাছা কৰিবলৈ মন মেলিলে। এজনে আহি কলে যে সাংস্কৃতিক কাৰ্য্যক্ৰম হ'ব। মই সুধিলোঁ। "কোন সময়ত হ'ব"? তেওঁ কলে, "৮ বজাৰ পৰা আৰম্ভ হ'ব, পুৰা ছ্ঘণ্টা চলিব।" তাৰ পিচত মই কলো যে তাতৈ আমি যাব খোজা নাই। কিয়নো আমাৰ কাৰণে ছ্ঘণ্টীয়া সাংস্কৃতিক কাৰ্য্যক্ৰম যথেষ্ট নহয়। আমাৰ সাংস্কৃতিক কাৰ্য্যক্ৰম ৮ বজাত আৰম্ভ হ'ব আৰু ৩ বজালৈকে চলিব। পুৰা ৭ঘণ্টা আমি শুব পাৰিম। আটাইতকৈ বিতোপন সাংস্কৃতিক কাৰ্য্যক্ৰম হৈছে আমাৰ এইটোৱেই। শোৱাৰ আনন্দ কোনেও হেৰুৱাব নেলাগে।

## ব্ৰহ্ম মুহূৰ্ত্তৰ আনন্দ

ৰাতি পুৱা চাৰি বজাত উঠা কাৰ্য্যক্ৰমো কিমান আনন্দদায়ক! জাৰতে উঠিব লাগে আৰু লৰিবলৈ আৰম্ভ কৰি দিব লাগে। তাৰ পিচত জাৰো লৰি পলাব। আমি শুই থাকিলে জাৰো আমাৰ লগত শুই থাকে। গাটো থক্ থক্ কৰি কঁপিবলৈ ধৰে। আমি বহি থাকিলে জাৰো আমাৰ লগতে বহি থাকে। আমি লৰিবলৈ আৰম্ভ কৰিলে জাৰেও লৰিবলৈ ধৰে। শুই উঠিলে আৰু লৰিলে মনলৈ উৎসাহ আহে। এই কাৰণে ৰাতি পুৱাতে উঠা আৰু লৰাৰ আনন্দ উপভোগ কৰিবলৈ আমি কেতিয়াও নেৰোঁ।

## জলপানৰ আনন্দ

সূৰ্য্য উদয় হোৱাৰ পাচত আমি হাত, মুখ, নাক, চকু, আদি ধুম। নগৰৰ মানুহে হাত-মুখ নোধোৱাকৈয়ে চাহ খায়। আপুনিনো বন্ধা বাচন-বৰ্ত্তনত জানো, নমজাকৈ কোনোবাই খাব? কোনেও নেখাব। মুখখনকো এটা বৰ্ত্তনকে

বুলিব পাৰি। এনেকুৱা লেতেৰা মুখেৰেই মানুহে চাহ খায়। তাৰ পিচত গৈ দাঁত বেয়া হয়। তেজ-পুঁজ ওলাবলৈ ধৰে আৰু সি খোৱা বস্তুৰ লগত পেটলৈ গুচি যায়। ধূনীয়া ধূনীয়া মিঠাইৰ লগত তেজ-পুঁজো ভিতৰলৈ সোমাই যায়। তাৰ পিচত বেমাৰ আহি পৰে। তেতিয়া দাঁত সৰাৰ লগাত পৰে। এই কাৰণে ৰাতিপুৱা শুই উঠি হাত, মুখ, নাক, চকু, কাণ আদি পৰিষ্কাৰ-পৰিচ্ছন্ন কৰিব লাগে। তাক নকৰাকৈ কেতিয়াও একো বস্তু খাব নেলাগে। এই-বোৰ কৰি অঁতোৱাৰ পিচত অলপ জলপান খাব লাগে। বহুতো বস্তু আমি পেটত ভৰাবলৈ ইচ্ছা নকৰো। বহুবিধ বস্তু যদি আমি পেটত ভৰাওঁ তেন্তে পেটেনো কি কৰিব লাগে আৰু কি কৰিব নেলাগে তাক ক'বকে নোৱৰা হব। একেটা চৰুতে জানো শাক-পাচলি, চাউল, দাইল আদি একেলগে ভৰাই দিলে ভালকৈ সিজিব? কোনো বস্তু দুঘণ্টাত সিজে। কোনো বস্তু হয়তো সিজোঁতে চাৰি ঘণ্টা লাগে। কিছুমান বস্তু আকৌ ছয় ঘণ্টাতহে সিজে। দাইল-ভাত খালে চাৰি ঘণ্টাত জীণ-যাব। গাখীৰ খালে দুঘণ্টাত জীণ যাব। প্ৰত্যেকটো বস্তুকে জীণ নিয়াবৰ কাৰণে বেলেগ বেলেগ সময়ৰ আৱশ্যক। সকলোবোৰ বস্তু পেটত ভৰাই ললে পেট অসুখ কৰিব। এই কাৰণে ৰাতিপুৱাৰ জলপান পাতল বা লঘু আহাৰৰ হব লাগে।

## খেতিৰ আনন্দ

জলপান-পাতি খাই-বৈ উঠি হাতত কোৰ-কুঠাৰ লৈ পথাৰলৈ যাম। পথাৰত গৈ খেতিৰ কামত লাগিম। খেতিৰ কাম কৰি বৰ ভাল লাগিব। কঠিয়া সিঁচিব লাগে, পুলি কলে পানী দিব লাগে, ক'ৰবাত দোৱা কটা

কৰিব লাগিব, ক'ৰবাত হয়তো এঠাইৰ পৰা মাটি কাটি নি আন ঠাই ভৰাব লাগিব। পথাৰত যদি উ"ই হাঁফলু আৰু খাল বা গাঁট থাকে তেন্তে কাম কেনেকৈ চলিব? উ"ই হাঁফলুবোৰ খহাই সকলো সমান কৰি পেলাব লাগিব। সৰু কালতে যদি ল'ৰা-ছোৱালীয়ে এইদৰে খেতি কৰাৰ আনন্দ উপভোগ কৰিবলৈ শিকে তেন্তে ডাঙৰ হলে অন্য আনন্দ উপভোগ কৰিবলৈ পাব।

## পঢ়াত আনন্দ

তাৰ পিচত অলপ পঢ়াৰ আনন্দ হব, লিখাৰ আনন্দ হব, অলপ আওবোৱাৰ আনন্দ হব, গান গোৱাৰ আনন্দ হব, আৰু ছবি অঁকাৰ আনন্দ হব। এই সকলোবোৰ লগ লগালে ২৪ ঘণ্টীয়া আনন্দৰ কাৰ্যাক্ৰম হৈ পৰিব। ইয়াকেই ভক্তি মাৰ্গ বোলা হৈছে। বিদ্যালয় কাৰ্য্যসূচীও ঠিক এনেকুৱাই হব লাগে।

## কামো নাই, ছুটীও নাই

আজি মানুহে ল'ৰা-ছোৱালীবোৰৰ হতুৱাই ৮ ঘণ্টা ধৰি কল-কাৰখানা বোৰত কাম কৰোৱাই লয়। অৰ্থাৎ পুৱা ৮ বজাৰ পৰা আবেলি ৪ বজালৈকে দুঃখৰ কাৰ্যাক্ৰম। তাৰ পিচত কয় যে এঘণ্টা আনন্দ কৰা আৰু খেলা স্কুলত হাতৰ কাম যে লায়েইনে ভৰিৰ কামো নাই। একাদিক্ৰমে বহিয়েই থাকে। পাঁচ-ছয় ঘণ্টা বহি থাকিলে ল'ৰা-ছোৱালীয়ে বিৰক্তি পায়। ছয়দিন স্কুল হয় দেখি এওঁলোকে এদিন ছুটী দিয়াৰ কথা ভাবে। অৰ্থাৎ ছয়দিন কাম আৰু এদিন ছুটী। আমি কওঁ যে এনেকুৱা য'ত চলে সেইবোৰ আমাৰ স্কুল নহয়। আমাৰ স্কুলত ছুটী নেথাকিব। এই নিচিনাকৈয়ে ই আমাৰ জীৱনৰ আনন্দময় কাৰ্য্যক্ৰম হৈ উঠিব।

কুজেন্দ্ৰী, কোৰাপুট, (উড়িষ্যা)
২১ ডিচেম্বৰ, ১৯৫৫

## পঠন আৰু শ্ৰৱণ শ্ৰেণী

আজি-কালি পাঁচ বছৰীয়া সৰু সৰু ল'ৰা-ছোৱালীৰ কাৰণে যি বিলাক স্কুল চলোৱা হৈছে, তাত সময়ৰ সৎ ব্যৱহাৰ ঠিক মতে কৰা নাই। সৰু সৰু ল'ৰা-ছোৱালীবোৰে যদি একে লেঠাৰিয়ে পাঁচ ঘণ্টা ব্যাপী লিখা পঢ়াকে কৰি থাকিব লগা হয় তেন্তে সিহঁতৰ কাৰণে বৰ বেচি বোজা হয়। তেনেবিলাক স্কুললৈ দুখীয়া মানুহৰ ল'ৰা-ছোৱালীও আহিব নোৱাৰে। তাত যি শিক্ষা পোৱা যায় সি কোনো কামত ন'হে। এই নিমিত্তেই আমি কৈছোঁ যে এঘণ্টীয়া স্কুল হব লাগে। সেই ঘণ্টাটো অতি ৰাতি পুৱাতে বেলি ওলোৱাৰ আগে পিচেই হব লাগে। এই সময়ত স্কুল কৰিলে গাৱঁৰ ল'ৰা-ছোৱালীবোৰে ঘৰত বন-বাৰি কৰিবলৈ সকাহ পাব। তেতিয়া গাৱঁৰ দুখীয়া নিচলা যি আছে সকলোৱে ল'ৰা-ছোৱালী আহিব পাৰিব। ই হ'ব ৰাতি পুৱাৰ পঠন শ্ৰেণী। এই অনুক্ৰমেই গধূলি এঘণ্টা বয়সীয়া সকলৰ কাৰণে শ্ৰৱণ শ্ৰেণীও চলোৱা হব।

তাত লিখা-পঢ়া শিকোৱা নহব। কেৱল মাত্ৰ ৰামায়ণ বা মহাভাৰতৰ নিচিনা পুথি পঢ়ি হে শুনোৱা হব। সাধু-মহন্ত-সকলৰ চৰিত্ৰ আৰু গদ্য-পদ আদি শুনোৱা হব। গাৱঁৰ বিভিন্ন সমস্যাৰ বিষয়ে আলোচনা হব। খেতি-পথাৰ সম্বন্ধীয় নতুন নতুন অনুভৱ সহজ-সৰল ভাষাত বৰ্ণনা কৰা হব। ভজন, সঙ্গীত আদিও শুনোৱা হব। এইদৰেই এঘণ্টা সময় শ্ৰৱন-শ্ৰেণী চলিব। মানৱ জীৱনৰ কাৰণে আৱশ্যকীয় জ্ঞান তাতে দিব পৰা হব। পঢ়া অৱস্থাত সকলো ল'ৰা-ছোৱালী ৰাতি পুৱাৰ স্কুললৈ যাব। ইয়াৰ পাচত দ্বিতীয় অৱস্থাত গধূলি

শ্ৰৱণ-শ্ৰেণীলৈ যাব। দুয়োটা শ্ৰেণীতেই ছুটীৰ আৱশ্যক নকৰে। কিয়নো স্কুল মাত্ৰ এঘণ্টাহে চলিব। আজি যঁত পাঁচ ঘণ্টা ধৰি স্কুল চলে তাত ছমাহকৈ ছুটীও আছে, নিয়ম মতে স্কুল আঢ়ৈ ঘণ্টাহে চলে। আমাৰ এই স্কুল নিতৌ চলিব। ইয়াত পাহৰিবলৈ সুবিধা নেথাকিব। ৰবক অভিজ্ঞতাই এইটো হে কয় যে যেনেকৈ নিতৌ খাই থাকিলে শৰীৰ হৃষ্ট-পুষ্ট হয়, নিতৌ গা-ধোৱাৰ পৰা গা পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থাকে সেইদৰেই নিতৌ অলপ অলপ পঢ়াৰ পৰা মন তুষ্টহে হব। এই গতিকে জ্ঞান ৰূপী আহাৰৰ কাৰণে ছুটীৰ আৱশ্যক মুঠেই নকৰে। বৰ্তমানৰ স্কুলবোৰ পাঁচ পাঁচ ঘণ্টা ধ'ৰি চলে বা'বেই ছুটীৰ প্ৰয়োজন হয়। এইদৰে এঘণ্টীয়া স্কুল বেছি খৰচ-বৰচ নকৰাকৈয়ে গোটেই ভাৰতত এবছৰৰ ভিতৰতে স্থাপন কৰিব পাৰি।

এঘণ্টীয়া স্কুলত আপোনালোকৰ যি শিক্ষক থাকিব তেওঁলোকেও ওৰে দিনটো নিজৰ নিজৰ কাম কৰি থাকিব। এই নিমিত্তে তেওঁলোকক বেছি বেতন আদিও দিবৰ আৱশ্যক নকৰিব। তেওঁলোকৰ পৰা যদি গাওঁ বাইজে এঘণ্টাৰ সেৱা ( কাম ) পায় তেনে গাওঁ বাইজেও বছৰৰ মূৰত নিজৰ উৎপন্ন জাত শস্যৰ এটা ভাগ তেওঁলোকক দিবই। এইদৰেই প্ৰায় বিনামূলীয়া ভাবেই সেই স্কুলবোৰ চলিব বুলি ভবা হৈছে। এঘণ্টীয়া স্কুলত যি পঢ়োৱা হব তাৰ সম্বন্ধ, খেতি, গাৱঁলীয়া-শিল্প আদি গাৱঁলীয়া জীৱনৰ লগত সম্বন্ধ থকা হব লাগিব। ঘৰে ঘৰে বস্তা-বঢ়া খোৱা আদি কাম চলে যেতিয়া তাকো শিক্ষাৰ এটা বাহন বুলি ধৰি লোৱা হব; আহাৰ-বিজ্ঞান সম্বন্ধীয় বহুতো কথা তাৰ জৰিয়তে শিকোৱা হব। নিজৰ গাওঁখন চাফ্-চিকণ্ কৈ ৰখাটো গাওঁ বাইজৰেই কৰ্তব্য। এই কাৰণে চাফাইকো, তেওঁলোকক

শিক্ষা দিয়াৰ এটা মৌলিক বাহন বুলি ধৰি লব লাগে। গাৱঁত যদি কোনো বেমাৰ আজাৰ হয় তেন্তে তাক দূৰ কৰিবৰ কাৰণে যি কাম কৰা হব সিয়ো জ্ঞান-প্ৰাপ্তিৰ এটা উপকৰণ হৈ পৰিব। গাৱঁত কোনো মানুহ-দুনুহ মৰিলে তেওঁৰ মৃত্যুও জ্ঞানৰ উপকৰণেই হব। কোনো কোনো ঠাইত বেছি বৰষুণ হোৱা বাবে শস্য কম উৎপাদন হৈছে তেনে ক্ষেত্ৰত সিয়ো জ্ঞানৰ উপকৰণেই হব। গাৱঁত হোৱা বিয়া-সবাহ আদি উচৱো জ্ঞান অৰ্জ্জনৰ উপকৰণ হৈ পৰিব। গাৱঁত যদি কাৰবাক পগলা কুকুৰে কামোৰে আৰু যদি গাৱঁত দ্বন্দ্ব-খৰিয়াল লাগে তেন্তে সিয়ো জ্ঞানৰ উপকৰৰ্ণ হব। এই দৰেই গাৱঁৰ প্ৰত্যেকটো ঘটনা আৰু প্ৰত্যেকটো বিষয়েই জ্ঞান অৰ্জ্জনৰ প্ৰধান উপকৰণ হৈ পৰিব।

আপোনালোকে এইটো নেভাবিব যে ইমানবিলাক বিষয় এঘণ্টাৰ ভিতৰত কেনেকৈ পঢ়াব? এঘণ্টা ৰাতিপুৱা আৰু এঘণ্টা গধূলি এনেভাৱেই দুঘণ্টাৰ শ্ৰৱণ-পঠনৰ শ্ৰেণীত জ্ঞান পাব পাৰি। এইখিনি কথা মই মোৰ অভিজ্ঞতাৰ পৰাহে কৈছোঁ। আমি বহুতো ল'ৰাক বহু বছৰ ধৰি শিক্ষা দিয়াৰ কাম কৰি আহিছোঁ। তাৰ ভিতৰত বহুত ল'ৰাকেই এঘণ্টাকৈ বেছি সময় মই পঢ়োৱা নাই। সেই কেইজন ল'ৰাই ভাল জ্ঞান লাভ কৰিছে আৰু তেওঁলোক আজিও সমাজ সেৱাতেই লাগি আছে। গধূলি যিটো শ্ৰৱন শ্ৰেণী চলিব তাতে বয়সস্থ সকলতো আহিবই তাৰোপৰি ল'ৰা-ছোৱালী অহাতো কোনো বাধা নেথাকিব। তাৰ মানে ল'ৰা-ছোৱালীয়ে পুৱাৰ পঠন-শ্ৰেণী আৰু গধূলিৰ শ্ৰৱণ-শ্ৰেণী দুয়োটাতে যোগ দিব পাৰিব। দিনে দুঘণ্টাকৈ শুনা, পঢ়া আৰু লিখাৰ কাম কৰিব। গ্ৰামোদয় সমিতিৰ তৰফৰ পৰা যদি গাৱঁত গাৱঁলীয়া শিল্পৰ ব্যৱস্থা কৰা হৈছে তেন্তে

বাকীখিনি সময়ত ল'ৰা-ছোৱালীবোৰে গাৱঁলীয়া শিল্পৰ কাম শিকিব পাৰিব। ল'ৰা-ছোৱালীবোৰ নিজৰ নিজৰ ঘৰে-পথাৰে লাগি যাব পাৰিব। এনেবিলাক শিল্পৰ ব্যৱস্থা কৰাটো স্কুলৰ কাম নহয়, গ্ৰামোদয় সমিতিৰ কামহে। গতিকে সেই কামত যি খৰচ হ'ব তাৰ বোজা স্কুলৰ ওপৰত নপৰে বৰং সেই গাৱঁৰ গ্ৰাম-উন্নয়ন সমিতিৰ ওপৰতহে পৰিব। এনেধৰণৰ স্কুলত পইচাৰ ব্যৱহাৰ বহুত কম হ'ব আৰু তাৰ ল'ৰা-ছোৱালীবোৰ কাৰ্য্য-দক্ষ হৈ পৰিব।

## সন্ধ্যা সময়ৰ মহত্ত্ব

ৰাতিপুৱা এঘণ্টা সময় মন বৰ প্ৰফুল্ল হৈ থাকে। তেনে অৱস্থাত ছাত্ৰই একাগ্ৰ হৈ বিদ্যা শিক্ষা কৰিব। গধূলি যি শ্ৰৱণ-শ্ৰেণী চলিব তাত মনোৰঞ্জন, সাধু-কথা, গল্প, ভাগৱতৰ কথা, আৰু সঙ্গীত আদি থাকিব। তাৰ যোগেদি কোনো ভাগৰ আদি নলগাকৈ জ্ঞান অৰ্জ্জন কৰিব পৰা হ'ব। শ্ৰৱণ-শ্ৰেণীত যিবোৰ গদ্য-গল্প কোৱা হ'ব তাৰ অন্তত একোটা সুন্দৰ ভজন বা গীত গাই শুনোৱা হ'ব। সেই ভজন বা গীতটোৰ অৰ্থও ভঙাই দিয়া হ'ব। তাকে অন্তৰত সুমাই লৈ ল'ৰা-বুঢ়া সকলোৱেই শুই যাব। শাস্ত্ৰকাৰ সকলে কৈছে যে, 'মানুহে যদি ঈশ্বৰৰ ওপৰত অচলা ভক্তি ৰাখে তেন্তে জীৱনৰ অন্তিমকালত তেওঁ অত্যন্ত শান্তি পাব। অন্তিম-কালৰ ইমান মহত্ত্ব। অন্তিমকালত কিছুমানে হাঁহে আৰু ধেমালি কৰে, এনেকুৱা হ'ব নেলাগে। বৰং ভগৱৎ প্ৰেমৰ দ্বাৰাই অন্তৰ পৰিপূৰ্ণ হৈ থাকিব লাগে, মন শান্তিত থাকিব লাগে, এনে অৱস্থাত অন্তিম সময় উপস্থিত হ'লেহে মানুহে ইহ-কালত উত্তম জন্ম আৰু চিৰশান্তি লাভ কৰিব পাৰে। আমাৰ জীৱনৰ অন্তত যিটো নিয়ম খাটিব, সি দিনৰ অন্তটো

থাটিব। দিনৰ অন্তত আমি ৰাতি শুবলৈ যাওঁ। একালৰ পৰা চালে সিয়েই আমাৰ দৈনিক মৃত্যুৱেই। পিচ দিনা ভগৱানে জগাই দিয়ে যদি আমি সাৰ পাম। নজগালে সেয়েই আমাৰ সমাধি হব। এই বাবে নিদ্ৰা অৰ্থাৎ টোপনিও দৈনিক মৃত্যুৱেই। টোপনি অহাৰ আগতে যদি মানুহে ভগৱৎ-ভক্তিত অত্যন্ত তন্ময় হৈ শুই যায় তেন্তে তাৰ পৰা তেওঁৰ যথেষ্ট লাভ হয়। সপোন নেদেখা হয়। শান্তি আৰু উৎসাহ প্ৰাপ্ত হয়, এই কাৰণে অন্তিম সময়ক, টোপনি অহাৰ আগৰ সময়ক আমি বহুতো মহত্ত্ব দিব খোজোঁ। এই নিমিত্তে সন্ধ্যাৰ প্ৰৱণ-শ্ৰেণীত এটা সুন্দৰ ভজন হব লাগে। সেই ভজনটোৰ অৰ্থ আৰু সুৰৰ ধ্বনিত মগ্নহৈ ল'ৰা-ছোৱালীৰ পৰা আৰম্ভ কৰি বুঢ়া-বুঢীলৈকে সকলোৱেই ভগৱানৰ কোলাত শুই পৰিব লাগে। এনেধৰণৰ জ্ঞানৰ পৰিকল্পনা যদি আমি কৰিব পাৰোঁ তেন্তে বৰ বেছি খৰচ নহব। সেই জ্ঞান পৰিকল্পনা ব্যাপক হব আৰু আৰু গাৱেঁ গাৱেঁ অতি সোন-কালে হৈ উঠিব।

ৰাতিপুৱা আৰু গধুলি যিসকল শিক্ষক কিম্বা ব্যৱস্থাপকে এঘণ্টা সময় দিব তেওঁলোকক গাৱঁৰ ৰাইজে গোটখাই প্ৰতি বছৰ কিছু শস্য দি থাকিব। তাকো কিজানি দিবৰ আৱশ্যক নহব। কিয়নো যেনেকৈ আমি সম্পত্তি দানৰ অংশ লওঁ সেইদৰেই তেৱেঁা দিনটোৰ ভিতৰত এঘন্টা মৰমেৰে সৈতে ৰাইজক পঢ়াবলৈ বুদ্ধিদান দিব পাৰে। শিক্ষকৰ ঘৰত হয়তো কোনো বস্তুৰ আৱশ্যকতা আছে, কিন্তু ৰাইজৰ পৰাও একো লবলৈ মন কৰা নাই; তেনে ক্ষেত্ৰত ৰাইজে কিছু নহয় কিছু দিব আৰু তেৱোঁ তাক প্ৰসাদ বুলি ভাবি গ্ৰহণ কৰিব। এনেকুৱাবিলাক স্কুলৰ কাৰণে চৰকাৰে ইচ্ছা কৰিলে কিতাপ-পত্ৰ আদি বিলাব পাৰে। তেওঁলোকৰ সেইটো

কৰ্ত্তব্যও। গাঁৱৰ যিসকল মানুহে পঢ়িব তেওঁলোকেও নিজৰ কিতাপ পঢ়ি অতোঁৱাৰ পিচত স্কুলত দি দিব। এইদৰেই আমাৰ সেই শ্ৰৱণ আৰু পঠন শ্ৰেণীক সকলো মানুহে সকলো প্ৰকাৰেৰে অলঙ্কৃত কৰিবলৈ পাই নিজকে নিজে ধন্য মানিব।

সৰ্ব্বোদয় পুৰম্ (কাঞ্চিপুৰম)
৩১ মেই, ১৯৫৬ চন।

## প্ৰশ্নোত্তৰ

প্ৰশ্ন :—আপুনি কৈছে যে গাঁৱৰ কাৰণে প্ৰতিদিন এঘণ্টীয়া পাঠশালাই যথেষ্ট; ইমান কম সময়তে ল'ৰা-ছোৱালীক সম্পূৰ্ণ জ্ঞান দিব পৰা হবনে? যেনেকৈ শাৰীৰিক দৃষ্টিত গাঁৱৰ মানুহ আঁধা পেটীয়া (under-fed) সেইদৰেই মাত্ৰ এঘণ্টা পঢ়োৱাৰ পৰা মানসিক দৃষ্টিতো আধাপেটীয়া নহবনে?

বিনোবা :—প্ৰতিদিন এঘণ্টাকৈ বৌদ্ধিক শ্ৰেণী (Theoritical class) লোৱাটো সক ল'ৰা-ছোৱালীৰ কাৰণে কোনো মতেই কম বুলিব নোৱাৰি। শিক্ষকে গাঁৱৰ আন-মানুহৰ দৰে নিজে কাম বন কৰি নিজৰ জীৱিকা অৰ্জ্জন কৰিব; গতিকে বাকী খিনি সময়তো শিক্ষকজনৰ লগত গাঁওবাসীৰ সজীৱ সম্বন্ধ থাকিব আৰু গাঁৱৰ ল'ৰা-ছোৱালীবোৰেও তেওঁৰ পৰা কিছু নহয় কিছু জ্ঞান পাইয়েই থাকিব। এই বিলাক যদি বাদো দিয়া যায় তেতিয়াও এঘণ্টাৰ নিয়মিত "পাঠ" সক ল'ৰা-ছোৱালীৰ কাৰণে যথেষ্ট বুলি মই কব খোজোঁ। মইতো ভাবো খাওঁতে অৰ্থাৎ শৰীৰক আহাৰ যোগাওঁতে যিমান সময় লাগে সিমান সময়হে 'শিক্ষা'ৰ কাৰণে অৰ্থাৎ বুদ্ধি আৰু মনক আহাৰ যোগোৱাৰ কাৰণে দিব লাগে, বাকীখিনি সময় খোৱা বস্তুবোৰ জীৰ্ণ নিউৱাৰ কামত

দিব লাগে। দিনটোত যদি আমি তিনিবাৰকৈ খাওঁ তথাপি আহাৰ কৰোঁতে সকলো মিলাই ডেৰ ঘণ্টাতকৈ বেছি সময় নেলাগে। সেই কাৰণে বুদ্ধিক আহাৰ যোগাওঁতেও ইয়াতকৈ বেছি সময় লাগিব নেলাগে। এঘণ্টাও যদি ভালকৈ পঢ়োৱা যায় তেন্তে এই খিনি সময়ৰ ভিতৰতে ল'ৰা-ছোৱালীক ইমান জ্ঞান দিব পাৰি যাক হজম কৰিবৰ কাৰণে অৰ্থাৎ তাক মনন আৰু অভ্যাস কৰিবৰ কাৰণে সিহঁতক যথেষ্ট সময়ৰ আৱশ্যক। আমি এইটো বুজা উচিত যে শিক্ষা মানে, আজি-কালিৰ মানুহে ভবাৰ দৰে বুজনি দিয়া বা জ্ঞান দিয়াই নহয়। শিক্ষাৰ অৰ্থ হৈছে ল'ৰা-ছোৱালীৰ অন্তৰত জ্ঞান অৰ্জ্জন কৰিব পৰা শক্তি সৃষ্টি কৰা। এইখিনি হলে অৰ্থাৎ জ্ঞান-পিপাসা জাগ্ৰত কৰিব পাৰিলেই বাকী কাম সহজ হৈ পৰে; তাৰ পিচত তাক সিহঁতে নিজে নিজে আয়ত্ত কৰি লব। এই নিমিত্তে এঘণ্টা সময় ইয়াৰ কাৰণে যথেষ্ট বুলি ভাবিব লাগে।

আমি এইটোলৈও মন কৰা উচিত যে আজি-কালি যিবোৰ স্কুল পাঁচ ঘণ্টা চলে, সেইবোৰ বছৰত পাঁচ মাহ বন্ধ থাকে। গতিকে তাক পাঁচ ঘণ্টাৰ ঠাইত আঢ়ৈ ঘণ্টা বুলি হে ধৰিব লাগে। মাজে মাজে বন্ধ থাকিলে ল'ৰা-ছোৱালীয়ে শিক্ষা গ্ৰহণ কৰোঁতেও বেছি সময় লাগে। আমাৰ 'পাঠশালা" নিতৌ এঘণ্টাকৈ চলিব। তাৰ শিক্ষক সকলো আজি-কালিৰ প্ৰায়েবোৰ স্কুলৰ শিক্ষকতকৈ বেছি অৰ্হতা সম্পন্ন হব। বৰ্ত্তমানৰ শিক্ষা-প্ৰণালীও ওলোটা ভাবে চলিছে। প্ৰাইমেৰী স্কুলতে আটাইতকৈ ভাল শিক্ষকৰ আৱশ্যক। অথচ তাত আজি-কালি কম অৰ্হতা থকা লোকক হে ৰখা হৈছে। এই নিমিত্ত এই গোটেইখিনি কথা চিন্তা কৰি চালে আমাৰ এঘণ্টাৰ শিক্ষা কোনো গুণেই কম নহয়।

প্ৰশ্ন :—আপুনি যিটো কৈছে সি সাধাৰণ শিক্ষাৰ কাৰণে

অৱশ্যে ঠিকেই। কিন্তু এঘণ্টীয়া শিক্ষা উচ্চ শিক্ষাৰ ক্ষেত্ৰতো যথেষ্ট বুলি ভাবেনে কি ?

বিনোবা :—মই দেখোন ল'ৰা-ছোৱালীক পোনে-পোনেই উপনিষদৰ শিক্ষাকে দিওঁ। এই নিচিনাকৈ নিতৌ এঘণ্টাৰ পাঠেৰে অতি উচ্চতকৈ উচ্চ জ্ঞান দিব পাৰি। অৱশ্যে মই এঘণ্টীয়া পাঠশালাৰ যিটো কল্পনা আপোনালোকৰ আগত দাঙি ধৰিছোঁ সি বুনিয়াদী বা প্ৰাথমিক স্কুলৰ কাৰণে হে। তাৰ তুলনা বৰ্ত্তমান চলি থকা চাৰি পাঁচ ঘণ্টীয়া প্ৰায়মেৰী শিক্ষাৰ লগত হে কৰিব লাগে। আমি এইটোকেই চাব লাগে যে আজিৰ স্কুল বোৰত ল'ৰা-ছোৱালী বিলাকে যিমান শিক্ষা পাইছে সিমান আমাৰ এঘণ্টীয়া স্কুলত পাবনে নেপায়। ইয়াৰ উপৰিও মই কৈছোৱেই যে গাৱেঁ গাৱেঁ "বিশ্ববিদ্যালয়" হব লাগে। এঘণ্টীয়া পাঠ-শালা হৈছে সাধাৰণ ব্যাপক শিক্ষাৰ কাৰণে হে। গাৱঁত এই খিনি হ'লেই আমি সন্তুষ্ট হৈ নেথাকো। যদি প্ৰতিখন গাৱঁত জন্মৰ পৰা মৃত্যুলৈকে মানুহ থাকিব পাৰে আৰু সকলো কাম হব পাৰে, তেন্তে প্ৰত্যেক গাৱঁতে সম্পূৰ্ণ শিক্ষাৰ ব্যৱস্থাও থাকিব লাগে। সাধাৰণ শিক্ষা গাৱঁত, তাতকৈ উচ্চ শিক্ষা জিলাত, তাতকৈ উচ্চ শিক্ষা মহানগৰীবোৰত আৰু তাতোকৈয়ো উচ্চ শিক্ষা আৰু ক'ৰবাত; এনেধৰণৰ আঁচনি কৰাটো ভুল। জন্মৰ পৰা মৃত্যুলৈকে সকলো কাম গাৱঁতে চলে যেতিয়া সকলো প্ৰকাৰৰ শিক্ষাৰ আহিলাও তাত বিদ্যমান আছে। এই নিমিত্তেই মই কওঁ আৰু ভাবো যে গাৱেঁ গাৱেঁ "বিশ্ববিদ্যালয়" অৰ্থাৎ গাৱঁত যিমান উচ্চ শিক্ষাৰ ব্যৱস্থা কৰিব পাৰি তাক সোনকালে কৰিব লাগে।

প্ৰশ্ন :—আপুনি কোৱামতে উচ্চতকৈও উচ্চ তত্ব-জ্ঞান বা সমাজ-শাস্ত্ৰৰ জ্ঞান দিবৰ কাৰণে প্ৰতি গাৱঁতে ব্যৱস্থা কৰিব পৰা যায়; কিন্তু যাক আমি বিজ্ঞান বোলো তাৰ অৰ্থাৎ উচ্চ

টেকনিকেল শিক্ষা তথা গৱেষণা বা অনুসন্ধানমূলক কামৰ ব্যৱস্থা গাৱেঁ গাৱেঁ কৰাটো কেনেকৈ সম্ভৱ হব? তাৰ কাৰণে যিবোৰ যন্ত্ৰপাতিৰ আৱশ্যক, তাক গাৱঁলৈ ক'ৰ পৰা অনা হব।

বিনোবা :—মই যেতিয়া প্ৰত্যেক গাৱঁতে বিশ্ববিদ্যালয় হব লাগে বুলি কওঁ তাৰ অৰ্থ এইটো নহয় যে প্ৰত্যেক গাৱঁতে প্ৰত্যেক বস্তুৰ সম্পূৰ্ণ জ্ঞান আহৰণ কৰিব পৰা ব্যৱস্থা থাকিবই লাগিব। আজি যি বোৰ ইউনিভাৰচিটী চলি আছে তাতজানো এই বোৰ সম্ভৱ হৈছে? প্ৰতিটো ইউনিভাৰচিটীতে "ফেকাল্টী" অৰ্থাৎ প্ৰত্যেক বিষয়ৰ উচ্চ শিক্ষা আৰু গৱেষণাৰ ব্যৱস্থা তো খোৱা নাই। দুঠাইত একে ব্যৱস্থাৰ দুটা অনুষ্ঠান থাকিলেহে যিটোত বেছি অভিজ্ঞ শিক্ষক থাকিব তালৈ ছাত্ৰ যাব। গাৱঁৰ ইউনিভাৰচিটীবোৰো ঠিক তেনেকুৱাই হব। সাধাৰণ হিচাপে উচ্চতকৈও উচ্চ শিক্ষাৰ ব্যৱস্থা সকলো ঠাইতেই থাকিব কিন্তু য'ত বন-জংঘল বেছি থাকিব তাত 'বন্য-শাস্ত্ৰ,' বা 'উদ্ভিদ্ বিজ্ঞান' বা 'ঔষধি বিজ্ঞান' আদিৰ "ফেকাল্টী" থাকিব। সি সকলো ঠাইতে থাকিব নোৱাৰিব। এইটো বুজি লোৱা উচিত যে বহুতো উচ্চ জ্ঞানৰ সকলো বোৰেই ভৌতিক আহিলা-পাতিৰ ওপৰত অৱলম্বিত হৈ নেথাকে। উদাহৰণ স্বৰূপে জ্যোতিষ-শাস্ত্ৰৰ জ্ঞানৰ কাৰণে সদায় দুৰ্ব্বীণত চাবৰ আৱশ্যক নকৰে। কেতিয়াবা কেতিয়াবা চাই ললেই যথেষ্ট হব। যদি দুৰ্ব্বীণ প্ৰত্যেক গাৱঁতে ৰাখিব নোৱাৰিও তথাপি জ্যোতিষ শাস্ত্ৰৰ অধ্যয়ন গাৱেঁ গাৱেঁ কৰিব পাৰি। দুৰ্ব্বীণ কোনো কেন্দ্ৰীয় ঠাইত ৰাখি আৱশ্যক মতে তালৈ গৈ সকলোৱেই তাক ব্যৱহাৰ কৰিব পাৰে।

গৱেষণা ( Research )ৰ কাৰণে তিনটা বস্তুৰ আৱশ্যক। দাৰ্শনিক বৃত্তি, হাতেৰে কাম কৰাৰ অভ্যাস, কুশলতা আৰু

আৰু ভৌতিক আহিলাপাতি। গাঁৱত দাৰ্শনিক বৃত্তি নিৰ্মাণ হোৱাৰ পথত যে কোনো বাধা নাই তাক আমি ভালকৈ জানো। কৰ্ম্ম-কুশলতাৰ কাৰণেও তাত যথেষ্ট সুবিধা আছে। কিয়নো তাত প্ৰত্যেকটো কামকে নিজ হাতেৰে কৰা হয়। ভৌতিক আহিলাপাতিও বেছি ভাগেই তাত সহজে পাব পাৰি। কাৰণ গোটেই সৃষ্টিয়েই তাত খোলা থাকে। যিবোৰ আহিলা-পাতি সকলো ঠাইতে পাব নোৱাৰি তাৰ কথা ওপৰত কৈ আহিছোঁৱেই।

এবম্প্ৰকাৰে গাওঁবোৰত সম্পূৰ্ণ অৰ্থাৎ উচ্চতম শিক্ষা আৰু গৱেষণাৰ যথেষ্ট সম্বল পৰি আছে। এই কাৰণে প্ৰতি গাঁৱতে তাৰ ব্যৱস্থা হব লাগে। ইয়াৰ আৰম্ভনি আৰু প্ৰস্তুতি কৰণৰ কাম গাওঁবোৰত "এঘণ্ট ীয়া পাঠশালা"ৰ যোগেদি কৰিব লাগে। আজি জ্ঞান সীমাবদ্ধ হৈ আছে। জ্ঞানক ব্যাপক কৰি তুলিবলৈ আৰু সকলোৰে কাৰণে দুৱাৰ মুকলি কৰি দিবলৈ হলে, ওপৰত কৈ অহাৰ দৰেহে কৰিব লাগিব।

## সত্তা নিৰপেক্ষ শিক্ষা : ৬০ :

আমি অলপতে এটা সুশ্ৰাৱ্য ভজন শুনিবলৈ পাইছিলো। তাত এজন ভক্তই কৈছে যে তুমি মোৰ সঙ্গী আৰু মই তোমাত আশ্ৰয় লৈছোঁ, এই কাৰণে মই কালৈকে ভয় নকৰোঁ। কিন্তু আজি পৃথিৱীত এনেকুৱা অৱস্থাৰ সৃষ্টি হৈছে যে পৃথিৱীৰ বহুতো দেশেই ভয়ত ত্ৰাহি ত্ৰাহি কৰিব লাগিছে। তাৰ কাৰণ কি? তাৰ আচল কাৰণ হৈছে এইটোৱেই যে আমাৰ ঈশ্বৰৰ ওপৰত ভৰসা নোহোৱা হৈছে কিন্তু শক্তিৰ ওপৰত ভৰসা বাঢ়ি গৈছে। এই নিমিত্তেই ডাঙৰ ডাঙৰ দেশ বোৰে অস্ত্ৰ-শস্ত্ৰ বঢ়োৱাত উঠিপৰি লাগিছে।

ৰাৱণৰ হাততো বহুত অস্ত্ৰ-শস্ত্ৰ আছিল কিন্তু; তেওঁ নিৰ্ভয় হব নোৱাৰিছিল। ৰামায়ণত তাৰ বহুতো বৰ্ণনা আছে। সাগৰৰ পাৰত যেতিয়া বানৰ সেনাবোৰ উপস্থিত হ'লগৈ তেতিয়া ৰাৱণৰ অন্তৰত ভয়ৰ মাত্ৰা বাঢ়ি যাবলৈ ধৰিলে। তেওঁ বৰ পৰাক্ৰমী ৰজা আছিল আৰু তেওঁৰ সৈন্য-সামন্ত ও অস্ত্ৰ-শস্ত্ৰই অতি সুসজ্জিত হৈ আছিল। এই অৱস্থাই আজি পৃথিৱীৰো হৈছে। যাৰ হাতত বহুত বেছি অস্ত্ৰ-শস্ত্ৰ আছে তেওঁলোকেও ভয় কৰে আৰু যাৰ হাতত কম আছে তেওঁলোকেও ভয় কৰে। যাৰ কম আছে তেওঁ-লোকে ভাবে অস্ত্ৰ-শস্ত্ৰ বঢ়াব লাগে আৰু যাৰ হাতত আগৰে পৰাই বেছি আছে তেওঁলোকে আৰু অস্ত্ৰ-শস্ত্ৰ কেনেকৈ বঢ়াব এই লৈয়েই চিন্তাত পৰিছে। এইদৰেই আজি সমগ্ৰ পৃথিৱীয়েই ভয়ত আতুৰ হৈ পৰিছে।

## চৰকাৰে ভয়ৰ সৃষ্টি কৰিছে

এই সকলোবিলাক ভয় চৰকাৰেই সৃষ্টি কৰিছে। তেওঁ-লোক জনসাধাৰণৰ ৰক্ষক হয়। মানুহক স্বাৱলম্বী কৰাৰ পৰিৱৰ্তে চৰকাৰাৱলম্বী হে কৰি তোলে। তেওঁলোকে ৰক্ষা কৰিব বুলি ৰাইজে আশা পালি থাকে। চৰকাৰেও নিজকে নিজে ৰক্ষক বুলি ভাবে। এই অৱস্থা অকল ভাৰতৰেই নহয়—পাকিস্থান, ৰুছিয়া আৰু আমেৰিকাৰো। আমেৰিকাত বৰ ডাঙৰ ডাঙৰ বোমা তৈয়াৰ কৰা হয়। আজি-কালি ৰুছিয়াতো তৈয়াৰ হব ধৰিছে। কিছু দিনৰ আগতে আমে-ৰিকায়ো হাইড্ৰোজেন বোমাৰ পৰীক্ষা চলাইছিল। এনে ধৰণে পৰীক্ষা কৰে আৰু মানুহকো বুজাব যে ইয়াৰ অবিহনে দেশ ৰক্ষা হব নোৱাৰে। তাৰ লগে লগে এই-টোও কয় যে ইমান ভয়ানক অস্ত্ৰ আছে গুণেইহে পৃথিৱীৰ

শান্তি বৰ্ত্তি থাকিব পাৰিছে ; নহ'লে পৃথিৱীত শান্তি তিষ্ঠি থাকিব নোৱাৰিলেহেঁতেন। শান্তিয়েও ৰক্ষা বিচাৰে। অৰ্থাৎ শান্তিৰ যেতিয়ালৈকে কোনো শক্তি সৃষ্টি হৈ নুঠে তেতিয়ালৈকে সি ৰক্ষিত শান্তি হয়। আমেৰিকাত যে দয়া, করুণা আদি নাই, এনে নহয়। কিন্তু তাৰ ল'ৰা-ছোৱালীবোৰক শিকোৱা হয় যে এই বোমাবিলাকৰ কাৰণেই পৃথিৱীত শান্তি তিষ্ঠি আছে আৰু অস্ত্ৰই করুণাৰ কাম কৰিব লাগিছে।

## চৰকাৰৰ পৰা মুক্ত নহ'লে শান্তি নহয়

ল'ৰা-ছোৱালীক যি শিকোৱা হয়, তাকে শিকে। আজি-কালি পৃথিৱীত শিক্ষা বিভাগৰ কাম চৰকাৰৰ হাতলৈ আহিছে। প্ৰত্যেক ঠাইৰ চৰকাৰেই স্কুলত শিকায়। এই কাৰণে লোকমত গঢ়ি উঠিব নোৱাৰে। অৰ্থাৎ স্বতন্ত্ৰ লোক-মত তৈয়াৰ হৈ নুঠে। ফল স্বৰূপে যাক গণতন্ত্ৰ বোলে সিয়ো নামত হে মাত্ৰ থাকে। প্ৰত্যেকেই ভোট দিয়াৰ অধিকাৰ পাইছে। সেই অধিকাৰ হিন্দুস্থান, পাকিস্থান, ৰুছিয়া, আমেৰিকা আদি সকলোতে আছে। তথাপি ক্ষমতা কেইজন মান মানুহৰ হাতত সীমাবদ্ধ হৈ থাকে আৰু তেওঁলোকে যি কৰিব সিয়েই হে যেন ঠিক ; আন সকলোৱেই মিছা—এই বুলি ভাবে। লোকমত তেওঁলোকেই তৈয়াৰ কৰে আৰু মানুহৰ সহায়ো তেওঁলোকেই লয়। এই কাৰণে তাৰ পৰা মুক্ত নহলে পৃথিৱীত শান্তি কেতিয়াও নহয়। এই গতিকে ভূদানে ভাবে যে মানুহৰ সমস্যা লোকশক্তিৰ দ্বাৰাই মানুহেইহে সমাধান কৰিব পাৰিব। এইটোৱেই হৈছে তাৰ বিশেষত্ব।

## চৰকাৰেই ঈশ্বৰ

আজি এজন মানুহে বাটত কোৱা শুনিছিলো যে চৰকাৰে অমুকটো নকৰে, তমুকটো নকৰে ইত্যাদি। সেই মানুহ জনে গাৱঁত সেৱাকাৰ্য্য কৰে। ভক্তই যেতিয়া কোনো কথা কবলৈ মুখ মেলে তাত ভগৱানৰ নাম ওলাবই। যি কোনো বিষয়েই নকওক লাগে, তেওঁ ভগৱানৰ নাম লবই। ঠিক এনেকুৱা কথাই আমি কৰ্ম্মীসকলৰ ভিতৰতো দেখিবলৈ পাইছোঁ। প্ৰতিটো কথাতে চৰকাৰৰ নাম নললে নচলেই। তেওঁক যদি কোৱা যায় যে চৰকাৰৰ নাম নোলোৱাকৈ আপুনি কওক; তেতিয়া তেওঁ হয়তো কবই নোৱাৰিব। বিয়াৰ কথা পাতিলেও চৰকাৰৰ নাম লবই। জনম-মৰণৰ কথা পাতিলেও চৰকাৰৰ নাম ওলাব। বিবাহ সম্বন্ধীয় আইন, উত্তৰাধিকাৰী স্বত্ব, সমাজ উন্নয়ন, মাটি বিতৰণ, ৰক্ষা আদিৰ কথাতো চৰকাৰে কয়েই। ঔষধ আদিৰ কথাও তেওঁলোকে কয়। তেওঁলোকে যি দিয়ে খাইছে তাকে খাব লগাত পৰে আৰু তেওঁলোকে যি শিকায় খাইছে তাকেই শিকিব লগাত পৰে। চৰকাৰে যাক জ্ঞান বোলে আমিও তাকে মানিব লগা হয়। তেওঁলোকে যাক অজ্ঞান বুলি কয় খাইছেও তাকে অজ্ঞান বুলি মানিব লাগিব। আমি মাত্ৰ ভোটটো দিলেই হ'ল। তাৰ পিচত আৰু আমি একো কৰিবৰ আৱশ্যক নকৰে। প্ৰত্যেক গাৱঁৰ পৰিকল্পনা চৰকাৰেই কৰিব। এই দেখি আমি কব খোজো যে ই বৰ ভয়ানক কথা হৈ পৰিছে। এইটো ঠিক যে আজি ক্ষমতাত অধিষ্ঠিত হৈ সজ্জন সকলেই আছে, কিন্তু সজ্জন হলেও সকলো মানুহৰ ব্যৱস্থা কেইজনমান লোকৰ হাতত থকাটো একেবাৰেই অনুচিত। সজ্জনসকল উপদেশ-পৰামৰ্শদাতা হে হব লাগে, কাম কৰাওঁতা হব নেলাগে। আজিৰ চৰকাৰবোৰে গোটেই

পৃথিৱীৰেই মাক-বাপেকৰ স্থান লৈ পেলাইছে। সকলো দেশতেই এনেকুৱাই চলিছেও। আমি যিমান দূৰ বুজিব পাৰিছোঁ—এইটো যেতিয়ালৈকে চলি থাকিব তেতিয়ালৈকে পৃথিৱীত শান্তিৰ আশা কৰিব নোৱাৰি। আমাৰ সহকৰ্মী সকলেও আমাৰ সম্পূৰ্ণ চিন্তা-ধাৰা বুজিব পৰা নাই। যিটোক আমি সত্য বুলি ভাবিছোঁ তাক নোকোৱাকৈ থাকিব নোৱাৰোঁ। আজি মানুহে নেমানিব বুলি আমি মুঠেই নেভাবোঁ। কিন্তু আজি আমি যি কৈছো তাক যদি তেওঁলোকে শুনে তেতিয়াহে হয়তো কেইবছৰ মানৰ পিচত আকৌ তেওঁলোকে কব যে বাবাই এইদৰে এইদৰে কৈছিল।

চিন্তন ব্যাপক আৰু ক্ষমতা সীমাবদ্ধ হব লাগে

ভাৰতবৰ্ষত যে বিদ্যা কম, এনে নহয়। বৰং পোন প্ৰথমে ভাৰতবৰ্ষতেই হে বিদ্যা আৰম্ভ হৈছিল। কিন্তু বিদ্যাৰ ওপৰত হাত কেতিয়াও কোনো ৰজাৰেই নাছিল। শিক্ষা কেনেকৈ দিব লাগে এই কথাটো গুৰুৱেহে নিশ্চিন্ত কৰিছিল, ৰজাই মাত্ৰ তেওঁক সহায় কৰিছিল। আনকি ৰাজ-পুত্ৰও তেওঁৰ ওচৰলৈ আহিছিল আৰু গুৰুৱে ৰাজ-পুত্ৰক সাধাৰণ ল'ৰাৰ লগতেই ৰাখিছিল। আন আন ছাত্ৰ যেতিয়া ভিক্ষা খুজিবলৈ যায়, তেতিয়া তেওঁলোকৰ লগতে ৰাজ-পুত্ৰকো পঠোৱা হয়। আশ্ৰম চলাবৰ কাৰণে ৰজাই সহায় কৰিছিল কিন্তু ৰাজ-পুত্ৰৰ কাৰণে বিশেষ সুবিধা নিবিচাৰিছিল। এই-দৰেই ভাৰতবৰ্ষত বিদ্যা অতি স্বতন্ত্ৰ হৈ আছিল। যাৰ সংস্কৃত ভাষাৰ জ্ঞান আছে, তেওঁ জানে যে হিন্দু ধৰ্মত বিচাৰ-স্বাতন্ত্ৰ্য আছে। পৰস্পৰ বিৰোধী বিচাৰ থকা আন ধৰ্মৰ বিষয়ে আমি নেজানো। মই জনাত আন আন ধৰ্মবোৰতো এটা এটা

বিচাৰেইহে আছে ; কিন্তু হিন্দু ধৰ্ম্মত কপিল, কণাদ, জৈমিনি আদিৰ বিচাৰ পৰস্পৰ বিৰোধী আছিল। সেই বুলি তেওঁলোক হিন্দু ধৰ্ম্মৰ বিৰোধী আছিল বুলি কব নোৱাৰি। আজি-কালি তামিলনাদত ঈশ্বৰ নমনা কিছুমান মানুহ আছে। সেই বুলি তেওঁলোকক ধৰ্ম্মহীন বুলি কবলৈ যোৱাটো ভুল হব। ইমান-খিনি বিচাৰ-স্বাতন্ত্র্য ইয়াত আছিল। কাৰণ বিদ্যা স্বতন্ত্র আছিল। বিদ্যাৰ ওপৰত কাৰোৰে প্ৰভুত্ব নচলিছিল। আজি যেনেকৈ সৈন্য-বিভাগ চৰকাৰৰ হাতত আছে, সেইদৰে শিক্ষাও চৰকাৰৰ হাততেই আছে। চৰকাৰ ইমান ব্যাপক হৈ পৰিছে। চৰকাৰে যদি ব্যাপক-চিন্তন কৰে তেনেহলে তো ভালেই। আগৰ চৰকাৰে ব্যাপক চিন্তন নকৰিছিল, সেই কাৰণে ভাল নাছিল। সেই বুলি ক্ষমতা ব্যাপক হব নেলাগে। আগতে চিন্তন ব্যাপক নাছিল, আজি ক্ষমতা ব্যাপক হৈ পৰিছে। আচলতে চিন্তন ব্যাপক হব লাগে আৰু ক্ষমতা সীমাবদ্ধ হব লাগে। আগৰ দিনত ক্ষমতাও সীমাবদ্ধ আছিল আৰু চিন্তনো সীমাবদ্ধ আছিল। আমি কব খোজো যে চৰকাৰৰ চিন্তন ব্যাপক হব লাগে আৰু তাৰ ক্ষমতা সীমাবদ্ধ হব লাগে।

তেম্বেৰী ( চিঙ্গলপেট )
২৪ মেই, ১৯৫৬

## নঈ তালিমৰ বিচাৰ : ৬২ :

বাপুৱে কৈছিল যে এই দেশৰ কাৰণে নঈ তালিমেই মোৰ সৰ্ব্বোত্তম আৰু অন্তিম অৱদান। কোনো কথাকে বঢ়াই কোৱাটো তেখেতৰ স্বভাৱ নাছিল। তেখেতৰ দৰে জুখি-মাখি " কথা কোৱা লোক কোনোবা আছে যদিও আমাৰ হলে মনত পৰা নাই। পণ্ডিতে তেখেতে যি

কৈছিল সি তেখেতৰ দৃষ্টিত সম্পূৰ্ণ আৰু যথাৰ্থই আছিল। বাপুৰ আটাইতকৈ শ্ৰেষ্ঠ গুণ আছিল তেখেতৰ প্ৰতিভা অৰ্থাৎ তৰ্ক-শক্তিৰ দ্বাৰাই নহয়, নিজৰ বিবেকৰ দ্বাৰায়ো তাৰ আৱশ্যকতা উপলব্ধি কৰিছিল। স্বৰাজ পোৱাৰ পিচত যি কেইটা বস্তুক অতি প্ৰয়োজন বুলি তৰা হৈছিল সেই আটাইকেউটা বস্তুকে তেখেতে আবিষ্কাৰ কৰিছিল। তেখেতে ভাবিছিল, যেনেকৈ শাসন পৰিৱৰ্ত্তনৰ লগে লগে পতাকাও পৰিৱৰ্ত্তন হয়, সেইদৰেই শাসন পৰিৱৰ্ত্তনৰ লগে লগে নঈ তালিমো নতুনকৈ আৰম্ভ কৰিব লাগে।

## 'নঈ তালিম' নাম কিয় ?

বাপুৱেনো ইয়াক 'নঈ তালিম' নাম কিয় দিলে ? তালিম অৰ্থাৎ শিক্ষাৰ আগত "নতুন" এই বিশেষণটো বহুওৱাৰ উদ্দেশ্য কি ? শিক্ষা আৰু জ্ঞানৰ যি মূলভূত তত্ত্ব আছে সি অনাদি, নতুন নহয় তাৰো মাজে মাজে বিচাৰ অৰ্থাৎ তত্ত্বৰ গতি ধীৰ হৈ যায়। যেতিয়া তাৰ গতি ধীৰ হয় তেতিয়া তাক আকৌ নতুন যুগৰ লগত খাপ্ খুৱাই নতুন ৰূপত প্ৰকাশ কৰিব লগাত পৰে, তেতিয়াহে সি নতুন বস্তু হৈ উঠে।

আমি জানো যে সত্যকাম যেতিয়া জাবাল গুৰুৰ ওচৰলৈ গৈছিল তেতিয়া তেওঁৰ গুৰুৱে তেওঁক এই মন্ত্ৰটোকে দিছিল যে তেওঁ এতিয়া গো-সেৱা কৰিবলৈ যাওক আৰু গো-সেৱা কৰোঁতে যি জ্ঞান অৰ্জ্জন কৰা হব সিয়েই তেওঁৰ কাৰণে যথেষ্ট হব। তেওঁ গুৰুৰ কথা মতে গৰু চৰাই থাকোঁতে থাকোঁতে গৰু, পশু আৰু চৰাই-চিৰিকটি আদিৰ পৰা যথেষ্ট জ্ঞান আহৰণ কৰিলে। এইবিলাক গল্পৰ আকাৰত উপনিষদত বৰ্ণোৱা আছে। যেতিয়া তেওঁক গুৰুৱে সুধিলে

যে তোমাৰ গাত দেখোন জ্ঞানৰ প্ৰদীপ জ্বলি থকা দেখিছোঁ —এইবোৰ তুমি ক'ত পালা? তেতিয়া তেওঁ কৈছিল "অন্যে মনুষ্যেভ্যঃ"—মানুহতকৈ বেলেগ গুৰু পাইছিলোঁ। ইয়াত এই অহঙ্কাৰটোও ব্যৰ্থ হৈছে যে আমি মানুহৰ দ্বাৰাইহে জ্ঞান পাব পাৰোঁ, বৰং মানুহৰ দ্বাৰাই আমি যি জ্ঞান পাওঁ সি এটা অংশ মাত্ৰ হে।

## বাধ্যতামূলক শিক্ষা

বাধ্যতামূলক আৰু মাচুল বিহীন শিক্ষা কেনেকৈ দিয়া যাব এইলৈয়েই মানুহ বিমোৰত পৰিছে। মই এই বিষয়ে ধেমালিৰ সুৰতে বহুবাৰ কৈছো যে এই আঁচনিও কৰিবলৈ বাকী এৰা নাই। ভগৱানে এই আঁচনিখন তৈয়াৰ কৰিয়েই থৈছে। এই মহত্ত্বপূৰ্ণ আঁচনিখনৰ ভিত্তিতেই মানুহ তিষ্ঠি আছে। শিক্ষাৰ কোনো আঁচনি নকৰাকৈ ভগৱানে মানুহক কেতিয়াও জন্ম নিদিয়ে। কোনো এটা চৰকাৰ গঠন হব আৰু তাৰ পিচত তেওঁলোকে বহি বাধ্যতামূলক আৰু মাচুল বিহীন শিক্ষা কেনেকৈ দিব পাৰিব তাৰ আঁচনি প্ৰস্তুত কৰালৈ যদি ভগৱানে অপেক্ষা কৰিলেহেঁতেন তেন্তে পৃথিৱীৰ স'চেই নেথাকিলহেঁতেন। কিন্তু ভগৱানে মানুহৰ মগজুত বুদ্ধি দিছে, পেটত ভোক দিছে আৰু অন্তৰত সকলোৰে কাৰণে সহানুভূতি দিছে। এই সহানুভূতিশীল অন্তৰ, বুদ্ধিমান বিবেক আৰু ভোক থকা পেট—এই তিনিওটা আহিলা জ্ঞান অৰ্জ্জনৰ কাৰণেই পোৱা হৈছে। এই ভোকক নিবাৰণ কৰিবৰ কাৰণে সহানুভূতিৰে সৈতে বুদ্ধি খটাই কামত লাগিব লাগে। সেই কাম কৰিবলৈ যাওঁতে নানা তৰহৰ জ্ঞান পোৱা যায়। যদি পেটত ভোকৰূপী বিদ্যা-দানটো ভগৱানৰ পৰা পোৱা নহ'লহেঁতেন তেন্তে কোনো

তালিমী সংঘ আৰু চৰকাৰেই জ্ঞান দিব নোৱাৰিলেহেঁতেন। তাকে আমি "আনিবাৰ্য্য বা বাধ্যতামূলক" শিক্ষা বুলিছোঁ। আমি এই শিক্ষা নোপোৱা হ'লে আমাৰ। লোক মুগুচিল-হেঁতেন, অন্তৰত সহানুভূতি নেথাকিলহেঁতেন আৰু বুদ্ধিয়েও শান্তি নেপালেহেঁতেন।

## মাছুল বিহীন শিক্ষা

মাকৰ গৰ্ভৰ পৰা জন্ম ধাৰণ কৰাটোৱেই হৈছে ল'ৰা-ছোৱালীৰ কাৰণে আঁচনি। মাকে ল'ৰা-ছোৱালীক মাতৃ-ভাষা শিকাওঁতে চৰকাৰৰ আধা পাই এটাও খৰচ নহয়। তাক আমি মাছুল বিহীন শিক্ষাৰ আঁচনি বোলো। এই দুই তৰপীয়া আঁচনিখন ভগৱানে কেতিয়াবাই কৰি থৈছে। মাত্ৰ আমি গণিতৰ শূন্যৰ দৰে হৈ ৰলৈছে বাকী আছে। এই নিমিত্তেই মই কেইবাবাৰো কৈয়েই আহিছোঁ যে আমি শিক্ষা-দাতা বুলি যদি কোনোবাই ভাৱে তেন্তে তেওঁ শিক্ষা পাবলৈ আৰু বাকী আছে বুলি বুজিব লাগিব।

## 'শিকোৱা' শব্দটো ভুল

এটা শব্দ সংশোধন হৈছে আৰু তাৰ দ্বাৰায়েই ভাৰতৰ মনোবৃত্তি প্ৰকাশ পায়। ভাৰতৰ সংবিধানত নিৰ্দ্দিষ্ট মুঠ চৈধ্যটা ভাষাৰ ভিতৰত 'শিকাব'ৰ কাৰণে বুলি কোনো শব্দ নাই, 'শিকিবৰ' কাৰণেহে শব্দ আছে। শিকোৱা অৰ্থাৎ শিকাত সহায় কৰা, এই কৃত্ৰিম শব্দটো গঠন কৰা হৈছে। ইংৰাজীত যেনেকৈ 'টিচ.' শব্দটো আছে, আমাৰ ভাষাত নাই। আমি শিকিব পাৰোঁ, শিকোৱাত বা শিকাত সহায় কৰিব পাৰোঁ কিন্তু 'টিচ.' কৰিব নোৱাৰোঁ। ইংৰাজীত 'লাৰ্ণ' নামৰ এটা আৰু 'টিচ.' নামৰ এটা শব্দ আছে। 'লাৰ্ণটো' যেনেকৈ এটা স্বতন্ত্ৰ ক্ৰিয়া আৰু 'টিচ.'টোও স্বতন্ত্ৰ ক্ৰিয়াই। এইটো

অধ্যাপকৰ অহঙ্কাৰ। এই অহঙ্কাৰ আমাৰ মনত যেতিয়ালৈকে থাকিব তেতিয়ালৈকে শিক্ষাৰ কোনো তত্ত্বকে বুজিব নোৱাৰিম। এই কাৰণে পৃথিৱীত কোনো অশিক্ষিত মানুহ নাই বুলিয়েই ধৰি লব লাগিব।

## অশিক্ষিত কোন ?

আজি কালি সাধাৰণ মেট্ৰিক পাছ ল'ৰাই ভাল ভাল কাঠ মিস্ত্ৰিকো মূৰ্খ বুলি ভাবে। ল'ৰাটো তেওঁলোকৰ ঘৰলৈ গৈ কব যে মোৰ ঘৰত কাম আছে, তই মজুৰি কিমান লবি ক ? সি তেওঁক "তোৰ মজুৰি কিমান" বুলিহে সোধে, আপোনাৰ মজুৰি কিমান বুলি নোসোধে। দেশ সেৱাত ব্ৰতী থকা ইমান নিপুণ, অভিজ্ঞ আৰু জ্ঞানী শিল্পী জনকো লিখা পঢ়া নজনাৰ কাৰণেই তুচ্ছ কৰি মাতে।

## ভগৱান দৰ্শন

মহম্মদ পয়গম্বৰৰ এটা ভাল গল্প আছে। এসময়ত তেওঁ ধ্যানত মগ্ন আছিল। তেওঁৰ ঈশ্বৰ দৰ্শন কৰিবলৈ ইচ্ছা থকা বাবে ঈশ্বৰেও তেওঁলৈ এখন চিঠি লিখি পঠাইছিল। মহম্মদ পয়গম্বৰে লিখা-পঢ়া নেজানিছিল, এই কাৰণে তেওঁ পৰমেশ্বৰক প্ৰাৰ্থনা কৰিলে যে মই লিখিব-পঢ়িব নজনা মানুহ, গতিকে মই আপোনাক দৰ্শন কৰিবলৈ পাব লাগে। তাৰ পিচত ঈশ্বৰে নিজেই আহি তেওঁক দৰ্শন দিলে। তেতিয়াৰ পৰাই মহম্মদ পয়গম্বৰে এই গল্পটোকে ভিত্তি কৰি কয় যে মই যদি লিখা-পঢ়া জানিলোহেঁতেন তেন্তে মই ভগৱানক দৰ্শন নেপালোহেঁতেন, কেৱল ঈশ্বৰৰ চিঠি খনহে দেখা পালোহেঁতেন। মোৰ লিখা-পঢ়া নথকা বাবেই ঈশ্বৰক দৰ্শন কৰিবলৈ পালোঁ। এখন কৃষক সভাত আমি এই কথাবাৰ সুধিছিলো যে আপোনালোকে পথাৰত অতি পৰিশ্ৰম কৰে

হাল কোৰ বাই মৈয়াই মাটি চাহ কৰে, তাত সূৰ্য্য নাৰায়ণৰ ৰ'দ পৰে। ইয়াৰ উপৰিও আপোনালোকে ভগৱানক দৰ্শন কৰিবলৈ বাট চাই থাকেনেকি ? আপোনালোকৰ ভিতৰত যি সকলে ঈশ্বৰ দৰ্শন লাভ কৰিছে তেখেত সকলে হাত দাঙকছোন। সকলো কৃষকেই হাত দঙিলে। এজনো কৃষকৰ মনলৈ এই শঙ্কা নাহিল যে মই ঈশ্বৰ দৰ্শন কৰিলোঁনে নাই কৰা। তেওঁলোক সকলোৱেই দৰ্শন লাভ কৰিছে। যেতিয়া বৰষুণ দিয়ে তেতিয়া ভগৱানে অকল দৰ্শনৰ কাৰণেই নহয় বৰং স্পৰ্শনৰ কাৰণেও আছে বুলি তেওঁলোকে উপলব্ধি কৰিছে। কিন্তু এই দৰ্শন যাৰ ভাগ্যত মিলা নাই, তেওঁ-লোককো শিক্ষিত বুলি কোৱা হয়। তেনেকুৱা শিক্ষিতৰ পৰা যেন ভগৱানে আমাক বচায়।

## নিৰহঙ্কাৰ বৃত্তিৰ আৱশ্যক

শিক্ষাদানৰ কাম অহঙ্কাৰৰ কাম নহয়। তাত নিৰহঙ্কাৰ বৃত্তিৰ অত্যন্ত আৱশ্যকতা আছে। ছাত্ৰৰ সেৱা কাৰ্যৰ কাৰণে শিক্ষক সদায় প্ৰস্তুত হৈ থাকিব, তেওঁ নম্ৰ হৈ তেওঁলোকৰ সেৱা কৰিব আৰু ছাত্ৰয়ো নম্ৰভাৱে শিক্ষকৰ পৰা জ্ঞান আহৰণ কৰিব। তেওঁলোকে পৰস্পৰক সঙ্গী বুলি ভাবিব, এই কাৰণে প্ৰাচীন কালত দুয়ো মিলি ভগৱানৰ প্ৰাৰ্থনা কৰিছিল আৰু দুয়ো মিলি একে লগে গাইছিল যে "তেজস্বিনাৱধীতমস্তু"— আমাৰ দুয়োৰে অধ্যয়ন তেজস্বী হওক। ইয়াত "নৌ" শব্দটো দ্বি-বচনাত্মক। অৰ্থাৎ শিক্ষকে অধ্যাপন কৰিছো বুলি নেভাবে বৰং অধ্যয়ন কৰিছোঁ বুলি হে ভাবে। আৰু ছাত্ৰই যে অধ্যয়ন কৰিছে এইটো সকলোৱেই জনা কথা। ইয়াৰ মানে আমি দুয়ো একে লগে জীৱন যাপন কৰিছোঁ আৰু একেলগে অধ্যয়নো কৰিব

লাগিছোঁ। ছাত্রই ভাবে শিক্ষকে আমাক সহায় কৰি বে'চ উপকাৰ কৰিছে। ইফালেদি আকৌ শিক্ষকে ভাবে যে ছাত্রই আমাক সহায় কৰি বে'চ উপকাৰ কৰিছে।

পৰস্পৰ উপকাৰ আৰু উপকৃতৰ ভাৱনা ৰখা দুজন সজীৰ ভিতৰত শিক্ষাৰ আদান-প্রদান হব, এই বাবেই নঈ তালিমত কিতাপক গৌণ স্থান দিয়া হৈছে। মানুহে এই কথাটো দেখি ভয় খাইছে—জানোছা কিতাপৰ আধাৰ কম হৈ যোৱা বাবে জ্ঞানো কম হৈ যায়। এইটো ঠিক যে জ্ঞান প্রাপ্তিৰ কাৰণে কিছু নহয় কিছু কিতাপৰ আৱশ্যকতা নিশ্চয় আছে। কিন্তু সেই সহায় অতি গৌণ। শিক্ষক আৰু ছাত্র উভয়ে একেলগে থাকি জীৱন যাপন কৰাটোৱেই হৈছে প্রধান বস্তু। অৰ্থাৎ শিক্ষকে শিক্ষা দিছে আৰু ছাত্রই লৈছে—এনেধৰণৰ ভেদ লোপ পাব লাগে—এইটো ইয়াৰ প্রথম আৰম্ভনি।

নঈতালিমৰ দ্বিতীয় বিচাৰ হৈছে এইটো যে ইয়াত জ্ঞান আৰু কৰ্ম্মৰ 'ভেদ', 'বিৰোধ' আৰু 'বাদ' লোপ পায়। মই এই তিনিটা শব্দ এই কাৰণেই ব্যৱহাৰ কৰিছোঁ যে আজি পৃথিৱীত যিমানবিলাক তত্ত্ব-জ্ঞান হৈছে সেই আটাই-বিলাকেই এই তিনিওটা বিষয়ৰ কাৰণেই হয়। কোনোৱে জ্ঞান আৰু কৰ্ম্মৰ ভিতৰত ভেদ আছে বুলি ভাবে, কোনোৱে তাত বিৰোধ আছে বুলি ভাবে। এনেধৰণৰ দলৰ সৃষ্টি তত্ত্ব-জ্ঞানৰ পৰাই হয়।

## শিক্ষা-প্রয়োগ

নঈ তালিমে বিশ্বাস কৰে যে জ্ঞান আৰু কৰ্ম্ম, দুয়োটাই একেটা বস্তুৰ দুটা স্বৰূপ মাত্র। এই কাৰণে শিক্ষা দিওঁতে জ্ঞানৰ কামেই চলিছেনে, কৰ্ম্ম-যোগেই চলিছে ধৰিব নোৱাৰি। এফালেদি চালে জ্ঞানৰ কাম চলিছে যেন

লাগে, আন কালেদি চালে কৰ্ম্মযোগ চলিছে যেন লাগে। এনে ধৰণৰ আভাস যি প্ৰয়োগত পোৱা যাব তাৰ নামেই শিক্ষা-প্ৰযোগ। যেতিয়া কেৱল জ্ঞানৰ কাম চলিছে বুলি জনা হব তেতিয়া তাক শিক্ষাৰ প্ৰয়োগ বুলিব পৰা নেযাব। আকৌ যেতিয়া ইযাত কৰ্ম্মযোগ চলিছে বুলি জনা হব তাকো শিক্ষাৰ কাৰ্য্যক্ৰম বুলি ধৰি লব পৰা নেযাব। দুয়োটাৰ ভিতৰত ক'ত কোনটো চলিছে কোনটো চলা নাই, ইয়াৰ পম পোৱা নেযায় তাৰ নামেই শিক্ষা-প্ৰয়োগ। আজি-কালি বুনিয়াদী শিক্ষাত এটা ভাল খেলা চলিছে। কয় যে জ্ঞান আৰু কৰ্ম্মৰ সংযোগ হব লাগে এই কাৰণে টাকুৰীত সূতা কটা হয় আৰু টাকুৰীৰ গানো গোৱা হয়। টাকুৰীৰ লগত টকুৰীৰ গান গালেই ঐক্যতা নাহে। এইটো অতি সূক্ষ্ম বিচাৰ। জ্ঞান আৰু কৰ্ম্মতনো কোনখিনিত বিৰোধ, ভেদ আৰু অনৈক্যতা আছে? জ্ঞান আৰু কৰ্ম্ম অভেদ, কৰ্ম্মৰ দ্বাৰাই জ্ঞান প্ৰাপ্ত হয় আৰু জ্ঞানৰ দ্বাৰাই কৰ্ম্মই প্ৰেৰণা পায় আৰু দুয়োটাৰ দ্বাৰাই জীৱন সাৰ্থক হয়—এইটোৰ ওপৰত ভিত্তি কৰিয়েই নঈ তালিম প্ৰতিষ্ঠিত হৈছে। এনে ধৰণৰ আঁচনি ইয়াত আছে।

ইয়াত ল'ৰা-ছোৱালীৰ হতুৱাই কিছু কাম কৰোৱাটোতো কিছুমান মানুহৰ আপত্তি হৈছে। এইটো অলপ দ কৈ ভাবি চোৱা উচিত যে আমি লাখ প্ৰকাৰৰ ব্যায়াম কৰিম কিন্তু উৎপাদক পৰিশ্ৰম নকৰোঁ। স্কুলত ল'ৰা-ছোৱালীবোৰে দিনৰ দিনটো লিখা-পঢ়া কৰিয়েই কটাব, বহি থকা বাবে সিহঁতৰ ভোক নলগা হয় দেখি ব্যায়ামৰ ব্যৱস্থা কৰা হৈছে। সেইটোই ল'ৰা-ছোৱালীবোৰ একেঠাইতে গোট খাই উঠা-বহাৰ বাহিৰে সিহঁতৰ আন কাম একো নাই। যদি কোনোবা কৃষক আহি সিহঁতক এনে অৱস্থাত দেখে তেন্তে কব যে

ইহঁতৰ একো কাম নাইনে কি? ইহঁত তেন্তে নিবনুৱা? তেতিয়া কোৱা হয় যে ভোক লগোৱাৰ আঁচনি কৰা হৈছে নহয়। কৃষকে কব যে ভোক লগোৱাৰ আঁচনি পথাৰৰ বাহিৰে আৰু ক'ত হব পাৰে? হাতত কোৰলৈ যদি ওলাই আহে তেন্তে ভোক সোনকালে লাগিব। কিন্তু যদি হাতত কোৰলৈ পৰিশ্ৰম কৰা যায় তেন্তে তাক "মজ্‌দুৰী" বোলা হয় আৰু কোৰ নোলোৱাকৈ পৰিশ্ৰম কৰিলে ব্যায়াম বোলা হয়। এনেধৰণৰ ভেদ বাঢ়ি যায়।

আনন্দৰ আঁচনি

আমাৰ বিশ্বাস যে আমি ২৪ ঘণ্টা জ্ঞান প্ৰাপ্ত কৰিম, ২৪ ঘণ্টা কাম কৰিম আৰু ২৪ ঘণ্টা আনন্দ উপভোগ কৰিম। আমাৰ কাৰ্য্যক্ৰম ৭২ ঘণ্টীয়া নহয় ২৪ ঘণ্টীয়াই হব। এই কাৰণে আনন্দ, শ্ৰম আৰু জ্ঞানতকৈ ভিন্ন নহব। যদি এটা শব্দত কব লাগে তেন্তে মই কব পাৰোঁ যে আমাৰ শিক্ষাৰ মূল মন্ত্ৰ হৈছে "সচ্চিদানন্দ" 'সৎ' হৈছে কৰ্ম্ম-যোগ। সি নহ'লে জীৱন টিকিয়েই থাকিব নোৱাৰে। 'চিত্‌' হৈছে জ্ঞান-যোগ, তাৰ অবিহনে জীৱন জড়বত্‌ হৈ পৰে আৰু আনন্দৰ অবিহনে জীৱনত কোনো ৰসেই থাকিব নোৱাৰে। জীৱন নীৰস হৈ পৰিব। এতেকে যি শিক্ষাত সৎ, চিত্‌ আৰু আনন্দ এই তিনিওটাৰে সংযোগ হয়, সিয়েই প্ৰকৃত শিক্ষা। তাক লাগে নঈ তালিম নামকে দিয়ক বা পুৰণা তালিম নামকে দিয়ক।

ছাত্ৰ আৰু আনুশাসনহীনতা

আৰু এটা কথা আমি কৈ দিয়াটো উচিত হব। জ্ঞানৰ বিষয়ত আজ্ঞা আৰু হুকুম চলিব নোৱাৰে। অন্যথ্যে কোনো কামৰ বেলিকা হুকুমো হব পাৰে আৰু হুকুম পালনো হব পাৰে। কিন্তু কোনো এটা গোলাকাৰ বস্তুক ত্ৰিভুজাকাৰ

বুলি ধৰি লবলৈ আমি আপোনালোকক আদেশ দিব নোৱাৰোঁ। আদেশ দিলেও আমাৰ আদেশে কাম কৰিব নোৱাৰে। যিটো গোলাকাৰ বস্তু তাৰ গোলাকাৰ জ্ঞানহে হব। জ্ঞানৰ বিষয়ত যে আদেশ কুণ্ঠিত হয় তাক ভালকৈ বুজি লোৱা উচিত। নঈ তালিমে অনুশাসন নচলায়। সি ছাত্ৰক সম্পূৰ্ণ মুক্ত কৰি দিয়ে। শাসন মুক্ত সমাজৰ সংগঠন পৃথিৱীত যেতিয়া হয় হব কিন্তু ছাত্ৰৰ কাৰণে তাৰ ব্যৱস্থা এতিয়াৰ পৰাই হোৱা উচিত। ছাত্ৰৰ যদি আটাইতকৈ বেছি কিবা অধিকাৰ আছে তেন্তে সিয়েই হৈছে স্বাধীনতা। এই কাৰণে আমাৰ যি জন উত্তম গুৰু আছিল, তেখেতে ছাত্ৰক উপদেশ দিছিল। 'যানি অস্মাকং সুচৰিতানি তানি ত্বয়োপাস্যানি, নো ইতৰাণি।' আমাৰ যিবোৰ ভাল কাম বা গুণ আছে তাক আপোনালোকে সম্পূৰ্ণ ভাবে পালন কৰিব যি বোৰ ভাল কাম বা গুণ নহয় তাক গ্ৰহণ বা অনুকৰণ মুঠেই নকৰিব।

এনেকুৱা অৱস্থাত এটা স্বয়ং অনুশাসনৰ ভাৱনা ছাত্ৰৰ মনলৈ আপোনাআপুনি আহিব বুলি আমি নিশ্চয় আশা কৰিব পাৰোঁ। কিন্তু কোনো কৃত্ৰিম অনুশাসনত নঈ তালিমৰ ছাত্ৰ থকাটো আমি কোনো পধ্যেই সমৰ্থন কৰিব নোৱাৰোঁ। আজিৰ সমাজ গাথঁনিয়েই কৃত্ৰিম। ই ভিত্তি আছে বৈষম্যৰ ওপৰত। এই কাৰণে নঈ তালিমৰ দ্বাৰাই যি ল'ৰা তৈয়াৰ হব সি সমাজ বিৰোধী হব। গান্ধীজীয়ে কোৱাৰ দৰে সি প্ৰতিকাৰ কৰিব। কিন্তু তাৰ প্ৰতিকাৰ যে সবিনয় হব তাত কোনো সন্দেহ নাই। কিন্তু সি যে প্ৰতিকাৰ কৰিব ই ধ্ৰুব সত্য, মই য'ত "সবিনয়" শব্দ ব্যৱহাৰ কৰোঁ তাত মোৰ আৰু এটা কথা মনত পৰে। আমাৰ প্ৰাচীন গ্ৰন্থ-বোৰতো "বিদ্যা" ক বিনয় নাম দিছিল। সংস্কৃতত শিক্ষাক

বিনয় বোলে। কোনো ছাত্রই যদি শিক্ষা সাং কৰে তেন্তে তেওঁক "বিনীত" বোলে। এইকাৰণে আদৰ্শ শিক্ষাৰ ফলত বিনয় নিশ্চয় হব লাগে। সেই বিনয় গোলামী নহব। বৰং সেই বিনয়ে সমাজৰ ভুল ধাৰণাৰ বিপক্ষে যুদ্ধ দিবলৈ সকলো সময়তে প্ৰস্তুত হৈ থাকিব।

সৰ্ব্বোদয় পুৰম্ (কাঞ্চি পুৰম্) ৩০।৫।৫৬ নঈতালিম সন্মিলনৰ উদ্ঘাটনী ভাষণ

## নঈ তালিমে বিদ্ৰোহৰ দীক্ষা দিবলৈ আহিছে ঃ২৬ঃ

নঈতালিমক আমি এটা বিশেষ শিক্ষা বুলি কৈছোঁ। ইয়াৰ অৰ্থ কি? ইয়াৰ অৰ্থ হৈছে এই যে পুৰণি শিক্ষাত কিছুমান দোষ সোমাই আছিল, এই কাৰণে আমি এটা নিৰ্দোষ অৰ্থাৎ ভাল শিক্ষা দিব খুজিছোঁ। এই শিক্ষাক ভাল শিক্ষা বোলাতকৈ আমি নঈ তালিম নাম দিছোঁ। পুৰণি শিক্ষা মানে অতি পুৰণি শিক্ষাৰ কথা কোৱা নাই, ইংৰাজ আহাৰ পিচত যি শিক্ষা আৰম্ভ হৈছিল তাৰ কথাহে কোৱা হৈছে। সেই শিক্ষাত নো প্ৰধান দোষ কি আছিল? তাত দোষ বহুতো আছিল, পিচে যাৰ যি ফালে বেছি বৃত্তি তেওঁ সেই সেই দোষৰ উচ্চাৰণ কৰে। তাত কিছুমান সৰু সৰু আৰু কিছুমান ডাঙৰ ডাঙৰ দোষো আছিল। সেইবিলাক মই এৰিয়া নকওঁ। মুঠতে মই ইয়াকে কৈ থওঁ যে বাস্তৱতে সি শিক্ষাই নাছিল। কিয়নো কোনো এখন সমাজৰ আহি আগত ৰাখি তাক নিৰ্ম্মাণ কৰা নহৈছিল। যিটো শিক্ষা কোনো এখন সমাজৰ আদৰ্শ লৈ লক্ষ্য ৰাখি তৈয়াৰ কৰা নহয়, তাৰ দ্বাৰাই কোনো বিশেষ কামেই হব নোৱাৰে আৰু সি "শিক্ষা" নাম পাবলৈ উপযুক্ত নহয়। যিটো

অৱস্থাত ইংৰাজ ভাৰতলৈ আহিল আৰু তেওঁলোকে পিচত যি অৱস্থাৰ সাল-সলনি ঘটাই নতুন গাথনি তৈয়াৰ কৰিলে সেই অৱস্থাত সমাজ, আৰু সমাজ হৈ থকা নাছিল। একো একোখন গাঁৱৰ সমাজত ভাঙনে ধৰিছিল, কোনো কোনো গাওঁ খণ্ড-বিখণ্ড হৈ পৰিছিল। য'ত স্পৃশ্য-অস্পৃশ্য আদিৰ ভেদ-ভাব বিদ্যমান আছিল, তাত আনকি গাওঁ-সমাজ গঠনেই হব নোৱাৰিছিল। য'ত বেলেগ বেলেগ অসংখ্য জাতি থাকে, তাত এখন সমাজ হব নোৱাৰে। য'ত মানুহে মানুহক ঘিণাই, আৰু য'ত মানুহৰ ভিতৰতে উচ্চ-নীচৰ ভেদ ভাব ৰাখে তাতো এখন সমাজ হব নোৱাৰে। আমি যেতিয়া গ্ৰাম-দান আন্দোলনলৈ গৈছিলো তেতিয়াই এই কথাটো উপলব্ধি কৰো। য'ত একেটা জাতৰ বা দুই-তিনিটা জাতৰ নাইবা সমান জাতৰ মানুহ থাকে সেইবোৰ গাঁৱকে সহজে পোৱা যায়।

## সমাজত ঐক্যৰ ভাব থকা উচিত

গাওঁ-দানৰ মূল কথা হৈছে গোটেই গাওঁখনকেই এটা পৰিয়ালৰ নিচিনা ভবা। অনেক জাতৰ মানুহ গোটখাই এটা পৰিয়ালৰ দৰে হোৱাটোক যি অধৰ্ম্ম বুলি ভাবে তেওঁলোকে আমাৰ কথা কিয় শুনিব? যি সকলে ভাবে যে গোটেই গাওঁখনেই এটা পৰিয়ালত পৰিণত হব পাৰে, আমি স্বাৰ্থ থাকিবতহে বেলেগ হৈ আছো। তেতিয়া তেওঁলোকক বুজাব পাৰি যে ৰাইজসকল! আপোনালোকে স্বাৰ্থৰ কাৰণেহে বেলেগ বেলেগ হৈ আছিল কিন্তু আপোনালোকৰ প্ৰকৃত স্বাৰ্থ সিদ্ধি হব এটা পৰিয়াল হলেহে। যি সকলে ভাবে যে গাওঁখনক এটা পৰিয়াল কৰাটো অধৰ্ম্ম, তেওঁলোকক আৰ্থিক বিষয়ে বুজোৱাৰ আগতে এইটো হে বুজাব লাগিব

যে আপোনালোকৰ জাতি-ভেদ অমূলক। য'ত সমাজ থাকে তাতেই গাওঁ-দান পোৱা যায়। ভিন্ ভিন্ জাতিত বিভক্ত হোৱাবোৰ সমূহ হে, সমাজ নহয়। সমূহ আৰু সমাজৰ ভিতৰত পাৰ্থক্য আছে। য'ত সমাজ নাই ত'ত শিক্ষা অৰ্থাৎ যাক আমি লোক-শিক্ষা বা জন-শিক্ষা বোলোঁ, সিয়ো হব নোৱাৰে। কোনো ব্যাকৰণৰ স্কুলত যদি ব্যাকৰণ পঢ়োৱা যায়, তেন্তে সি বেলেগ কথা হব। কিন্তু যাক আমি লোক-শিক্ষা বা জন-শিক্ষা বোলো আৰু য'ত আমি নিজৰ জীৱনক অনেক বিষয়ত সমাবেশ কৰো আৰু যাক জীৱন-শিক্ষা নাম দিব পাৰি, সি ঐক্যবদ্ধ সমাজত হে হব পাৰিব।

### ভেদ আৰু ছেদ নোহোৱা কৰিব লাগিব

এনেকুৱা সমাজ আজি দুই-তিনিশ মান বছৰৰ ভিতৰত ভাৰতবৰ্ষত মুঠেই নাছিল। এই কাৰণে আমি যি প্ৰকৃত শিক্ষাকে আৰম্ভ কৰোঁ সিয়েই "নঈ" অৰ্থাৎ নতুন বুলি পৰি-গণিত হব। অৰ্থাৎ শিক্ষাৰ আৰম্ভনিয়েই নতুন হৈ পৰে। এইটো মই এই কাৰণেই কৈছো নঈ তালিমৰ উদ্দেশ্য সমূহৰ ভিতৰত এই উদ্দেশ্যটোও নিহিত আছে যে যি খন গাৱঁত নঈ তালিম বা নতুন শিক্ষা আৰম্ভ কৰা হব, সেই গাৱঁক ঐক্যবদ্ধ কৰি তুলিব লাগিব। এনে ধৰণৰ সমাজ গঠন কৰাই নঈ তালিমৰ উদ্দেশ্য বুলি জনা উচিত। গাওঁবিলাক আজি অনেক প্ৰকাৰৰ ভেদ ভাবেৰে ভৰি আছে। ধনী-দুখীয়া, পৰাকী-বমুৱা, ব্ৰাহ্মণ-ব্ৰাহ্মণেতৰ, হৰিজন-হৰিজনেতৰ ইত্যাদি। এই দৰেই গাওঁ-সমাজ অসংখ্য শাখা উপশাখাত বিভাজিত হৈছে। ইয়াত ভেদ আৰু ছেদ দুয়োটাই বিদ্যমান আছে। এই সকলোবোৰকে নোহোৱা কৰাটোৱেই হৈছে

নষ্ট ভাগিমৰ লক্ষ্য। অৰ্থাৎ নষ্ট ভাগিয়ে বিয়াম মানুহক শত্ৰু কৰিব খোজে কবক। যি কৰবলৈ উঠিছিল ভেবো ইয়াৰ অনুকূলে কোৱা দেখি আমি আচৰিত হৈছো। আমাৰ কোৱা কথা খিনিত যেন কোনেও ভুল নুবুজে।

## বৈষম্যৰ ৰাজত্ব চলিব নোৱাৰে

আমি ল'ৰাহঁতক বুজাম যে দৰ্মহাৰ সম্বন্ধ কোনো ব্যক্তিৰ অৰ্হতাৰ লগত নেথাকিব, বৰঞ্চ তেওঁক দৰ্মহা 'বা মজুৰি কিমান দিয়া হব এইটোৱে নিৰ্ভৰ কৰিব তেওঁৰ ভোক কিম্বা আৱশ্যকতাৰ ওপৰত হে অৰ্থাৎ ভোক বা আৱশ্যকতালৈ চাই হে দৰ্মহা দিয়া হয়। একে মানুহ যেতিয়া ভোক বা আৱশ্যকতাৰ ভিতৰতো বেছি পাৰ্থক্য নেথাকিব। এই কাৰণে যিকোনো মানুহৰে দৰ্মহা বা মজুৰিতো বেছি তফাৎ থকা উচিত নহয়। তেতিয়া হয়তো আমাক ল'ৰাহঁতে সুধিব যে হেডমাষ্টৰ আৰু আন আন মাষ্টৰ সকলৰ দৰ্মহা কিমান হব লাগে? তেতিয়াই আমাৰ মুখ বন্ধ হবলৈ বাধ্য হব। এই কাৰণে আমাৰ স্কুলত সকলোৰে দৰ্মহা প্ৰায় সমানেই হব লাগে। তাৰ পিচত আকৌ হয়তো ল'ৰাহঁতে সুধিব চৰকাৰী চাকৰিয়াল সকলৰ যে "গ্ৰেড" আছে সেইটো আমাৰ মতে ঠিক জানো? তেতিয়া তেওঁলোকক কোৱা হব যে সেইটোতো আমাৰ মতে ঠিক নহয়েই।" "যদি ঠিক নহয় তেন্তে কিয় চলিছে?" কি কৰিবা এতিয়া; নিৰুপায়ত পৰিছে, সেই কাৰণে চলিছে।" এই সকলোবোৰ আমি ভালকৈ বুজাই দিব লাগে যে যি বৈষম্যক সমৰ্থন কৰে তেওঁলোকৰ হুকুম আমাৰ ওপৰত চলাটো ঠিক হোৱা নাই। বৈষম্যক আমি সহ্য কৰিব পাৰো এইটো বেলেগ কথা, কিন্তু বৈষম্যৰ ৰাজ্য যে চলিব নোৱাৰে এইটো ল'ৰাহঁতেই ঠিক কৰিব। তেতিয়া ৰাজদ্ৰোহী নহৈ আৰু কি হব? বৈষম্যৰ ওপৰত প্ৰতিষ্ঠিত

চৰকাৰৰ কাৰণে ই এটা বিপদহে হ'ব। তথাপি চৰকাৰে সেই শিক্ষাকে বিচাৰিছে। ই তেতিয়াহে শোভা দিব যেতিয়া চৰকাৰে এই বুলি কব যে আজিৰ দোষ দূৰ হ'ব লাগে আৰু সেই দোষ দূৰ কৰিবৰ কাৰণেই আমি এই শিক্ষা আৰম্ভ কৰিছো। এনেকুৱা সাম্যযোগী পদ্ধতিৰ সমাজ-বাস্তোনক যি সমৰ্থন নকৰে তেওঁলোকে এই শিক্ষাক ঘোৰ বিৰোধ কৰিব লাগে।

## বৈষম্যৰ গণিত প্ৰথমে লোপ হওক

তাৰ পিচত এই ল'ৰাবোৰক কি শিকোৱা যাব? কিছু নহয় কিছু কায়িক শ্ৰম বা পথাৰত কাম নকৰাকৈ থোৱাটো একেবাৰেই ভুল। এতিয়া যদি এনেকুৱা কোনোবা জাতি ওলায় যি হাতেৰে কাম কৰাটো অধৰ্ম্ম বুলি ভাবে তেন্তে তেওঁলোকৰ লগত এই শিক্ষানো কেনেকৈ খাপ খাব? ইয়াৰ লগত তেওঁলোকৰ বিৰোধ হবনে নহয়? সকলোৱেই মাটি পাব লাগে আৰু সকলোৱেই মাটিত খেতি কৰিবৰ অধিকাৰ আছে, এইটো ল'ৰাহঁতক বুজাব লাগিব। কিন্তু গাওঁতো কিছুমান মাটিগিৰী আৰু কিছুমান মাটিহীন আছে। এইটোও ভুলেই। ইয়াৰ অৰ্থ হৈছে এই যে আজিৰ সমাজত যিবোৰ ব্যৱস্থা চলি আছে সেই সকলোবোৰেই ভুল—এইটো কবলৈ চেলু ওলায় নঈ তালিমৰ ক্ষেত্ৰতহে। এই কাৰণে আজিৰ সমাজে যদি নঈ তালিমক অনুমতি দিয়ে তেন্তে সি জানি-বুজিয়েই নিজৰ আত্মহত্যাৰ কাৰণে অনুমতি দিয়া বুলি ধৰি লব লাগে। ছাত্ৰৰ কাৰণে গুৰু-দেৱতাৰ নিচিনা কোনো শক্তিয়েই পৃথিৱীত নাই; সেই গুৰু-দেৱতায়েই কৈছে যে গাৱঁত বৈষম্য তাৰ থকাটো একেবাৰেই ভুল। তাৰ পিচত গুৰু-দেৱতাক ছাত্ৰই সুধিব—'আপুনি আৰু আমি লগ লাগি তাক দূৰ কৰিবলৈ কিয় চেষ্টা নকৰো? আপুনি আমাক গণিত-

চৰিত্ৰবোৰ এনেয়ে শিকাইছে । প্ৰথমে এই বৈষম্যৰ গণিতক নিৰ্ম্মূল কৰিব লাগিব । তাৰ পিচতহে আন গণিতৰ কথা আহিব । ইয়াৰ তাৎপৰ্য্য হৈছে এই যে নঈ তালিমৰ শিক্ষকে গাঁৱত বৈষম্য নোহোৱা কৰিব পৰা উপায়কো শিক্ষাৰ এটা অঙ্গ বুলি ধৰিব লাগিব । পৃথিৱীৰ ইতিহাসে ইয়াকে কৈছে যে বিভিন্ন দেশবোৰত যি ৰাজ্য-বিপ্লৱ হৈছিল সি শিক্ষকসকলৰ জৰিয়তেহে হৈছিল । এই কাৰণে গাঁৱত আৰ্থিক-সামাজিক সমতা স্থাপন কৰিবলৈ হ'লে অৰ্থাৎ আজিৰ যি অৱস্থা তাক পৰিবৰ্ত্তন কৰিবলৈ হ'লে আমি যি বিপ্লৱৰ কথা কৈছো তাক কৰাটো নঈ তালিমৰ প্ৰয়োজন, অকল প্ৰয়োজনেই নহয় ই তাৰ এটা অঙ্গও । এই কাৰণে আমি কৈছিলো যে গ্ৰামোদ্যোগৰ প্ৰচলন, মাটিৰ সম-বিতৰণ, জাতি-ভেদ, পদ্দা আদিৰ বিলোপ সাধন কৰা আৰু জীৱনৰ জৰিয়তে ল'ৰা ছোৱালীক শিক্ষা দিয়া, ইয়াকে নঈ তালিম বোলে, সেই সকলোবোৰেই চতুৰ্বিধ কাৰ্য্যক্ৰম । এই চাৰিওটা বিভাগক কল্পনাৰ কাৰণে, বুজিবলৈ আৰু বুজাবলৈ বেলেগ বেলেগ কৰিব পাৰি কিন্তু প্ৰত্যক্ষ কামত পৃথক কৰিব পৰা নেযায় ।

## ৰাজ্য-শাসনৰ ফুটা উলিওৱা শিক্ষা

কালি কাকা চাহেবে কৈছিল যে বিনোবাৰ কাম হৈছে ৰাজ্য-শাসন ভঙ্গ কৰা আৰু ত'ৰেই আহিলা হব নঈ তালিম । যদিও এটা অজীৱ ভাষাত তেখেতে কথাটো আপোনালোকৰ আগত উত্থাপন কৰিছিল তথাপি তেখেতে কোৱাটো নঈ তালিমৰ যথাৰ্থ বৰ্ণনাই আছিল । "তদুৎথায় তমেৱ খাদতি"— বুদ্ধভগৱানে কৈছিল যে কাঠৰ পৰা যি কাঠ-পোকৰ জন্ম হয় সি সেই কাঠকে খাই পেলায় । বিহুৰ পৰা যি উৎপন্ন হয়, তাকেই সি খায় পেলায় । সেইদৰেই আজি যি

ৰাজ্য-শাসন চলিব লাগিছে সি যদি নঈ তালিমক জন্ম দিয়ে তেন্তে নঈ তালিমে সেই ৰাজ্য শাসনৰ ফুটা উলিয়াবই। আপোনালোকৰ আগত আজি এইটো বৰ ডাঙৰ প্ৰোগ্ৰাম আছে যে আপোনালোকৰ জন্ম দাতাক নিৰ্ম্মূল কৰিব লাগে আৰু ইয়াকে কৰিব পাৰিলেহে সমাজৰ কল্যাণ হ'ব। এই বুলি যদি শাসন কৰ্ত্তাই বুজে আৰু বুজি-বাজি লৈ যদি তেওঁলোকে সম্মতি জনায় বা সমৰ্থন কৰে তেন্তে বৰ আনন্দৰ কথা হ'ব। আমি ভাবো ইয়াক ভালদৰে বুজি-বাজি লৈহে সন্মতি দিয়া হৈছে। আজিৰ চৰকাৰে কৰিব খুজিছে কাৰণেহে যে কৰা হৈছে এনে নহয়। ইয়াৰ কাৰণে কংগ্ৰেছৰো এটা প্ৰস্তাৱ আছে। কংগ্ৰেছৰ প্ৰস্তাৱটোত এটা বিশেষ মূল্য আছে। চৰকাৰী প্ৰস্তাৱৰ মূল্য এনেয়েও বেলেগ। কংগ্ৰেছত যিটো প্ৰস্তাৱ দাখিল ধৰা হৈছিল তাত সম্পূৰ্ণভাৱে সমাজ-গাঁথনি পৰিৱৰ্ত্তন কৰাৰ ভাৱ নিহিত আছিল। এই নিমিত্তেই আমি বুজিছো যে "আপোনালোকক আমি জন্ম দিছোঁ সেই বাবেই আপোনালোকে আমাক বিসৰ্জ্জন কৰক" বোলা এই আঁচনিখন আগাগোৰা ভালকৈ ভাবি-চিন্তি চাইহে আগবঢ়োৱা হৈছে। এই আঁচনি-খনলৈ যদি আমি লক্ষ্য কৰোঁ তেন্তে আমাৰ গোটেই দৃষ্টিকোণেই সলনিহৈ যাব। কামৰ জৰিয়তে জ্ঞান দিব খুজিলেই নঈ তালিম নহয়। সম্পূৰ্ণ নতুন সমাজ গঠন কৰিব খুজিছে বাবেই ইয়াক নঈতালিম বোলা হৈছে। এবাৰ আপোনালোকৰ সমাজ গঠন হৈ উঠাৰ পিচতো নঈ-তালিমৰ অনেক অভিজ্ঞতা আৰু শুধৰণী হোৱাৰ থল আছে। ইয়াৰ পিচত ৰ্যেতিয়া শুধৰণী হ'ব তেতিয়া ইয়াক ভাল বা সৰু শিক্ষা বোলা হ'ব। এনে ধৰণৰ শিক্ষাৰ বিকাশ লাহে লাহে হৈ থৈ থাকিব আৰু সংস্কাৰৰ প্ৰক্ৰিয়াও চলি থাকিব। এই কাৰণেই আমি কব খুজিছো যে পুৰণি শিক্ষা শুধৰণী হৈ এই

শিক্ষা হৈছে বুলি কেতিয়াও নেভাবিব। ই নতুন সমাজ গঠন কৰা শিক্ষা হে। ইয়াৰ শুধৰণী বা বিকাশ অনন্ত কাললৈকে হৈ থকাৰ সুবিধা আছে। এই কাৰণে নঈ তালিমৰ বিদ্যালয় স্কুল চলিব, তাত ভূদান, সম্পত্তিদান আদিৰ তাত্বিক জ্ঞান, সৰ্ব্বোদয়ৰ বিচাৰধাৰা, সাম্যযোগৰ ভাবধাৰা আৰু অন্যান্য সকলোবোৰ মতবাদৰ আৰ্থিক আৰু সামাজিক, চিন্তন, মনন, অধ্যয়ন আৰু অধ্যাপনৰ বিষয় থাকিব লাগে। শিক্ষক আৰু ছাত্ৰৰ যিখন সৰু সমাজ হব তাকো আমি গাওঁ সমাজৰ দৰেই গঢ়ি তুলিব লাগিব! স্কুলৰ সমাজ আমাৰ ভৱিষ্যত গাওঁ সমাজৰ আৰ্হি স্বৰূপ হব। পাঁচ বা দহ জন উত্তম শিক্ষক আছে। তেওঁলোকৰ পৰিয়ালতো ১০।২০ জন মানুহ আছে। ৫০, ৬০ বা ৮০ জন ছাত্ৰ আছে। সকলো মিলাই এশ জন মানুহৰ এখন সমাজ। তেওঁলোকে কাম কৰিবৰ কাৰণে আৱশ্যকীয় আহিলা-পাতি, শস্যোৎপাদনৰ কাৰণে মাটি আৰু আৱশ্যকীয় সকলো কিতাপ-পত্ৰ আদি দিয়া হব আৰু কোৱা হব যে তোমালোকে এতিয়া শিক্ষা দিয়া আৰু নিজৰ যোজকাৰো উলিওৱা। ইয়াৰ পিচত যদি তেওঁলোকে কয় যে আমি জীৱন নিৰ্ব্বাহহে কৰিব পাৰিম শিক্ষা দিব নোৱাৰিম তেন্তে তেওঁলোকে নঈ তালিমৰ "ন" টোকে নিশিকিলে বুলি কব লাগিব।

## নঈ তালিমৰ বাস্তৱিক শিক্ষক

এই কথা শুনাত অলপ টান যেন লাগে। ইয়াক টান যেন লগাৰ আচল কাৰণ হৈছে এইটোৱেই যে আমি যিটো শ্ৰেণীৰ পৰা আহিছোঁ সেই শ্ৰেণীটোৰ কাৰণে ই একেবাৰেই নতুন কথা। সেই শ্ৰেণীটো আটাইতকৈ সৰু। সাধাৰণ সমাজ হৈছে কাম কৰা সমাজেই। সেইকাৰণে আমি ক'ম কৰোতা সকলৰ পৰাই শিক্ষক তৈয়াৰ কৰি লব

লাগিব। তেওঁলোকক আমি বিদ্যা আৰু সংস্কাৰ দুয়োটাকে দিব লাগিব। যেতিয়া আমি তেওঁলোকৰ পৰা শিক্ষক তৈয়াৰ কৰি ল'ম তেতিয়াহে সি আদৰ্শ শিক্ষা পৰিকল্পনা হব। তেতিয়ালৈকে আমি পুৰণা শিক্ষা পোৱা আৰু নঈ তালিমক ভাল পোৱা সকলকে শিক্ষা দি থাকিব লাগিব। ই নঈ তালিমৰ এটা কেচাঁ ৰূপ হব। আমাক যদি কোনোবাই সোধে যে নঈ তালিমৰ চানেকী আপোনালোকে ক'ৰবাত তৈয়াৰ কৰিছেনে? তেতিয়া আমি কওঁ যে নঈ তালিমৰ চানেকী তৈয়াৰ কৰাৰ উপযুক্ততা আমাৰ নাই। ঈশ্বৰৰ অনুগ্ৰহত আমি মাত্ৰ ইয়াক কল্পনাহে কৰিব পাৰিছোঁ। তাৰ চানেকী তৈয়াৰ কৰিব পৰা যোগ্যতা আমাৰ বৰ্ত্তমান হোৱা নাই। আমাৰ যিবোৰ ছাত্ৰ তৈয়াৰ হৈ উঠিব তেওঁলোক আমাতকৈও বেছি উপযুক্ত হব। তেওঁলোকে সোধে যে আপোনাৰ কোনবিলাক ছাত্ৰই আপোনাৰ নিচিনাকৈ কিতাপ পঢ়িব পাৰে? তাৰ উত্তৰত আমি কব খোজোঁ যে আমাৰ কোনো ছাত্ৰই আমাৰ নিচিনা বিদ্বান্ হোৱা নাই। তেতিয়া তেওঁলোকে আকৌ সুধিব যে তেনেহলে আপোনাৰ ছাত্ৰবোৰ আপোনাতকৈ ভাল কেনেকৈ হব? আমি ক'ম—"তেওঁলোক এই কাৰণেই হব যে তেওঁলোক আমাৰ নিচিনা বিদ্বান নহয়। আমাৰ নিচিনা বিদ্বান নহয় কিন্তু তেওঁলোকে যে আমাতকৈ এই সম্পৰ্কে বেছি জানে এইটো ঠিক।

## 'সাক্ষাৎকাৰী'-শিক্ষা

আমি টেলেঙ্গনাত ফুৰোঁতে ঘটা এটা ঘটনাৰ কথা ইয়াত উল্লেখ কৰিম। এদিন কোনো এঠাইত এজন কৃষক বাবৰ সৈতে ভেটা-ভেটি হ'ল। কৃষকজনৰ হাতত মাত্ৰ এডাল

লাঠি আছিল। সিয়ো অতি সাধাৰণ আছিল। সেই লাঠি ডালৰ সহায়ত কৃষক জনে বাঘটো মাৰি পেলালে। তেওঁ নির্ভয় মনেৰে বাঘটোৰ মূৰতে মাৰ সোধালে। লাঠি-ডাল তেজেৰে ৰাঙলী হৈ পৰিছিল। তেওঁ সেই লাঠি ডাল আমাক আহি দেখুৱাইছিল। আমি তেওঁৰ চেহেৰাটোও দেখা পালোঁ। তেওঁক দেখি আমি ভাবিলো যে যদি তেওঁ কৃষক নহৈ কোনোবা বিদ্বানহে হ'লহেঁতেন তেন্তে তেওঁৰ সকলো বিদ্যা তাতেই শেষ হ'লহেঁতেন। কৃষকৰ বিদ্যা বাঘক পৰাস্ত কৰিব পৰা বিদ্যা আছিল। এই কাৰণেই আমি কব খোজোঁ যে যদিও আমি বৰ বেছি বিদ্বান তথাপি এই বিদ্যাৰ বেছি মূল্য যে নাই তাক আমি বুজিব পাৰিছোঁ। আমি স্বীকাৰ কৰোঁ যে আজি আমাৰ বিদ্বত্বাৰ কাৰণেই আমি আজি অনাহুকত বহুতো সন্মান লাভ কৰিছোঁ, কিয়নো আজিৰ সমাজ ব্যৱস্থাই সেই বিদ্বত্বাকে সন্মান কৰে। আমি এইটো নকওঁ যে বদ্বত্বাৰ কোনো মূল্যই নাই। কিন্তু একেবাৰেই বে-হিচাপী (আউট অব প্রপ'ৰচন) ভাৱে তাক মূল্য দি থলেও কাম নচলিব। এই কাৰণে আমাৰ ছাত্র আমাতকৈ আগবাঢ়িব পাৰিছে নে নাই ইয়াৰ পৰীক্ষা হব আচৰণত তেওঁলোক আমাতকৈ দক্ষ আৰু গুণত শ্রেষ্ঠ হব পাৰিছেনে নাই এইটোৰ ওপৰতেই ভিত্তি কৰি। আমি যে নিজৰ চকুৰে নেচাই আনৰ চকুৰে চাওঁ এইটোও বর্ত্তমান শিক্ষাৰ ফলেই। আমি আনৰ দেশলৈ যাবলৈ আৰু নিজৰ চকুৰে চাই সেই দেশৰ জ্ঞান আহৰণ কৰিবলৈ সাহ নকৰো, কিন্তু সেই দেশৰ বর্ণনা থকা এখন ইংৰাজী কিতাপ পঢ়িবলৈ পালে ঘৰত বহি বহিয়েই আমি জ্ঞান লাভ কৰিলো বুলি ভাবো। ইয়াৰ মানে আনৰ চকুৰে আমি চাওঁ আৰু

তাৰ পৰা যি জ্ঞান লাভ কৰোঁ তাৰ ওপৰতেই ভিত্তি কৰি আমাক বিদ্বান বুলি কোৱা হয়। এনে ধৰণৰ বিদ্যাত প্ৰত্যক্ষ জ্ঞান নহয়, পৰোক্ষ জ্ঞানহে হয়, য'ত সাক্ষাৎকাৰ বা সাক্ষাৎ অনুভৱ আছে তাকেইহে প্ৰকৃত জ্ঞান বোলা যায়। এনে ধৰণৰ বিদ্বত্তা গুণ আমাৰ গাত নাই। অৰ্থাৎ যাক অভিজ্ঞতা বোলা হয়, তেনে বিদ্যা আমাৰ নাই। বৰ্ত্তমান আমাৰ বিদ্যাই আমাক তেজস্বী আৰু বীৰ্যৱান কৰি তোলা নাই। এই দৃষ্টিৰেহে আমি নঈ তালিমৰ ফালে চাব লাগে আৰু নঈ তালিমৰ গোটেই ব্যৱস্থাও সমগ্ৰ দৃষ্টিৰে কৰিব লাগে। *

কাঞ্চিপুৰম, ৩১।৫।৫৩ .

## নঈ তালিমৰ ত্ৰিবিধ দৰ্শন : ৬৩ :

যাৰ মনত যেতিয়া যি ভাৱৰ উদয় হয়, তাক যদি তেওঁ কামত খটায়, কামত খটাওঁতে হয়তো তাত কিছু ত্ৰুটিও হৈ গৈছে তথাপি তেওঁৰ মনলৈ নতুন নতুন ভাৱ আহিবই। বৈচাৰিক ক্ষেত্ৰত মোৰ দৃষ্টিৰে চৰকাৰে বা তালিমী সংঘই যিটো সাঁচ তৈয়াৰ কৰিছে তাত কোনো মহত্ত্ব নাই। মই তালিমী সংঘৰ পেৰিনায়কমপালমত হোৱা সন্মিলনত কৈছিলো যে তালিমী সংঘ হৈছে সৰু বস্তু আৰু নঈ তালিম হৈছে এটা ডাঙৰ বস্তু।

### নৈতিক মূল্যৰ কোনো আৰ্থিকতা নহয়

নঈ তালিমৰ কেইটামান মৌলিক বিচাৰ আছে। আজিৰ সমাজত কায়িক শ্ৰম আৰু মানসিক শ্ৰমৰ মূল্য বেলেগ বেলেগ

---

* তামিলনাদৰ নঈ তালিম কৰ্মী সন্মিলনত দিয়া ভাষণ।

উচাপে ধৰা হৈছে, কিন্তু নষ্ট ভালিমে ইয়াক সমৰ্থন নকৰে। নষ্ট ভালিমৰ মতে মানুহে কায়িক কিম্বা মানসিক যি কোনো সেৱাকে নকৰক লাগে সি হৈছে নৈতিক বস্তু আৰু তেওঁক যি দৰ্মহা দিয়া হয় সি হৈছে আৰ্থিক বস্তু। নৈতিক বস্তুৰ মূল্য আৰ্থিক বস্তুৰ লগত তুলনা কৰিব নোৱাৰি। মাইলত কিমান ঘণ্টা থাকে, এনে ধৰণৰ প্ৰশ্ন সোধাই ভুল। এমাইলত কিমান গজ বুলি সুধিব পাৰি, কিন্তু কিমান ঘণ্টা বুলি সুধিব নোৱাৰি; কিয়নো সি হৈছে বেলেগ বস্তু। ইয়াক ইটো সিটোৰ লগত সাল-সলনি কৰিব নোৱাৰি। নৈত ডুবা একজন মানুহক কোনোবাই ৰক্ষা কৰিলে। ৰক্ষা কৰোঁতে ১০ মিনিট সময় লাগিল। সেই কামটো কায়িক, মানসিক নাছিল। এই বাবে ১০ মিনিটৰ মজুৰি তেওঁক দুঅনা দিয়া হবনে কি? তেওঁক যদি এশ টকাও যচা হয় তেন্তে তেওঁ কেতিয়াও নলয়; বৰং তেওঁ কব হে যে ইয়াত পইচা লোৱাৰ প্ৰশ্ন উঠে। এইদৰেই যি সমাজকল্যাণমূলক কাম, লাগে সি কায়িকেই হওক বা মানসিকেই হওক কৰে, সি এটা নৈতিক বস্তু হৈ পৰে; তাৰ আৰ্থিক মূল্যৰ লগত কোনো সম্বন্ধ থাকিব নোৱাৰে। আৰ্থিক মূল্যৰ সম্বন্ধ প্ৰত্যেক ব্যক্তিৰ ভোকৰ লগতহে থাকে। যাৰ ছটকীয়া ভোক আছে তেওঁ ছটকাৰ আহাৰ পাবলৈ অধিকাৰ আছে আৰু তেওঁক ছটকা দিয়াটো সমাজৰ কৰ্তব্য হয়। তেওঁ লাগে কাঠ-মিস্ত্ৰিয়েই হওক, বা কৃষকেই হওক নাইবা শিক্ষকেই হওক ইয়াৰ লগত কোনো সম্বন্ধ নাই।

## আৰ্থিক কাল

আমি এই কথাটো শুনি অবাক হৈ পৰিছো যে চৰকাৰে নষ্ট ভালিম মানি লৈছে কিন্তু তেওঁলোকে যি শিক্ষা

চলাৰ তাত শ্ৰেণীও থাকিব। এইটো অৱশ্যে চৰকাৰৰ দোষ নহয় সমাজৰ বুলিয়েই কব লাগিব। এই শ্ৰেণী-পদ্ধতি মানি চলা শিক্ষাই খৃষ্টিয়ানসকলৰ দৰে পৰিস্থিতিৰ লগত নিজক বুজা-পৰা কৰি লব। খৃষ্টিয়ানসকলে দেওবাৰৰ দিনা গিৰ্জ্জালৈ গৈ ঈশ্বৰোপাসনা কৰে। সেইদিনা কোনোবাই যদি এখন গালত এটা চৰো মাৰে তেন্তে ইখন গালো পাতি দিয়ে। কিন্তু সোমবাৰৰ দিনা তেওঁলোক এটম আৰু হাইড্ৰোজেন বোমা আদি সজাত লাগি যায়, কিয়নো তেওঁ-লোকে এটা চুক্তি কৰি লৈছে। তেওঁলোকে ভাবে কিছুমান কথা ব্যক্তিগত জীৱনৰ কাৰণে ভাল অথচ সেইবিলাক হয়তো সমাজ-ৰাষ্ট্ৰনিৰ লগত কোনো সম্বন্ধই নাই, সেইদৰেই মুছলমানসকলেও "চেলাম" বুলি কয়। 'ইচলাম' মানে শান্তি। তেওঁলোকৰ পতাকাত চন্দ্ৰ আৰু তৰাবোৰৰ দৰে অতি শান্ত সৌম্য প্ৰতীক আছে, সূৰ্য্যৰ দৰে উগ্ৰ প্ৰতীক নাই। পৰমেশ্বৰক তেওঁলোকে "ৰহীম" আৰু "ৰহমান"ৰ ৰূপত জানে। তথাপি একো-একোটা সাধাৰণ কথাতে ডিঙি কটা-কটি কৰি মৰিবলৈ প্ৰস্তুত হৈ পৰে। এই দৰেই হিন্দু সকলেও বেয়াৰ লগত চুক্তি কৰি লৈছে। নঙ্গী তালিমে কিন্তু এইটো কৰিব নোৱাৰে। ই সমাজৰ গোটেই গাঁথনিটো কে পৰিৱৰ্ত্তন কৰিব লাগিব। এতিয়া কংগ্ৰেছে "ছ'চিয়েলিষ্ট পেটাৰ্ণ অৱ ছ'চাইটী"ৰ কথা কব ধৰিছে। ইয়ো অৱশ্যে এটা ভাল বস্তুৱেই। কিন্তু আমি দেখিবলৈ পাইছোঁ যে পুঁজিপতিয়েও তাৰ লগত বুজা-পৰা কৰি লৈছে। য'ত এই প্ৰস্তাৱটো উত্থাপন কৰা হৈছিল তাত মৌলনা আজাদে এই বুলিয়েই বুজাইছিল যে তাৰ দ্বাৰাই বৰ বিশেষ সাল-সলনি একো নঘটে। সেই দৰেই হিটলাৰেও এবাৰ কৈছিল যে আমাৰ নেচনেল ছ'চিয়েলিজিম্ (ৰাষ্ট্ৰীয় সমাজবাদ) এই

কাৰণে মই কৈছো যে "ছ'চিয়েলিজিম" শব্দটোপন্ন অৱস্থাত। তেওঁলোকে এনেকুৱা এটা গোলমলীয়া শব্দ বাচি ল'লে যে তাক যেনেকুৱা ৰূপ দিব খোজে, দিব পাৰে। আজি-কালি 'সাম্যবাদয়' শব্দটোকো কিছুমানে এনেকুৱা প্ৰয়োগকে কৰিব ধৰিছে। সেই দৰেই যদি 'নঈ তালিম'ৰ অৰ্থও কৰা হয় তেন্তে এই বিচাৰ ধাৰা বুজোঁতা সকলে এইটোকে কব যে নঈ তালিম এটা স্বতন্ত্ৰ বস্তু। আজি নঈ তালিম যেনে হিচাপে চলি আছে তাৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই। কায়িক শ্ৰম আৰু মানসিক শ্ৰমৰ ব্যৱধান দূৰ কৰাই হৈছে নঈ তালিমৰ আৰ্থিক ফাল।

## আধ্যাত্মিক ফল

নঈ তালিমৰ আধ্যাত্মিক ফালটোৰ মতে জ্ঞান আৰু কৰ্ম বেলেগে পোৱা বস্তু নহয়, একেটা বস্তুৱেই। জ্ঞানতকৈ কৰ্ম শ্ৰেষ্ঠ, বা কৰ্মতকৈ জ্ঞান শ্ৰেষ্ঠ বোলাটো ভুল। জ্ঞান আৰু কৰ্ম এক— ইয়াকে ভিত্তি কৰি যি শিক্ষা দিয়া হব, সিয়েই নঈ তালিম। তাত পৰিশ্ৰম কৰিছেনে নাই এৰা তাৰ গমকে ধৰিব নোৱাৰি। তাত কাম হয়, শিক্ষা পোৱা যায় আৰু তাৰ লগে লগে নিৰ্ম্মল ও সুন্দৰ বায়ুও পোৱা হয়। আজি-কালি কাৰখানা বোৰৰ মজুৰ সকলেও বন্ধ ঠাইতে আঠ ঘণ্টাকৈ কাম কৰিব লগা হৈছে। তাত তেওঁলোকে মুকলি বতাহ যি নেপায়েই নে আনন্দও নেপায়। জ্ঞানৰ লগত সেই কামৰ কোনো সম্বন্ধই নথকা হয়। এই কাৰণে তেওঁলোকক চিনেমা আদিৰ জৰিয়তে আনন্দৰ যোগান ধৰে। তেওঁলোকৰ কামৰ লগত আনন্দৰ কোনো সম্বন্ধ নেথাকে। নঈ তালিমত এইদৰে এফটা কাম আৰু এফটা আনন্দৰ কাৰণে স্থান নেথাকিব। নঈ তালিমত

তো সচ্চিদানন্দ হব ; কৰ্ম্ম, জ্ঞান আৰু আনন্দ এক হৈ পৰিব। আমি যি কাম কৰো তাৰ লগে লগে জ্ঞান লাভ হোৱাটোও জ্ঞান প্ৰাপ্তিৰ এটা স্বাভাৱিক পদ্ধতিয়েই। আমি ৰোগী পৰিচৰ্য্যা কৰোঁতে তাৰ লগে লগে প্ৰয়োগো কৰি থাকোঁ অৰ্থাৎ পৰিচৰ্য্যা আৰু অধ্যয়ন দুয়োটাকে চলাই থকা হয়। যি ডাক্তৰে চিকিৎসাৰ পদ্ধতিৰ বিকাশ কৰিব খোজে, তেওঁ যদি ৰোগী পৰিচৰ্য্যা কৰিব নোখোজে তেন্তে কেনেকৈ হব ? যেনেকৈ সংশোধনৰ পৰা আপোনালোকে কামক পৃথক কৰিব নোৱাৰে, সেইদৰেই আনন্দৰ পৰা ও কামক পৃথক কৰিব নোৱাৰি। কাম আৰু আনন্দক পৃথক কৰিলে আনন্দ দোষযুক্ত হয় আৰু কাম নীৰস হৈ পৰিব। লৰালি কালৰ মোৰ এটা কথা মনত পৰিছে। ৰজা-বাদছাহ আদিৰ জন্ম দিন হলে আমাৰ স্কুল ছুটী হয় আৰু মৰিলেও হয়। ছুটী পালে আমাৰ ল'ৰাবোৰে বৰ আনন্দ পায়। এই কাৰণে আমি বেদান্তী হৈ পৰিছিলো। আমি বুজিছিলো যে জন্ম আৰু মৃত্যু মিছা, ছুটী হে সঁচা। আমি এইটো বুজিব নোৱাৰিছিলো যে যিটো ছুটী জন্মৰ পৰা পাব পাৰি তাক আকৌ মৃত্যুৰ পৰা কেনেকৈ পোৱা যায় ? ল'ৰা-ছোৱালীবোৰে ছুটী হলে আনন্দ পায়। ইয়াৰ পৰাই বুজিব পাৰি যে তেওঁ-লোকে স্কুলক জেলখানা বুলি ভাবিছিল। ল'ৰা-ছোৱালীবোৰে সপ্তাহটোৰ ভিতৰত অকল এদিনেই নহয় বৰং সাতো দিন আনন্দ পোৱাটো আমি বিচাৰো। য'ত এই অনুভৱ হব যে কৰ্ম্ম, জ্ঞান আৰু আনন্দ অৰ্থাৎ সৎ, চিৎ, আনন্দ তিনিওটা মিলি এটা বস্তু হব সেয়েই নঈ তালিম।

## সামাজিক কাল

মানুহ মাত্ৰে সমান—এয়েই হৈছে নঈ তালিমৰ সামাজিক ৰূপ। এই কাৰণে ভিন ভিন্ সামাজিক ভেদ, শ্ৰেণী-ভেদ আদি

সকলো মিছা। এইখিনি কথা যদি আমি জানি লওঁ তেন্তে আজিৰ ৰাষ্ট্ৰবাদ আদি সকলো ভেদ ভাৱ নোহোৱা হব। এই বিলাক ভেদ নষ্ট তালিমৰ লগত কোনো পধ্যেই থাকিব নোৱাৰে। ভূদান যজ্ঞই দাবী কৰিছে যে মাটিৰ গৰাকী কোনো ব্যক্তি বিশেষ নহয়, মাটি সকলোৰেই। এই দাবীৰ উত্তৰোত্তৰ বৃদ্ধি পাই এইখিনি পৰ্যান্ত পাবগৈ পাৰে যে কোনো এখন দেশৰ মাটিৰ গৰাকী সেই দেশখন বুলি কৰাটোও ভুল। পৃথিৱীত যিমান মাটি আছে সেই সকলোবোৰেই মানৱ জাতিৰ। নষ্ট তালিমত আমি ব্যক্তিৰ মাজত কোনো সামাজিক ভেদ নেৰাখোঁ। আজিৰ সমাজখন নানা তৰহৰ ভেদ-বিভেদৰ ওপৰতেই প্ৰতিষ্ঠিত। এই কাৰণে নষ্ট তালিমৰ দ্বাৰাই ভাৰতবৰ্ষৰ সামাজিক ক্ষেত্ৰত বিৰাট পৰিৱৰ্ত্তন সাধিত হব। ইয়াত সকলোবোৰ ল'ৰা-ছোৱালীয়েই একেলগে খাব, ধেমালি ধূমূলা কৰিব আৰু পঢ়িব। আমি বেলেগ বেলেগ ধৰ্ম্মত থকা দোষখিনি বাদ দি গুণ খিনিহে গ্ৰহণ ক'ৰম। কিছুমান মানুহৰ মনত ভুল ধাৰণা সোমাইছে যে "সৰ্ব্ব ধৰ্ম্ম" সমন্বয় মানে সকলো ধৰ্ম্মৰ সকলো কথাকে ভাল বুলি কোৱা 'ছেকুলাৰ এটিটুড্' অৰ্থাৎ 'ভৌতিক বৃত্তি' মানে এইটোকেই বুলি ভাবে যে ধৰ্ম্মৰ বিষয়ে একো কবই নেলাগে। কিন্তু ধৰ্ম্মৰ নামত যিবোৰ ভুল কথাৰ অপ-প্ৰচাৰ হয় তাৰ বিপক্ষে নষ্ট তালিম থিয় দিব। আমি জনাত সনাতনী সকলে নষ্ট তালিমক তীব্ৰ বিৰোধ কৰিব আৰু কৰাটো তেওঁলোকৰ কৰ্ত্তব্যও হব। যদি তেওঁলোকে বিৰোধ নকৰে তেন্তে হয় তেওঁলোকে নষ্ট তালিমেই বুজা নাই, নহয় আজিৰ নষ্ট তালিম বাস্তৱিক নষ্ট তালিমেই নহয়। সেই দৰেই 'ষ্টেটচ (যথাস্থিতি) বাদীটোসকলেও নষ্ট তালিমক বিৰোধ কৰিব লাগে।

## দোষ ছাত্ৰৰ নহয় শিক্ষাৰহে

প্ৰশ্ন :— আপোনাৰ আদৰ্শ ঠিকেই। কিন্তু তাৰ কাৰণে যদি ছাত্ৰ তৈয়াৰ নহয় তেন্তে কি কৰা যাব ?

বিনোবা :— এইটো এটা ভাবিব লগা কথা যে উত্তম বিচাৰৰ কাৰণে ছাত্ৰ তৈয়াৰ নহয়নে শিক্ষক ? আমাৰ বোধেৰে শিক্ষকেই হে পিচ হোঁহকা দিয়ে। আজিৰ পাৰিপাৰ্শ্বিকতাই এইটোৰেই সন্ধান দিছে যে ছাত্ৰই সেই বিচাৰ গ্ৰহণ কৰিবলৈ প্ৰস্তুত হৈ আছে। কিন্তু আজি যি শিক্ষা চলিছে তাত যদি কোনো ছাত্ৰই ছুটী নিবিচাৰে তেন্তে তেওঁলোকক মূৰ্খ হে বোলা যাব। মোৰ লৰালি কালৰ অভিজ্ঞতা এনেধৰণৰ হে যে স্কুলত যিমান ছুটী পোৱা হৈছিল তাৰে মোক নাতিছিল। প্ৰথমে শ্ৰেণীত হাজিৰা কৰে। সেই কাৰণে মই সেই সময়ত উপস্থিত থাকোঁ, তাৰ পিচত ফুৰিবলৈ ওলাই গুচি যাওঁ। যদি মই তাত পূৰা শিক্ষা পালেঁহেতেন তেন্তে আজিৰ ভূদানৰ কামত ওলাব নোৱাৰিলোহেঁতেন। সেই শিক্ষা মোৰ কাৰণে ইমান নীৰস যেন লাগিছিল যে শেষত মই এদিন কলেজ এৰিবই লগা হ'ল। আমাৰ শিক্ষা যদি ঠিক হয় তেন্তে ল'ৰা-ছোৱালী বোৰ শিক্ষকৰ পিচত পাগল নহৈ নোৱাৰে। ল'ৰা-ছোৱালী বিলাকৰ বীৰ পূজা ( হিৰ'ওৱৰ্চিপ ) কৰাৰ অভ্যাস আছে আৰু শিক্ষকেই তেওঁলোকৰ বীৰ হব পাৰে। এই কাৰণে গোটেই পৃথিৱীৰেই এইটো অভিজ্ঞতা যে মাক-বাপেকৰ কাৰণে ল'ৰা-ছোৱালীৰ যিমান শ্ৰদ্ধা গুৰুৰ কাৰণে তাতকৈ বহুত বেছি শ্ৰদ্ধা থাকিব লাগে। প্ৰকৃত গুৰুও ঠিক তেনেকুৱাই হব লাগে। আমি শুনিবলৈ পাইছোঁ যে আজি-কালি ল'ৰা-ছোৱালীবোৰে সংস্কৃত ভাষা পঢ়িবলৈ টান পাইছে। কিন্তু আমি যেতিয়া ল'ৰা-ছোৱালীবোৰক সংস্কৃত পঢ়াবলৈ লওঁ তেতিয়া

তেওঁলোকে ভাল্‌হে পায়। কলা বা কৌশল নেজানিলে সংস্কৃতক নীৰস কৰিব নোৱাৰে। সংস্কৃতৰ নিচিনা সুন্দৰ বস্তুক অসুন্দৰ কৰাটোও এটা বিশেষ কলাই। আজি-কালি ল'ৰা-ছোৱালীবোৰক প্ৰথমে ব্যাকৰণৰ ৰূপহে কৰিবলৈ দিয়া হয়। সেই কাৰণে তেওঁলোকে তাক দেখি ভয় খাই যায়। তেওঁলোকক সুন্দৰ সুন্দৰ পদ্য শিকাব লাগে। তেতিয়া বৰ আনন্দ পাব। আজি-কালি শিক্ষা দিয়াৰ পদ্ধতিকে ভুল কৰি পেলাইছে। এনেকুৱা অৱস্থাত তেওঁলোকে ছুটী পাই দেখিহে জীয়াই আছে। আপোনালোকে তেওঁলোকক যি পঢ়ায় তাৰ পৰা মাত্ৰ শতকৰা ৩৩ ভাগহে মনত ৰাখিব বুলি আশা কৰা হৈছে, বাকী ৬৭ ভাগত পাহৰিবৰ কাৰণে সুবিধা ৰখা হৈছে। এইটোও তেওঁলোকৰ কাৰণে এটা ডাঙৰ উপকাৰকে কৰা হৈছে।

প্ৰশ্ন :— মেডিকেল, ডাক্তৰী আদি টেক্‌নিকেল এজুকেচন' কাৰিকৰী শিক্ষাৰ লগত বুনিয়াদী শিক্ষাৰ কি সম্বন্ধ ?

বিনোবা :—বুনিয়াদী শিক্ষা হৈছে বুনিয়াদ অৰ্থাৎ ভেটি, কাজেই তাৰ ওপৰৰ ঘৰটোও ঠিক তেনেধৰণেই সাজিব লাগিব। শিক্ষাৰ গোটেই গাঁথনিটোকে ই সলনি কৰা প্ৰয়োজন। ভেটিটো যদি চাৰি কোণীয়া আৰু ঘৰটো তিনি কোণীয়া হয় তেন্তে কেনেকৈ চলিব ? আজিৰ মেডিকেল কলেজবোৰত এনেকুৱা বনৌষধি ( উদ্ভিদ )ৰ জ্ঞান দিয়া হয়, যিবোৰ হয়তো ভাৰতত নহয়। পৰদেশত তৈয়াৰী হোৱা ঔষধ আমাৰ দেশলৈ আহে। ইয়াৰ ল'ৰাক ইয়াৰ বনৌষধিৰহে জ্ঞান দিব লাগে। সম্প্ৰতি যিবোৰ মেডিকেল কলেজ আছে সেইবোৰ পৰদেশী ঔষধৰ এজেন্সী হে। যুদ্ধৰ সময়ত তাৰ পৰা অহা কেইবাবিধো ঔষধ উক্তম বিধৰ নাছিল।

সেই বুলি আমি পৰদেশী ঔষধক বহিষ্কাৰ কৰিব খোজা নাই। কিন্তু আমি বিচাৰিছোঁ ইয়াৰ পদ্ধতিৰ লগত সম্বন্ধ স্থাপন কৰিবলৈহে। গাৱঁৰ লগত মেডিকেল কলেজবোৰৰ গাঢ় সম্বন্ধ থাকিব লাগে। তাৰ যোগেদি আশে-পাশে থকা মানুহৰ স্বাস্থ্যও উন্নত হব লাগে আৰু তাৰ চৌপাশে থকা পৰিস্থিতিৰ লগত কলেজৰ বা-বতাহ অনুকূল হব লাগে।*

## বুৰঞ্জীৰ অধ্যয়ন অনাৱশ্যক : ৬৩ :

বিচাৰ স্বাতন্ত্ৰ্যৰ লগত বিচাৰ বা চিন্তা কৰাৰ পদ্ধতি জানিব লাগে। বিচাৰ বা চিন্তা নাক, চকু, কাণ আৰু মনৰ দ্বাৰাই কৰিব নোৱাৰি। বিচাৰ বুদ্ধিৰ দ্বাৰাহে কৰিব পাৰি। এই কাৰণে যেতিয়া আমি নিজৰ মন-আৰু ইন্দ্ৰিয়ক জয় কৰি নিজৰ বুদ্ধিৰ কথা মানি চলিবলৈ ধৰিম তেতিয়া ভবাৰ পদ্ধতি আপোনা-আপুনি হাতলৈ আহি যাব। ইয়াকে আমি বিচাৰ-শাস্ত্ৰ বোলো। এই শাস্ত্ৰৰ কথা প্ৰত্যেক ছাত্ৰ আৰু নাগৰিকেই জনা উচিত। আজি-কালি ছাত্ৰ আৰু নাগৰিক সকলক যি শিক্ষা দিয়া হৈছে, তাত এটা বৰ ডাঙৰ দোষ সোমাই আছে। এনেকৈ চালে দোষ বহুতো আছে. কিন্তু এটা আটাইতকৈ ডাঙৰ দোষ হৈছে এইটোৱেই যে মানুহৰ মগজত বুৰঞ্জী নামৰ কেইটামান বস্তু ঠাহি ঠাহি সুমাই দিয়া হয়। শিক্ষাৰ ভিতৰত থকা আটাইতকৈ ডাঙৰ বিপদটো বুৰঞ্জীৰ শিক্ষাই মাতি আনিছে। বুৰঞ্জী যিমান মিছা, সিমান কাল্পনিক গল্পও মিছা নহয়। কিয়নো গল্প লিখোঁতাই প্ৰথমে লিখি দিয়ে যে এই গোটেই গল্পখিনি কাল্পনিক। অন্ততঃ সেইখিনি সত্যতা তাত নিশ্চয় থাকে। কিন্তু ইতিহাস লিখোঁতাই

* ৭।২।৫৩ তাং শিৱৰামপল্লী, ( হাইদৰাবাদ ) ত চৰকাৰ বুনিয়াদী শিক্ষকৰ লগত কৰা আলোচনা।

দাবী কৰে যে মই যি লিখিছোঁ তৎবহু সত্য ঘটনাকে হে লিখিছোঁ আৰু আনে যি লিখে সি মিছা।

## ক্ষমতাধাৰীৰ অনুগ্ৰহৰ বুৰঞ্জী

আপোনালোকে বাৰু এইটো ভাবেনে যে বুৰঞ্জী নামৰ যিটো বিষয় পঢ়োৱা হয় সি বাস্তৱিক বিষয়? আগত যি দুখন মহাযুদ্ধ হৈ গ'ল তাৰ বুৰঞ্জী জাৰ্মানীয়ে এক ধৰণেৰে লিখিছে আৰু ৰুছিয়া আমেৰিকা, ইংলণ্ড আদিয়েও অন্য ধৰণেৰে লিখিছে চাগৈ। কোনে কি দোষ কৰিলে, কি অন্যায় হৈছিল, কোনটো ঘটনা কেতিয়া ঘটিছিল এই সকলোবোৰকে ভুলকৈ লিখা হয়। মহত্বপূৰ্ণ দলিল পত্ৰবোৰ পুৰিপেলোৱা হয়। খবৰ কাগজত আলপতে এটা ভাল কথা শুনিলো যে ৰুছিয়াৰ বুৰঞ্জী পুনৰাই আকৌ লিখা হব। আকৌ লিখা মানে এইটো নহয় যে ষ্টেলিন মৰিল পুনৰ নাই মৰা বুলি লিখিব। ষ্টেলিনৰ দিনত যি বুৰঞ্জীক মহা গৌৰৱৰ বিষয় বুলি ভবা হৈছিল, সেই সকলোবোৰকে মিছা বুলি ধৰি লৈ তাক পুনৰায় লিখা হব। ষ্টেলিনৰ দিনৰ বুৰঞ্জীত মহাত্মা গান্ধীক এজন বিপ্লৱবিৰোধী ব্যক্তি বুলি অভিহিত কৰা হৈছিল। এতিয়া তাৰ ঠাইত এইদৰে লিখা হব যে দেশত এজন মহাপুৰুষ আছিল। ঈশ্বৰৰ অশেষ কৃপাৰ বলত তেখেত তেনে আছিল বুলি নিলিখে। এইখিনিলৈকে তেওঁলোকে সলনি নকৰে; এইটো তেওঁলোকৰো অনুগ্ৰহ। কিন্তু বুৰঞ্জী লিখা হয় ক্ষমতাধিষ্ঠিতসকলৰ ইচ্ছা অনুসৰি। মানুহৰ মস্তিষ্ক নিজৰ ইচ্ছাৰ ফালে ঘোৰখুৱাই আনিবলৈ পুৰণি ঘটনাবোৰৰ সহায় লোৱা হয়। এই বুৰঞ্জীকে ল'ৰা-ছোৱালীবোৰক পঢ়োৱা হব। বুৰঞ্জীৰ নিৰ্মাতা কাহানিবাই মৰিল, অথচ ছাত্ৰৰ মগজ গধুৰ হৈচাত চেপেটা খাই যাব ধৰিছে। মৃত্যু হোৱা ৰজা-মহাৰজাৰ নামাৱলি মুখস্থ কৰিবৰ কি প্ৰয়োজন আছে? কোন কোন ঘটনা কেতিয়া ঘটিছিল, ইয়াক জানিবৰ

কোনো আৱশ্যাক নকৰে। কিমান বজা গ'ল আৰু আহিল তাৰ কোনো হিচাপ নাই। এই গছ জোপাত যিমানবোৰ পাত আছে সিমান বজাও আছিল। তেওঁলোকৰ বুৰঞ্জী পঢ়ি কি কৰিব? বুৰঞ্জীৰ সাঁচত মানুহৰ মস্তিষ্ক ঢালি দিয়াৰ কথা হে চলিছে। ইয়াৰ ফল স্বৰূপে গোটেই ‘প্ৰজা প্ৰেজুডিচ্.’ অৰ্থাৎ পূৰ্ব্বাগ্ৰহৰ দ্বাৰাই পীড়িত আৰু পুৰুষাৰ্থহীন হৈ পৰিছে।

## বুৰঞ্জীৰ বোজা ব'ব নেলাগে

ভূদানৰ কাম যেতিয়াৰ পৰাই আৰম্ভ হৈছে তেতিয়াৰ পৰাই মানুহে সুধিবলৈ ধৰিছে, “এইদৰে খুজি খুজি কেতিয়া কাম পুৰা হব?” ইয়াৰ পৰা কি লাভ হব? বুঞ্জীত জানো কেতিয়াবা এনেকুৱা হোৱা দেখিছে? তাৰ উত্তৰ স্বৰূপে আমি কব খোজো যে বুৰঞ্জীত জানো ক'ৰবাত বাবা হোৱা দেখা পাইছিল? বাবাই নতুনকৈ জনম লভিছে; এই কাৰণে তেওঁ নতুন বুৰঞ্জীৰ সৃষ্টি কৰিবই। আপোনালোক বুৰঞ্জীৰ নিৰ্ম্মাণ কৰোঁতা নে নাই পুৰণা বুৰঞ্জী পঢ়াওঁতাহে? কৰ্ত্তৃত্বশূন্য হৈ পুৰণা বুৰঞ্জীকে পঢ়োৱা আৰু অনুমান কৰাটো আমাৰ কাম নহয়। বুৰঞ্জীত নোহোৱা নোপজা কথা কেতিয়াও হবই নোৱাৰে বুলি কিয় ধৰি লৈছে? ৰামচন্দ্ৰই বাঁহী নবজাইছিল সেইবুলি কৃষ্ণয়ো নবজাবনে? আগৰ দিনৰ মানুহে যি কৰি থৈ গৈছে তাকেই যদি আমিও কৰিব লগা হয় তেন্তে আমিনো জন্ম লৈছিলো কিয়? আমাক পৰমেশ্বৰে জন্ম দিছে, তেন্তে আমিনো কি পুৰুষাৰ্থ কৰি দেখুৱালো? এই গতিকে পুৰণা ইতিহাসৰ কোনো হেচাই আমাৰ মগজুত পৰিব নেলাগে। একালেহি চালে এই গোটেই বুৰঞ্জীয়েই এক পঙ্কীয়; তাত সভ্যতা কিমান আছে কোৱা টান। সভ্যতা থাকিলেও মগজুত কিছুমান অনাৱশ্যকীয় বোজা লবৰ কোনো প্ৰয়োজন নকৰে। কিয়নো আমাৰ জন্ম নতুন সভ্যতা

সিদ্ধিৰ কাৰণে, নতুন প্ৰয়োগৰ কাৰণে। এই নিমিত্তে ছাত্ৰ আৰু নাগৰিকে বুৰঞ্জীৰ বোজা নিজৰ মগজুৰ পৰা আঁতৰাব হে লাগে।

## বুৰঞ্জী দুৰভিমানৰ জনক

বল্লাৰী কৰ্ণাটকত আছেনে অন্ধ্ৰত আছে তাক জানিবলৈ হলে বুৰঞ্জীয়ে কি কব? সমগ্ৰ অন্ধ্ৰবাসীয়ে বুৰঞ্জী চাই কব যে বল্লাৰী অনধ্ৰত হে আছে। সকলোৱে কন্নাৰ (কানাড়ী) বুৰঞ্জীৰ পাত মেলি চাই কব যে সেই ঠাইখন কৰ্ণাটকত হে আছে। এতিয়া বুৰঞ্জীৰ কোনটো কথা মনা হব? ইফালে ভূগোলে কৈছে যে বল্লাৰী আগতে যি ঠাইত আছিল এতিয়াও সেই ঠাইতেই আছে। এতিয়া বুৰঞ্জীয়ে কোনটো নিৰ্ণয় কৰিব? প্ৰত্যেক প্ৰদেশ বাসীয়েই নিজৰ নিজৰ প্ৰদেশৰ সীমা আন প্ৰদেশত সুমায়। কৰ্ণাটক বাসীয়ে কব যে আমাৰ প্ৰদেশ গোদাবৰীৰ পৰা আৰম্ভ কৰি কাবেৰী লৈকে আৰু তামিলনাদ, মহাৰাষ্ট্ৰ, অন্ধ্ৰ আদিৰো কিছু অংশ ইয়াত চামিল কৰিব লাগে। তেতিয়া তেওঁলোকে সন্তোষ পাব। মহাৰাষ্ট্ৰই কব যে আমাৰ প্ৰদেশ নৰ্ম্মদাৰ পৰা তুঙ্গভদ্ৰালৈকে। গুজৰাটৰ হিন্দী ভাষা-ভাষী অঞ্চলটো আৰু কৰ্ণাটকৰ এটা অংশ তাত লগলগাব লাগে। কৃষকসকলে যেনেকৈ নিজৰ মাটি এবেগেত বা এহাত বঢ়াব খোজে, এইটোও ঠিক তেনেকুৱা হাঁহি উঠা কথাই। এইবোৰ শুনি ল'ৰা-ছোৱালীবো হাঁহি উঠিছে। কিন্তু আপোনালোকৰ এচেম্বলীত এই বিষয়ে জোৰেৰে দাবী উত্থাপন কৰা হৈছে। আপোনালোকে এইটোও জানে যে এই সকলো-বোৰেই অমূলক কথা তথাপি আপোনালোকৰ মাজত এটা কৃত্ৰ সোমোৱা যেন অনুমান হয়। ইয়াৰো একমাত্ৰ কাৰণ

হৈছে এই বুৰঞ্জীয়েই। সেই পুৰণা বুৰঞ্জীবোৰ যি ধৰণেৰে লিখা হৈছে সেই ধৰণেৰে যদি পঢ়াও হয় তেন্তে সকলোৰে নিজৰ নিজৰ অভিমান বাঢ়ে। কাশ্মীৰ সম্পৰ্কে পাকিস্থানৰ বহুতো খবৰ কাকতে লিখিছে যে ভাৰতৰ ফালৰ পৰা বৰ ডাঙৰ ডাঙৰ আক্ৰমণ আৰু অত্যাচাৰ চলিব লাগিছে। ইফালে পণ্ডিত নেহেৰুৱে কব ধৰিছে যে সি একেবাৰেই মিছা। ভাৰতৰ খবৰ কাকতে লিখিছে যে পাকিস্থানৰ আক্ৰমণ আৰু অত্যাচাৰ ভাৰতৰ সীমান্ত অঞ্চলবোৰত হব লাগিছে। দুয়োপক্ষৰ ভিতৰত ইপক্ষই সিপক্ষক মিছা বুলি কৈছে। এতিয়া কি কৰা যাব? ইয়াক নিৰ্ণয় কৰিব পৰা অধিকাৰ কাৰ আছে? বুৰঞ্জীৰ অভিনিবেশ এইদৰেই তৈয়াৰ হয়। তাত সত্য নিষ্ঠতা থাকিব নোৱাৰে। যেতিয়ালৈকে বুৰঞ্জীৰ আগ্ৰহ আৰু অভিনিবেশলৈ আওকাণ কৰা নেযাব তেতিয়ালৈকে আপোনালোকে উন্নতিও কৰিব নোৱাৰিব।

## বুৰঞ্জীত বিবেক

এটা সাধাৰণ কথা কওঁ শুনক। আপোনালোকৰ তেলেগু লিপি আৰু কান্নাড়ী লিপিৰ ভিতৰত অলপ মানহে পাৰ্থক্য আছে। দুয়োটাকে অলপ-অচৰপ সাল-সলনি কৰিলে, দুয়োটা লিপি মিলাই এটা লিপি কৰিব পাৰি। এই সম্পৰ্কে যদি এখন সমিতি গঠন কৰি দিয়া হয় তেন্তে সেই সমিতিয়েই নিৰ্ণয় কৰিব পাৰিব। দুয়োখন প্ৰদেশ এক কৰিবলৈ বিচাৰিছে যেতিয়া প্ৰথমে অন্ততঃ নিজৰ নিজৰ অন্তৰবোৰ এক কৰি লওকচোন। তাৰ পিচত ৰাজ্য গঠন কৰিব খোজে যদি কৰি লব পাৰিব। কিন্তু তেলেগু সকলে কয় যে তেলেগু ভাষাৰ 'ভলকটু' ওপৰলৈ উঠিব লাগে আৰু কান্নাড় সকলে কয় যে

সিমানে ওপৰলৈ তুলিলে ভাল দেখা নেযায়, তাক তললৈহে নমাই দিব লাগে। তাৰ পিচত যেতিয়া পুৰণি পুথি বোৰ আনি চাব লৈ দেখিব যে 'তলকটু' ওপৰতহে আছে। সেই সময়ত যদি বুৰঞ্জীৰ অভিমান আহি পৰে তেন্তে কোনো কামেই হৈ নুঠিব। হয়তো পঙ্কই কিছু নহয় কিছু এৰিব লাগে। পুৰণি বুৰঞ্জী চাই যদি কাম কৰিবলৈ লয় তেন্তে তাৰ ফলো এনেকুৱাই হব। এই কাৰণে যদি সচাঁকৈয়ে উন্নতি কৰিব খুজিছে তেন্তে এই যুগত পুৰণা বুৰঞ্জীৰ সাৰাংশহে লব লাগে। অসাৰুৱা অংশ বাদ দিব লাগে। বুৰঞ্জীৰ আৱশ্যকতা যে একেবাৰেই নাই সেইটো আমি নকওঁ। ভগৱান ব্যাসে মহাভাৰত নামৰ এখন সুন্দৰ বুৰঞ্জী লিখি থৈ গৈছে। মানুহৰ বিবিধ স্বভাৱ কেনে ধৰংৰ হব পাৰে তাৰ বিষয়ে তাত লিখা আছে। এনে ধৰণৰ বুৰঞ্জী আমাৰ কামত আহিব পাৰে। কিন্তু বুৰঞ্জীৰ ভূত মুৰত উঠিলে সমাজে কেতিয়াও উন্নতি কৰিব নোৱাৰিব। এইটো অৱশ্যে ঠিক যে পুৰণা মানুহে যি পৰাক্রম দেখুৱাইছিল তাৰ পৰা আমি প্রেৰণা পাব পাৰোঁ। কিন্তু পুৰণা মানুহে যেনেকৈ ভাল কাম কৰিছিল সেইদৰেই বেয়া কামো কৰিছিল। তেনে-স্থলত তেওঁলোকৰ সকলোবোৰ কথা মগজুত কিয় সুমাব লাগে? ভাল ভাল কথা বোৰ লব লাগে, বেয়াবোৰ বাদ দিব লাগে। যদি আমি আমাৰ মগজুবোৰ পুৰণি কলীয়া বুৰঞ্জী বোৰতে আবদ্ধ কৰি ৰাখো তেন্তে আমাৰ বিবেক শক্তি ক্ষীণ হৈ যাব।

### মানৱ স্বভাৱৰ বুৰঞ্জী নাই

আমি ছাত্র সকলক কওঁ যে বুৰঞ্জীত "বিড্ বিটুইন দি লাইনচ্" অর্থাৎ শাৰীৰ মাজৰ কথা খিনি পঢ়া, ৰুপা কথা খিনি বাদ দিয়া। মাজৰ খালী ভাগটোহে পঢ়া। এজন বন্ধুৱে এখন সুন্দৰ কাব্য-গ্রন্থ আমালৈ পঠাইছিল। তাত মাজে

মাজে অলপ লিখা আছিল আৰু চাৰিও ফালে অলপ অলপ ঠাই বাদ দিছিল। সেই কবিতাটো সুন্দৰ আছিল কিন্তু কবিতাৰ চৌ-পাশে যিডোখৰ ঠাই খালী আছিল তাত বেছি কাব্য আছিল। এনে ধৰণে যি বুৰঞ্জী লিখা হব তাতকৈ নিলিখাখন বুৰঞ্জীৰ মহত্ত্ব বেছি হব। কোনো মাকে নিজৰ ল'ৰা-ছোৱালীক চেনেহতে আঁকোৱালি ধৰে আৰু সিহঁতক ভালকৈ খুউৱা-বুউৱা কৰে তথাপি তাৰ কোনো 'নিউজ' খবৰ কাগজলৈ পঠোৱা নহয়। কিন্তু যদি ক'ৰবাত কাৰবাৰ কটাকটি লাগে তেন্তে তাৰ 'নিউজ' তৎক্ষণাৎ পঠোৱা হব আৰু বুৰঞ্জীতো তাক লিখা হব। মাকৰ মহত্ত্বপূৰ্ণ মৰমৰ কথাবোৰ হ'লে বুৰঞ্জীত উল্লেখ নেথাকে, কাৰবাৰ কটাকটি লাগিলে, যাৰ হয়তো কোনো মহত্ত্বই নাই, সেই কথাবোৰে বুৰঞ্জীত স্থান পায়। মানৱে নিজৰ মানৱতাৰ বুৰঞ্জী নিলিখে। মানৱতাৰ ওপৰত যিমানেই প্ৰহাৰ কৰিব সিমানেই বুৰঞ্জীতো লিখা হব। এই কাৰণে বুৰঞ্জীৰ দ্বাৰাই মানৱ-স্বভাৱৰ জ্ঞান নহয়। মানৱ স্বভাৱ বিৰোধী যিমানবিলাক ঘটনা ঘটে তাক লিখা হয় আৰু তাৰ দ্বাৰাই যি বুৰঞ্জীৰ নিৰ্ম্মাণ হয় তাত যি ফালেকে চায় সেই ফালেই হিংসাকেইহে দেখা পায়।

## বুৰঞ্জী ভয়ৰ প্ৰচাৰক

ছাপাখানা আদি বাঢ়িছে, এই কাৰণেই টকালৰ খবৰ সিফালে যায়। তাৰ পৰা অনাহকত ভয়ৰ সৃষ্টি হয়। দুশ বছৰৰ আগতে আমাৰ দেশত আটাইতকৈ ডাঙৰ যুদ্ধ হৈছিল পানীপথৰ যুদ্ধই। কিন্তু যেতিয়া সেই যুদ্ধখন লাগিছিল তেতিয়া চীন-জাপান আদি অন্যান্য দেশে ভু-কে নেপাইছিল। আজি যদি পাকিস্থানে এখন বা দুখন গাওঁহে আক্ৰমণ কৰিছে তেন্তে গোটেই হিন্দুস্থান, পাকিস্থান—অন্ত নেলাগে সমগ্ৰ

পৃথিৱীৰ খবৰ কাগজতে এই খবৰ উঠিবই। খবৰ শুনাৰ লগে লগেই সমগ্ৰ দেশতে বিভীষিকাৰ ভাৱবে ছাটি পেলায়। ইয়াৰ পিচতেই সৈন্য-সামন্ত বঢ়াব লাগে, তাৰ কাৰণে খৰচো বঢ়াব লাগে আদিৰ আলোচনা চলিবলৈ ধৰে। পাৰ্লিয়া-মেণ্টৰ এজন সদস্যই সদনৰ আগত কৈয়েই পেলাইছিল যে পঞ্চ বাৰ্ষিকী পৰিকল্পনা বাদ দি সৈন্য-সামন্ত বঢ়োৱাতহে জোৰ দিব লাগে। বেচাৰাই যথেষ্ট ভয় খাইছিল। এই সকলো বোৰেই বুৰঞ্জী প্ৰকাশ কৰাৰ পৰিণাম। এখন গাঁৱত আক্ৰমণ হোৱা মানে পাঁচ লাখ গাঁৱত আক্ৰমণ হোৱাটোক নুবুজায়। আপোনালোকৰ অনন্তপুৰৰ দহ লাখ গাঁৱলীয়াৰ ভিতৰত যদি এজনৰ হত্যা হয় তেন্তে বাকী ৯,৯৯,৯৯৯ জনেই বাচি থাকিব। দহ লাখৰ ভিতৰত যদি এজন মৰেও তেন্তে ইমান ভয় কৰিবৰ কাৰণ কি? এইটো ঠিক যে এজনৰ মস্তিষ্ক বিকৃতি ঘটিলে তাক শুধৰণী কৰাৰ ব্যৱস্থা থাকিব লাগে। কাৰবাৰ আয়ুসত চাউল নোহোৱা হলে মৰিবই। তাত আকৌ বাকী বোৰ মানুহৰ ভয় কিহৰ? আজি-কালি বুৰঞ্জীৰ জাক-গতিয়েই বেয়া হৈ পৰিছে। তাৰ হেঁচা পৰিলে মানুহৰ বুদ্ধি শক্তি কুণ্ঠিত হয়। পুৰুষাৰ্থ লোপ পায়।

অনন্তপুৰ (অন্ধ্ৰ) ৯।৪।৫৬

## ছাত্ৰৰ কৰ্তব্য

: ৬৫ :

আমি আমাৰ দেশৰ কৰ্তব্য দুভাগত বিভক্ত কৰোঁ। এটা ভাগ হৈছে ছাত্ৰ আৰু আনটো হৈছে নাগৰিক। যি বৰ্তমান ছাত্ৰ তেওঁলোকেই ভৱিষ্যতৰ নাগৰিক। এনেকৈ চালে দুয়োটা বিভাগেই মিহলি হৈ জাপ খাই আছে। আজিৰ ছাত্ৰ কালিলৈ দায়িত্বশীল নাগৰিক হব আৰু আজি

নাগৰিক সকলকো ছাত্ৰ বুলিয়েই ধৰোঁ। মানুহে ভাৱে যে ২৫ বছৰ বয়সৰ হ'লেই মত-দান (ভোট-দিয়া)ৰ অধিকাৰ পায় যেতিয়া তেওঁও নাগৰিকেই। পিচে সেই বিভাজন সকলোৰে সুবিধাৰ কাৰণে হে কৰি লোৱা হৈছে। সৰু সৰু ল'ৰায়ো যে গোটেই দেশকে পথ প্ৰদৰ্শন কৰিব পাৰে ইয়াৰ উদাহৰণ আমাৰ দেশত বহুতো আছে। শঙ্কৰাচাৰ্য্যই সুপ্ৰসিদ্ধ শঙ্কৰ-ভাষ্য ১৬ বছৰ বয়সত লিখিছিল। আৰু এনেকুৱা বহুতো উদাহৰণ আমাৰ দেশত আছে। এই কাৰণে আমি কাৰ বয়স কিমান ইয়াত কোনো মহত্ত্বই নিদিওঁ। ছাত্ৰক আমি নাগৰিক হিচাপে হে চাওঁ। আৰু আজি যাক নাগৰিক বুলি কোৱা হৈছে, তেওঁলোককো আমি ছাত্ৰ বুলিহে ধৰি লৈছোঁ। আজিৰ অৱস্থাত বহুতো নাগৰিকক বিদ্যাহীন যেন দেখা যায়। সাধাৰণতে মানুহে ভাবে যে বিদ্যাভ্যাসৰ কালছোৱা শেষ কৰি যেতিয়া মানুহে সংসাৰৰ ভাৰ বহন কৰে তেতিয়াই তেওঁলোকৰ অধ্যয়নৰ কালো সমাপ্ত হৈ যায়। সি একেবাৰেই ভুল আৰু ভাৰতীয় সভ্যতাৰ বিৰোধী কথা। ভাৰতীয় সভ্যতাই কৈছে যে মানুহে বিদ্যাভ্যাস, অধ্যয়ন আদি আজীৱন কৰিব লাগে। গৃহস্থৰ কৰ্ত্তব্যৰ ভিতৰতো এই নিয়মটো আছে যে তেওঁ স্বাধ্যায় কৰিয়েই থাকিব লাগে। এই অনুগ্ৰ প্ৰদেশত "তৈত্তিৰীয়" উপনিষদৰ অধ্যয়নেই বেছি চলে, তাতো কোৱা আছে যে নিজৰ বিবিধ কৰ্ত্তব্যৰ লগতে প্ৰত্যেক মানুহেই স্বাধ্যায় কৰিব লাগে। ভিন্ ভিন্ কৰ্ত্তব্যৰ উচ্চাৰণ কৰোঁতে প্ৰত্যেকেই এইটোও উচ্চাৰণ কৰে যে "স্বাধ্যায় প্ৰৱচনে চ"। বিশেষকৈ স্বৰাজ পোৱাৰ পিচত যদি নাগৰিকে অধ্যয়ন নকৰে তেন্তে আমি তাক স্বৰাজৰ কাৰণে বিপদ বুলি ভাবো। আমি তো কওঁ যে ছাত্ৰ অৱস্থাটো

জীৱনৰ আৰম্ভনি মাত্ৰ। যেতিয়া ছাত্ৰই বিদ্যাধ্যয়ন স্বস্থ বুদ্ধিৰে কৰিবলৈ শক্তি পায় তেতিয়াহে আমি তেওঁক নাগৰিক বুলি ধৰোঁ। যেতিয়া নাগৰিকে নিজৰ ছাত্ৰাৱস্থা পাৰ হৈ গৈ অধ্যয়ন কৰা শক্তি লাভ কৰা সত্বেও অধ্যয়ন কৰিবলৈ এৰে, তেতিয়া তেওঁৰ অৱস্থা, কৃষকে দ্ৰব্যাৰ্জ্জনৰ শক্তি পাই দ্ৰব্যাৰ্জ্জন কৰিবলৈ এৰাৰ দৰে নিচিনা হয়। খোজ কাঢ়ি যাবলৈ যাৰ শক্তি আছে তেওঁ যদি খোজ কাঢ়িবলৈ এৰি দিয়ে তেন্তে তেওঁৰ কি অৱস্থা হ'ব? সেইদৰেই যি অধ্যয়ন কৰা শক্তি পোৱা সত্বেও অধ্যয়ন কৰিবলৈ এৰি দিয়ে, তেওঁক আমি কি ক'ম? এই কাৰণেই আমি ছাত্ৰ আৰু নাগৰিকৰ দুয়োকে পৃথক কৰিবলৈ নিবিচাৰো। তথাপি কৰ্ত্তব্য বিভাজনৰ বেলিকা ছাত্ৰ আৰু নাগৰিকৰ যে প্ৰত্যেকৰে নিজা নিজা একোটা কৰ্ত্তব্য আছে তাক আমি মানো। আজি আমি ছাত্ৰৰ কাৰণে কেইটামান কথা দাঙি ধৰিব খুজিছোঁ। আৰু কালিলৈ নাগৰিকৰ কৰ্ত্তব্য কি এই সম্বন্ধে আমাৰ মনোভাব ব্যক্ত কৰিম। এইদৰেই দুয়োটা কৰ্ত্তব্য বিভাজন মিলাই এটা পূৰ্ণ বিচাৰ আমি উত্থাপন কৰিম।

## ছাত্ৰৰ লগত মোৰ একৰূপতা

আমি দেখিছোঁ আমাৰ যি বোৰ সভাতে ছাত্ৰৰ সংখ্যা আঠাইভতকৈ বেছি আছে সেই সভাই অতি শান্ত অৱস্থাত থাকে। ছাত্ৰসকলৰ বিষয়ে মোৰ যি অভিজ্ঞতা হৈছে সি অতি অদ্ভুত। ভাৰতত ছাত্ৰ লৈ মোৰ মৰম বেছি। এই কাৰণে ছাত্ৰসকলৰ আগত মই কথা কওঁতে তেওঁলোকৰ লগত একৰূপ হৈ হে কওঁ। মই উৰ্দ্ধবাহু হৈ কব খোজোঁ যে মই যদি কিবা হওঁ, তেন্তে ছাত্ৰহে হ'ম। মোৰ অভ্যাস আৰু অধ্যয়ন আজি পৰ্য্যন্ত চলিয়েই আছে। এটা সহজ

উদাহৰণ দিওঁ শুনক। আমাৰ যাত্ৰী দলটোৰ লগত এজন জাপানী ভাই আছিল। ভ্ৰমণৰ সময়তো এঘণ্টা সময় লৈ জাপানী ভাষা শিকিছিলো। বয়স বেছি হ'লে স্মৰণ শক্তি ক্ষীণ হৈ যায় বুলি যে কিছুমানে ভাবে মোৰ কিন্তু তেনে হোৱা নাই। মোৰ অভিজ্ঞতাই কৈছে যে শৰীৰ যিমানেই ক্ষীণ হৈ যাব সিমানেই স্মৰণ শক্তিও প্ৰবল হৈ গৈ থাকিব। সৰু কালত যদি কোনো শ্লোক মুখস্থ কৰিবলৈ দহবাৰ পঢ়িব লগা হৈছিল, এতিয়া কেৱল দুবাৰ পঢ়িলেই মনত ৰয়; কিয়নো অধ্যয়নৰ অভ্যাস নিৰন্তৰ চলিয়েই আছে। বুদ্ধদেৱে কৈছিল যে যেনেকৈ নিতৌ স্নান কৰাৰ পৰা শৰীৰ পৰিষ্কাৰ-পৰিচ্ছন্ন হয় আৰু নিতৌ ঠাই সৰাৰ পৰা ঠাই চাফ্-চিকুণ হয়, সেইদৰেই নিতৌ অধ্যয়ন কৰাৰ পৰাও মন পৱিত্ৰ হয়। যেনেকৈ নিতৌ স্নান নকৰিলে শৰীৰ মলিয়ন হয়; সেইদৰে নিতৌ অধ্যয়ন নকৰিলেও মন পৱিত্ৰ নহয়। এই কথা মতে মোৰ অভ্যাস নিৰন্তৰ চলিয়েই আছে আৰু মইতো ভাবোঁ যি দিনা পৰমেশ্বৰে মোক ইহলোকৰ পৰা লৈ যাব, সেইদিনাও মই অধ্যয়ন কৰি কৰিয়েই যাম। অধ্যয়নশীলতা কাৰণেই মই মোৰ অন্তৰ ছাত্ৰৰ লগত একে বুলি ভাবোঁ।

## চিন্তন-স্বাতন্ত্ৰ্যৰ আৱশ্যকতা

ছাত্ৰসকলে নিজৰ বিবেক স্বতন্ত্ৰ ভাবে ৰখাটো তেওঁলোকৰ প্ৰথম কৰ্ত্তব্য হব। পৰিপূৰ্ণ স্বতন্ত্ৰতা যদি কাৰবাৰ ৰাখিবৰ অধিকাৰ আছে তেন্তে আটাইতকৈ বেছি ছাত্ৰৰেই আছে। শ্ৰদ্ধা নেথাকিলে বিদ্যা লাভ নহয়। এই কাৰণে শ্ৰদ্ধা থাকিব লাগে কিন্তু শ্ৰদ্ধাৰ লগে লগে মানসিক স্বতন্ত্ৰতাৰো সিমানেই আৱশ্যকতা আছে। বহুতেই ভাবে যে শ্ৰদ্ধা আৰু বুদ্ধি দুয়োটাই পৃথক বস্তু কিন্তু আচলতে এনে ধাৰণা ভুল।

যেনেকৈ কাণ আৰু চকু দুয়োটাই বেলেগ বেলেগ শক্তি কিন্তু সিহঁতৰ ভিতৰত কোনো বিৰোধ ভাব নাই, সেইদৰেই শ্ৰদ্ধা আৰু বুদ্ধিৰো। যদি শ্ৰদ্ধা নেথাকে তেন্তে বিদ্যা লাভ অসম্ভৱ। মাকে নিজৰ সন্তানক জোনোবাই দেখুৱায় আৰু কয় "চোৱাঁ বাছা! সৌৱা জোনোবাই।" যদি সন্তানৰ মাকৰ ওপৰত শ্ৰদ্ধা নেথাকে আৰু যদি তাৰ মনত শঙ্কা ওপজে যে আইয়ে যি দেখুৱাইছে সি জোনোবাই হয় বা নহয়, ইয়াক নো কোনে জানে, তেন্তে তাৰ জ্ঞান হব নোৱাৰে। গতিকে জ্ঞান প্ৰাপ্তিৰ কাৰণে শ্ৰদ্ধা এটা মৌলিক বস্তু। জ্ঞানৰ আৰম্ভনিও শ্ৰদ্ধাৰ পৰাই হে হয়। কিন্তু জ্ঞানৰ পৰিসমাপ্তি হয় বুদ্ধিত। শ্ৰদ্ধাৰ পৰা জ্ঞান আৰম্ভ হয় আৰু সমাপ্তি স্বতন্ত্ৰ-চিন্তাৰ দ্বাৰা হয়। এই কাৰণে ছাত্ৰৰ চিন্তন-স্বাতন্ত্ৰ্যৰ অধিকাৰ কেতিয়াও হেৰুৱাব নেলাগে। যি শিক্ষকে ছাত্ৰৰ ওপৰত বল প্ৰয়োগ কৰে তেওঁ শিক্ষকেই হব নোৱাৰে। শিক্ষক তেওঁ হে হব পাৰিব যি কব যে মোৰ কথা তোমাৰ ভাল লাগিছে যদি শুনা, নাই লগা যদি কেতিয়াও নুশুনিবা। এনে ধৰণে যি মানসিক স্বাধীনতা (বুদ্ধি-স্বাতন্ত্ৰ্য) দিব তেওঁহে প্ৰকৃত শিক্ষক বোলা হব। কিয়নো মানসিক স্বাধীনতাই হৈছে প্ৰকৃত স্বাধীনতা। মহাপুৰুষসকলৰ প্ৰতি আদৰ আৰু শ্ৰদ্ধা ভাব নিশ্চয় ৰাখিব লাগে কিন্তু কোনোবা মহাপুৰুষ, এই কাৰণেই তেওঁৰ কথা শুনিব লাগে বুলি ভবাটো ভুল। যদি কোনো লোকে মোৰ কথা অনুচিত বুলি ভাবি মানিবলৈ ইচ্ছা নকৰে তেন্তে মই বৰ আনন্দ পাওঁ। কোনোবাই যদি উচিত বুলি ভাবে আৰু তাক তেওঁ মানে তেতিয়াও ভাল লাগে। কিন্তু যি মোৰ কথা অনুচিত বুলি ভাবিছে অথচ তাক মানি লৈছে, তাত মই বৰ দুঃখ পাওঁ। এই কাৰণে আমি কওঁ যে,

বুদ্ধি স্বাধীন হ'ব লাগে। তাৰ কাৰণে উপযুক্ত শব্দ হ'ব "চিন্তন-স্বাতন্ত্র্য" হে। আমি আমাৰ চিন্তন-স্বাতন্ত্র্যৰ ওপৰত আঘাত পৰিবলৈ দিব নেলাগে আৰু নিজৰ স্বাধীনতাৰ অধিকাৰ সুৰক্ষিত কৰি ৰাখিব লাগে। পৃথিৱীত ছাত্ৰসকলৰ এই অধিকাৰ ছিন্ন কৰা হৈছে। এই কাৰণে মই ছাত্ৰসকলক জনাই থব খুজিছো। আজি কিছুদিনৰ পৰা "ডিচিপ্লীন" —অনুশাসনৰ নামত ছাত্ৰৰ মগজবোৰ যন্ত্ৰৰ সাঁচত ঢালিবলৈ চেষ্টা কৰা হৈছে।

অনুশাসনত মোৰ বিশ্বাস আছে আৰু মই এইটোও মানো যে অনুশাসন নহ'লে কাম নচলে। ঘৰত জুই লাগিলে, তাতো যদি ডিচিপ্লীন নেথাকে, তেন্তে গোলমাল হ'ব। ডিচিপ্লান মানি জুই নুমাবলৈ যোৱা কেইজন মান মানুহৰ দ্বাৰাই যিমান সোনকালে আৰু ভাল কাম হ'ব, ডিচিপ্লীন নমনাকৈ জুই নুমাবলৈ যোৱা অসংখ্য মানুহৰ দ্বাৰাযো সিমান সোনকালে আৰু ভাল কাম হৈ নুঠিব। কিন্তু আজি ডিচিপ্লীনৰ নামত সকলো ঠাইতে যন্ত্ৰীকৰণহে হ'ব লাগিছে আৰু ছাত্ৰৰ মগজত যথেষ্ট প্ৰহাৰ কৰা হৈছে।

## ইউনিয়নৰ গাঁথনি

গোটেই পৃথিৱীৰেই শিক্ষা বিভাগ চৰকাৰৰ হাতত আছে। আমি জনাত ইয়াতকৈ ডাঙৰ বিপদ আৰু একো হ'ব নোৱাৰে আমি বাৰম্বাৰ কৈ আহিছো যে শিক্ষা বিভাগ চৰকাৰৰ হাতত থাকিব নেলাগে, জ্ঞানীৰ হাতত হে থাকিব লাগে, কিয়নো এই কামটো সেৱা-পৰায়ণতাৰ দ্বাৰাই হোৱা কাম। আজি পৃথিৱীৰ চৰকাৰ সমূহে শিক্ষা বিভাগক নিজৰ অধীন কৰি লৈছে। শিক্ষা বিভাগৰ উচ্চপদস্থ বিষয়াই যি কিতাপ মঞ্জুৰ কৰিব সেই কিতাপকে সকলো ছাত্ৰই পঢ়িব লাগিব।

উত্তৰ প্ৰদেশৰ ৫১ খন জিলাৰ ৬ কোটি মানুহক এখনহে কিতাপ দিয়া যাব আৰু সকলোৱে কেতুৱাই তাকে পঢ়োৱা হ'ব। এতিয়া বিশাল অন্ধ হৈ উঠিছে যেতিয়া যন্ত্ৰীকৰণো বিশাল হ'ব পাৰে। কিয়নো আগতে যি খন পাঠ্য পুথি ১১ খন জিলাৰ কাৰণে তৈয়াৰ কৰা হৈছিল সি আজি ২০ খন জিলাত চলিব। যদি চৰকাৰ ফেচিষ্ট হয় তেন্তে সকলো ছাত্ৰকে ফেচিজিম্ শিকাব লাগিব, চৰকাৰ কমিউনিষ্ট হলে কমিউনিজিম্‌ৰ প্ৰচাৰ প্ৰবল হিচাপে হ'ব। চৰকাৰ যদি পুঁজিবাদী হয় তেন্তে পুঁজিবাদৰ গৌৰৱ বখানিব আৰু যদি চৰকাৰ প্লেনিং বাদী হয় তেন্তে ছাত্ৰসকলকো প্লেনিঙৰ পন্থা শিকাব। ইয়াত কৈ বেছি বিপদ জনক কথা একো হ'ব নোৱাৰে। এই কাৰণে শিক্ষা বিভাগ মুক্ত হ'ব লাগে। প্ৰথমে মুক্তিৰ অত্যন্ত প্ৰয়োজন। আমি ছাত্ৰসকলক সতৰ্ক কৰি দিব খোজোঁ যে তোমালোকক কোনো এটা নিৰ্দ্ধাৰিত সাঁচত ঢলাৰ চেষ্টা চলিছে। এই কাৰণে তোমালোকে বিচাৰৰ-স্বাতন্ত্ৰ্য আৰু চিন্তন-স্বাতন্ত্ৰ্যক স্বতন্ত্ৰ কৰি ৰাখা। কিন্তু ছাত্ৰসকলে এই কথাটো বুজি পোৱা নাই। আজি তেওঁলোকে বেলেগ বেলেগ ইউনিয়ন গঠন কৰিছে। ইয়াক দেখি আমি বৰ আচৰিত হৈছো। ইউনিয়ন ভেৰাৰ হে হয়, বাঘৰ নহয়। ছাত্ৰসকল ভেৰা হ'ব নেলাগে, বাঘহে হ'ব লাগে। যদি কোনো বিচাৰ বা মতবাদ আমাৰ মনত খাপখায় তেন্তে তাক প্ৰচাৰ কৰিব লাগে, নহলে তাক মানি লবই নেলাগে। মই বৰ আচৰিত হৈছো যে চৰকাৰৰ কাৰণেই তেওঁলোকৰ মগজ অকৰ্ম্মণ্য হৈ পৰিছে আৰু সিফালে তেওঁলোক ইউনিয়ন গঠনত উঠি পৰি লাগিছে। দেশত লাখ লাখ পাঠ-শালা, স্কুল আদি চলিব লাগে কিন্তু ছাত্ৰ হলে একনো ইউনিয়নত ভৰ্ত্তি হ'ব নেলাগে। যদি কোনোবাই ইউনিয়নত যোগ দিবলৈ কয় তেন্তে এই

বুলি কব লাগে যে নাগৰিক হোৱাৰ পিচত যদি স্বতন্ত্ৰতা কম কৰাৰ আৱশ্যক বোধ কৰোঁ। তেতিয়া হে মই কোনো ইউনিয়নত যোগ দিম, এতিয়া নিদিওঁ। কাৰণ এতিয়া মই ছাত্ৰ হৈ আছোঁ। এই নিমিত্তে শতকৰা এশ ভাগেই স্বতন্ত্ৰতা ৰাখিবৰ মোৰ অধিকাৰ আছে। ৰাজনীতিৰ বিষয়ে অৱশ্যে ভবা-চিন্তা নিশ্চয় কৰিম। কিন্তু নিজৰ মত কোনো এটাতে দৃঢ় কৰি নলওঁ। মত পৰিৱৰ্ত্তন কৰিব লগীয়া অৱস্থাত হে মই ভবা-চিন্তা কৰি চাম। ইউনিয়নত যোগ দিলে মই মোৰ এই অধিকাৰৰ পৰা বঞ্চিৎ হ'ম বুলি কব লাগিব। সহযোগ যে কৰিবই লাগিব তাৰ কোনো মানে নাই। সেৱাৰ কাৰণে হে সহযোগৰ প্ৰয়োজন। ইউনিয়নত যোগ দিয়া মানে কোনো এটা ভৈয়াৰী সাঁচত ঢলা। দেশৰ স্বাধীনতাৰ কাৰণে ই বৰ মাৰাত্মক বস্তু হৈ পৰিব।

## নিজে নিজক বশ কৰি ৰখা

ছাত্ৰসকলৰ আনটো কৰ্ত্তব্য হৈছে তেওঁ নিজেই নিজক বশ কৰি ৰখা। যি নিজেই নিজক বশ কৰিব পাৰিছে তেওঁহে স্বাধীনতাৰ অধিকাৰ নিজৰ হাতৰ মুঠিত ৰাখিব পাৰে। যিটো সঙ্কল্প মই কৰিম তাক মই প্ৰাণপণে পালন কৰিম —এই নিষ্ঠা সকলোৰে থাকিব লাগে। ছাত্ৰসকলে এনেকুৱা নিৰ্ণয় কৰিব লাগে যে মই যদি সত্য সঙ্কল্প কৰো তেন্তে পৃথিৱীত এনে কোনো শক্তি নাই যি মোৰ এই সঙ্কল্প ভঙ্গ কৰিব পাৰে। এই কাৰণে দেহ, মন আৰু বুদ্ধি নিজৰ বশত ৰাখিব লাগে। মই যদি ৰাতিপুৱা চাৰি বজাতে উঠিবলৈ নিশ্চিত কৰোঁ তেন্তে ইন্দ্ৰিয় সমূহৰ কি শক্তি আছে যে মোক সেই নিশ্চয়তাৰ পৰা বিৰত কৰিব পাৰে? এই কাৰণেই যদি ছাত্ৰসকল আত্ম-নিয়ন্ত্ৰিত বা আত্ম-সংযমী হব নোৱাৰে তেন্তে তেওঁলোক পৃথিৱীত তিষ্ঠিয়েই থাকিব নোৱাৰিব।

এই কাৰণে ছাত্ৰই বিদ্যাধ্যয়নৰ লগে লগে এই কথাটোও ভ্ৰতৰ দৰে নিশ্চয় কৰি লব লাগে যে মই মোক বশ কৰি ৰাখিব পাৰিব লাগিব। নহ'লে বিদ্যা বীৰ্য্যহীন হব। নিজক নিজে বশ কৰি ৰখা শক্তিটো আটাইতকৈ ডাঙৰ শক্তি। আপোনালোকে স্থিত প্ৰজ্ঞৰ শ্লোক শুনিলে। স্থিত-প্ৰজ্ঞ কোন? যাৰ প্ৰজ্ঞা অৰ্থাৎ জ্ঞান বা বুদ্ধিত নিৰ্ণয় শক্তি আছে তেৱেঁই স্থিত-প্ৰজ্ঞ। আজি-কালি পৃথিৱীত বৰ ডাঙৰ ডাঙৰ প্ৰশ্নহে উঠে। সৰু-সুৰা প্ৰশ্ন এতিয়া নোহোৱাই হ'ল। আজি গোটেই পৃথিৱীবাসীয়েই বিপদৰ সম্মুখীন হৈছে, এই কাৰণে বৰ ব্যাপক ভাবে চিন্তা কৰিব লাগে। সেই অনুক্ৰমে নিৰ্ণয়ো ব্যাপক বুদ্ধিৰে আৰু যিমান পাৰি সোনকালে কৰিব লাগে। প্ৰথমে ইমান ডাঙৰ সমস্যা উদ্ভৱ হোৱা নাছিল আৰু মনুষ্যবিলাকেও পৃথিৱীৰ বিষয়ে নেজানিছিল। আমাৰ দেশৰ ভিতৰত আটাইত কৈ ডাঙৰ যুদ্ধ পানীপতৰ খনেই আছিল, কিন্তু চীন আৰু জাপানবাসীয়ে তাৰ গমকে পোৱা নাছিল। পিচে আজি আৰু এনেকুৱা অৱস্থাত কোনো নাই। পৃথিৱীৰ কোনোবা এচুকতো যদি কোনো সৰু-সুৰা ঘটনা ঘটে তেন্তে আজি তাৰ প্ৰভাৱ পৃথিৱীৰ সকলো ঠাইতে পৰে। ইউৰোপ আৰু আমেৰিকাত ঘটা ঘটনাৰ ছাপ ভাৰতৰ হাট-বজাৰবোৰত তৎক্ষণাৎ পৰে। এইদৰেই ডাঙৰ ডাঙৰ সমস্যাবোৰ ইটোৰ পিচত সিটো কৰি ক্ৰমে আহিয়েই থাকে। এই নিমিত্তেই যিমান সোনকালে পাৰি কোনো এটা নিৰ্ণয় কৰা অতি প্ৰয়োজন। আজি নিৰ্ণয় শক্তিৰ যিমান আৱশ্যকতা আছে সিমান আগতে নাছিল। আপোনালোকে দেখিছেই যে আজি খোজকাঢ়ি যাবলৈ কাৰোৱে সময় নাই। আজি সকলোৱেই আকাশী-বিমানেৰে

আৰু বেলেগে এনেভাবে লৰি-ঢাপৰি ফুৰিব ধৰিছে যেন তেওঁলোকৰ পিচে পিচে বাঘেহে খেদা দিছে। আনকি আমাকো সোধে যে আপোনালোক আকাশী-বিমানেৰে কিয় নেযায়? তাৰ উত্তৰত আমি কওঁ যে যদি আমি আকাশী বিমানেৰে যাওঁ তেন্তে ৰতাহ্ হে পাম, মাটি নেপাম। কিন্তু আমাক লাগে মাটিহে, সেই বাবেই মাটিযেদি খোজ-কাটি যাব লগা হৈছে। কোৱাৰ তাৎপৰ্য্য হৈছে এয়েই যে আজিৰ যুগলৈ চাই যি কোনো কথাকেই অতি সোনকালে সিদ্ধান্ত কৰি পেলাব লাগে। এই কাৰণেই আজিৰ যুগৰ আটাইতকৈ ডাঙৰ শক্তি হৈছে নিৰ্ণায়ক-শক্তিয়েই। তাকে প্ৰজ্ঞা (বুদ্ধি) বোলে। যাৰ প্ৰজ্ঞা স্থিৰ হৈছে তেওঁকেই স্থিত-প্ৰজ্ঞ বোলে। ছাত্ৰসকল স্থিত-প্ৰজ্ঞ হব লাগে। স্থিত-প্ৰজ্ঞ হবলৈ হ'লে নিজৰ মন, ইন্দ্ৰিয় আৰু বুদ্ধি আদিক বশ কৰি ৰাখিবলৈ চেষ্টা কৰিব লাগে। ছাত্ৰসকলে নিজৰ সঙ্কল্প-শক্তিক দৃঢ় কৰিবলৈ প্ৰতিজ্ঞা কৰিব লাগে। যদি আমি কোনো কথা নিৰ্ণয় কৰি তাক পুনৰ ভঙ্গও কৰোঁ। তেন্তে আমাৰ শক্তিও ক্ষীণ হৈ যাব। এই কাৰণে মই যিটোকে নিশ্চিত কৰো লাগে, প্ৰাণ গ'লেও তাক ভঙ্গ হবলৈ নিদিওঁ—এনেকুৱা হব লাগে। এই দৰেই নিশ্চয়-শক্তিৰ কাৰণে ইন্দ্ৰিয় সমূহক বশ কৰি ৰখা অতি প্ৰয়োজন।

## নিৰন্তৰ সেৱা-পৰায়ণতা

ছাত্ৰসকলৰ তৃতীয় কৰ্ত্তব্য হৈছে এইটোৱেই যে তেওঁ-লোকে নিৰন্তৰ সেৱা-পৰায়ণ হৈ থাকিব লাগে। সেৱাৰ অবিহনে জ্ঞান প্ৰাপ্তি অসম্ভৱ। মহাভাৰতত এটা কথা আছে। অৰ্জ্জুন, ভগৱান কৃষ্ণ আৰু ধৰ্ম্মৰাজৰ লগত বহি আছিল। অৰ্জ্জুনৰ প্ৰতিজ্ঞা আছিল যে যি

মোৰ গাণ্ডীৱক নিন্দা কৰিব মই তেওঁক হত্যা কৰিম। ধৰ্ম্মৰাজে অৰ্জ্জুনক উৎসাহিত কৰিবৰ মনেৰে গাণ্ডীৱক নিন্দা কৰি কলে যে তুমি আৰু তোমাৰ গাণ্ডীৱ ইমান শক্তিশালী হোৱা সত্বেও আমি ইমান দুঃখ ভোগ কৰিব লগা হৈছে আৰু ইফালেদি আমাৰ শত্ৰুও নিপাত নহ'ল। অৰ্জ্জুন বৰ ধৰ্ম্ম নিষ্ঠ আৰু ককায়েকলৈ তেওঁৰ বৰ মৰম আছিল। তেওঁক যদি কোনোবাই নিন্দা কৰে তেন্তে সহিব পাৰে, কিন্তু গাণ্ডীৱৰ নিন্দা মুঠেই সহিব নোৱাৰে; সেই কাৰণে কৃষ্ণৰ আগতে তেওঁ ধৰ্ম্মৰাজক মাৰিবলৈ হাত দাঙিলে। কৃষ্ণই তেওঁৰ হাতত ধৰি কলে "তুমি কেনে মূৰ্খ! তোমাৰ জ্ঞান অকণো নাই! তুমিতো বৃদ্ধৰ সেৱা কৰা নাই, তোমাৰ জ্ঞান কেনেকৈ হব?" মহাভাৰতত আন এঠাইত যক্ষৰ বিষয়ে এটা গল্প আছে। তাত সোধা হৈছে যে জ্ঞান কেনেকৈ লাভ কৰিব পাৰি? তেতিয়া উত্তৰ দিয়া হ'ল যে 'জ্ঞানং বৃদ্ধ সেৱায়াং"—"বৃদ্ধসকলৰ সেৱাৰ দ্বাৰাই জ্ঞান লভিব পাৰি।" বৃদ্ধসকলৰ যথেষ্ট অভিজ্ঞতা থাকে আৰু যি সেৱা-পৰায়ণ তেওঁলোকৰ আগত বৃদ্ধসকলৰ মন খোলোচা হয় আৰু তেওঁলোকে নিজৰ যথা সৰ্ব্বস্ব অৰ্পণ কৰে। এই নিমিত্তেই ছাত্ৰসকল সেৱা পৰায়ণ হব লাগে। বৃদ্ধসকলৰ, মাক-বাপেকৰ, দীন-দৰিদ্ৰৰ আৰু সমাজৰ সেৱা কৰিব লাগে। এইটো ভাবিব নেলাগে যে আমি যদি সেৱা কৰিয়েই থাকোঁ তেন্তে অধ্যয়ন কেনেকৈ কৰিম? কিন্তু সেৱাৰ দ্বাৰাই হে যে জ্ঞান প্ৰাপ্ত হয় এই কথাটোত বিশ্বাস ৰাখিব লাগে। ৰামায়ণতো এটা গল্প আছে। বিশ্বামিত্ৰই দশৰথৰ ওচৰলৈ গৈ যজ্ঞ ৰক্ষাৰ্থে ৰাম-লক্ষ্মণক বিচাৰিলে। দশৰথ মোহান্ধ আছিল, এই কাৰণেই কৈছিল যে মোৰ ৰামৰ বয়স এতিয়া ষোল বছৰেই হোৱা নাই, তেনেস্থলত মই তেওঁক কেনেকৈ

এৰি দিব পাৰো ? বাল্মীকিয়ে বৰ্ণনা কৰি কৈছিল যে বিশ্বামিত্ৰৰ এই কথা কেইটাত গোটেই পৃথিৱীয়েই কম্পমান হৈ উঠিছিল। জ্ঞানী পুৰুষৰ দাবীক ৰজায়ো অস্বীকাৰ কৰিব নোৱাৰে। তাৰ পিচত বশিষ্ঠই আহি দশৰথক বুজালে যে তুমি কেনে মূৰ্খ ? বিশ্বামিত্ৰই নিজে আহি তোমাৰ ৰাম-লক্ষ্মণক বিচাৰিছেহি অথচ তুমি দিব খোজা নাই। তেওঁৰ দ্বাৰাই তোমাৰ ল'ৰাৰ কল্যাণে হে হব। তেওঁলোকে বিশ্বামিত্ৰৰ সেৱা কৰিব আৰু তেওঁৰ পৰা তেওঁলোকে জ্ঞান লাভ কৰিব। সেৱাতকৈ ডাঙৰ কোনো বিদ্যাপীঠেই হব নোৱাৰে। ইয়াকে শুনি দশৰথে বিশ্বামিত্ৰৰ হাতত ৰাম-লক্ষ্মণক সঁপি দিলে। তাৰ পিচত ৰাম-লক্ষ্মণে সেৱা কৰোতে কৰোতে কেনেকৈ জ্ঞান লাভ কৰিলে তাৰ বৰ্ণনা অন্য এঠাইত আকৌ বাল্মীকিয়ে কৰিছে।

## বিশ্ব-নাগৰিকত্ব

ছাত্ৰ সকলৰ চতুৰ্থ কৰ্ত্তব্য হৈছে এই যে তেওঁলোক সকলো পিনে হুঁচিয়াৰ অৰ্থাৎ সাৱধান হব লাগে। পৃথিৱীৰ সমাজ ব্যৱস্থাত যি উখল-মাখল লাগিছে সেই বিষয়েও অধ্যয়ন কৰা উচিত। ভিন ভিন্ বাদৰ সৃষ্টি হৈছে। এই বাদবোৰক তটস্থ বুদ্ধিৰে অধ্যয়ন কৰিব লাগে। ছাত্ৰ সকল সৰ্ব্বব্যাপক হোৱা উচিত। ছাত্ৰ সকলৰ বুদ্ধি সঙ্কুচিত হব নেলাগে। তেওঁ এই বুলি ভাবিব নেলাগে যে মই ফেলেগু ভাষাভাষী বা মই ভাৰতবৰ্ষৰ মানুহ। তেওঁ এইটো উপলব্ধি কৰিব পাৰিব লাগে যে মই দ্ৰষ্টা আৰু এই সকলোবোৰেই দৃশ্য। তাতকৈ মই পৃথক। ধৰ্ম্ম, ভাষা আৰু ৰিবিধাক বাদ চলিব লাগিছে সেই সকলোবোৰতকৈ মই পৃথক আৰু তটস্থ বুদ্ধিৰেহে তাক অধ্যয়ন কৰিম। ছাত্ৰসকলে এনেকুৱা ব্যাপক বুদ্ধিক নিশ্চয় ভাল পাব। কিন্তু আজি কালি

তাৰ গুলোটাটোহে দেখা গৈছে। ভাষাৰ ভেটিত প্ৰদেশ গঠন কৰালৈ কিমান বাদ-বিবাদ গ'ল ? তাত অন্তৰৰ সংকীৰ্ণতা প্ৰকাশ পাইছে। তেনেধৰণৰ সংকীৰ্ণতা থাকিব নেলাগে। ছাত্ৰ সকলে ব্যাপক বুদ্ধিৰে ভাবিব লাগে আৰু কব লাগে যে আমি বিশ্ব-নাগৰিক। আমি সমগ্ৰ পৃথিৱীত বিশ্ব-নাগৰিকতাৰ স্থাপনা কৰিব খুজিছোঁ। আমি ভাৰতীয় বুলিও কব নেলাগে। বৰ্ত্তমানৰ যিসকল নাগৰিক তেওঁলোকহে ভাৰতীয়, আমি ছাত্ৰ সকল ভাৰতীয়ত্বকৈও বহুগুণে ওপৰত। আমি বিশ্বমানৱ, বিদ্যাৰ উপাসক, তটস্থ বুদ্ধিৰে ভাবোঁতা হে; সংকীৰ্ণমনা নহয়।

কৰ্ণুল (অন্ধ্ৰ) ১১।৩।৫৩

## নঈ তালিম : জীৱনৰ দৰ্শন : ৬৬ :

নঈ তালিম কেৱল এটা পদ্ধতি নহয়, বৰং জীৱনৰ দৰ্শনো। নঈ তালিমত নতুন মূল্যৰ স্থাপনা কৰিব লাগে। কেইটামান বস্তুক আমি প্ৰাচীন কালৰে পৰা অনাহকত মহত্ত্ব দি আহিছোঁ। এতিয়া সেইবোৰ নিৰ্ম্মূল কৰি তাৰ ঠাইত ভাল ভাল বস্তুক স্থান দিব লাগে। ইয়াৰ মানে এইটো নহয় যে পুৰণি কালৰ সকলো বোৰ বস্তুৱেই বেয়া আছিল। অৱশ্যে কিছুমান ভাল বস্তুও আছিল। ভাল বস্তুবিলাকৰ সমাদৰ সদায় থাকিবই। কিন্তু সমাজ-ব্যৱস্থাত যিবোৰ ভুল ধাৰণা সোমাই আছে, যিবোৰ কথাত অযথা মূল্য দি অহা হৈছে আৰু যিবোৰ ভুল ৰীতি-নীতি চলি আহিছে, সেইবোৰক আমি দূৰ কৰিবই লাগিব। উদাহৰণ স্বৰূপে আজি কব পাৰি যে যাৰ দায়িত্ব বেছি, তেওঁ দৰমহাও বেছি পাব লাগে। ই সম্পূৰ্ণ ভুল ধাৰণা। কাৰণ দৰমহাৰ সম্বন্ধ যোগ্যতাৰ লগত নাই, আৱশ্যকতাৰ লগতহে আছে। লোকে যোগ্য-অযোগ্য একো নিবিচাৰে। যাৰ ভোক লাগে তেওঁ খাবলৈ পোৱা উচিত। অৱশ্যে এইটো হলে ঠিক যে

তেওঁ কাম কৰিব লাগিব, কাম নকৰাকৈ খাব নেলাগে; সেই বুলি ইয়াতো যোগ্য-অযোগ্যৰ প্ৰশ্ন উঠিব নোৱাৰে। যি নিজৰ শক্তি অনুসৰি আৰু কোনো ফাঁকি-ফুকা নকৰাকৈ কাম কৰে তেওঁ আৱশ্যক অনুপাতে পাবৰ অধিকাৰ আছে। আৰ্জোতে পৰিয়ালৰ সকলোৱেই আৰ্জিব লাগিব, এইটো হব নোৱাৰিব যে এজনে আৰ্জিব দহ জনে বহি খাব। এনে কৰিলে ঈশ্বৰৰ ইচ্ছাৰ বিৰুদ্ধে যোৱা হব।

ঈশ্বৰে সকলোকে এখনকৈ মুখ আৰু দুখনকৈ হাত দিছে। এই কাৰণে প্ৰত্যেকেই আৰ্জিব লাগে। যি শক্তি অনুসৰি কাম কৰিব তেওঁ আৱশ্যকতানুসৰি খাবলৈ আহাৰ,পিন্ধিবলৈ কাপোৰ আৰু থাকিবলৈ ঘৰ পাব লাগিব। আমি এইটো কেতিয়াও কব নোৱাৰোঁ যে তোমাৰ যোগ্যতা কম সেইবাবে খাবলৈও তুমি কমকৈ পাবা। কোনো বাপেকেই পুতেকক এই বুলি নকয় যে তই সৰু, সেইবাবে তোক কমকৈ গাখীৰ দিম, আৰু অমুক ডাঙৰ, তাৰ যোগ্যতাও বেছি সেইবাবে তাক বেচি গাখীৰ দিম। অন্য এটা আকৌ বেমাৰী, তাৰ বুদ্ধিও কম এই কাৰণে তাক এটোপো গাখীৰ নিদিওঁ। বৰঞ্চ ইয়াৰ ওলোটাটোহে হব। কাৰণ ডাক্তৰে কব যে যিজনৰ বুদ্ধি কম তেওঁক গাখীৰ বেছিকৈ খুৱাব লাগে, তেহে তেওঁৰ বুদ্ধি বাঢ়িব। যেনেকৈ আপোনালোকে নিজৰ নিজৰ ল'ৰা-ছোৱালীৰ কাৰণে ভাবে সেইদৰেই আমি সমাজৰ কাৰণেও ভাবিব লাগে। পৰমেশ্বৰ হৈছে আমাৰ পিতা আৰু যদি আমি চৰকাৰকো আমাৰ আই-বোপাই বুলি কওঁ, তেন্তে চৰকাৰেও ঘৰত দেউতাই কৰাৰ নিচিনাকৈ চিন্তা কৰিব লাগিব। আজি যে যোগ্যতাৰ লগত ধৰ্ম্মহাৰ লগ লগোৱা হৈছে ই একেবাৰেই ভুল কথা। এইটোও ঠিক যে বেছি যোগ্যতা সম্পন্ন লোকক এৰেকেতাৰ কৰি ৰখা হয়, সেই বুলি আনবিলাক যে অকৰ্ম্মণ্য

এনেও নহয়। যোগ্যতা কম বেছি থাকিবই। এই কাৰণে তেওঁলোকক দৰ্মহা কম-বেছি কৰি দিয়াটো অনুচিত। কিন্তু আজি ই সকলোবোৰ কামতে চলিবই লাগিছে। মন্ত্ৰীক বেছি দৰ্মহা লাগে, শিক্ষকক তাতকৈ কম, পোষ্টমাষ্টৰক আকৌ তাতোকৈয়ো কম দৰ্মহা দিয়া হয়। এই মানুহ-বিলাকে তাত লাভ এই কাৰণেই দেখে যে যোগ্যতা অনুসৰি পইচা দিলে মানুহবিলাকে নিজৰ নিজৰ যোগ্যতা বঢ়াবলৈ চেষ্টা কৰিব আৰু যদি সকলোকে সমান পইচা দিয়া হয় তেন্তে তেওঁলোকৰ কোনেও যোগ্যতা নবঢ়ায়। এয়ে হৈছে পুঁজিবাদী সমাজ-বন্ধনি। ই কেতিয়াও ন্যায় সঙ্গত হব নোৱাৰে।

## সমান বেতন হব লাগে

নঈ তালিমৰ শিক্ষক-শিক্ষয়ত্ৰী সকলক যিমান দৰ্মহা দিয়া হয় তাক সকলোৱেই একেলগ কৰি পৰিয়াল অনুপাতে ভগাই লব পাৰে। এইটো মই অকল ইয়াৰ কাৰণেই কোৱা নাই। যিহেতু ই এটা বুনিয়াদী শিক্ষা কেন্দ্ৰ সেই বাবেই ইয়াৰ ওপৰত মহত্ব নিশ্চয় দিব লাগে। মই আপোনালোকক আৰু এটা উদাহৰণ দিওঁ। আজি-কালি মানুহে কায়িক শ্ৰমত প্ৰতিষ্ঠা কম আছে বুলি ভাবে আৰু সেইবাবে তাৰ মূল্যও কমকৈ দিয়ে। এনেকুৱা কিয় হৈছে বাৰু? কায়িক শ্ৰমক নীচ আৰু মানসিক শ্ৰমক উচ্চ স্থান কিয় দিব লাগে? এজন কাঠ মিস্ত্ৰিয়ে যদি আঠ ঘণ্টা সমাজৰ সেৱা কৰে তেন্তে তেওঁক মানসিক শ্ৰম কৰোঁতা জনতকৈ নো কম পাৰিশ্ৰমিক কিয় দিব লাগে? ইয়াৰ আমি একো কাৰণ দেখা নাই। মানুহে কয় যে সি হৈছে কায়িক শ্ৰমৰ কাম আৰু ই হৈছে মানসিক শ্ৰমৰ কাম। এই কাৰণে দৰ্মহাত কম-বেছ থাকিবই। মানসিক শ্ৰম কৰোঁতা সকলৰ যদি বেছি তোক

লাগিলহেঁতেন আৰু কায়িক শ্ৰম কৰোঁতা কাঠ-মিস্ত্ৰিৰ কম ভোক লাগিলহেঁতেন তেন্তে মিস্ত্ৰিক বাৰু কামকৈয়ে দিয়ক, তাৰ এদোপলৈ মানি লব পাৰি ; পিচে এই স্কুল-বাবুৱে মেজ-মাচিয়াত বহিহে কাম কৰে। তেওঁৰ যদি পৰিপাক শক্তি বেছি হ'লহেঁতেন তেন্তে তেওঁক বেছিকৈ দিয়াত আমাৰ আপত্তিৰ থল নেথাকিল হেঁতেন। কিন্তু কাঠ-মিস্ত্ৰিক কম আৰু প্ৰফেচাৰক বেছিকৈ কিয় দিয়া হয়, এইটোহে আমি বুজিব পৰা নাই।

নিম্ন প্ৰাইমেৰী স্কুলত পঢ়োৱা শিক্ষকসকলক কম দৰ্মহা দিয়ে আৰু কলেজত পঢ়োৱা প্ৰফেচাৰ সকলক বেছি দৰ্মহা দিয়ে। ইয়াৰ কাৰণ বোধকৰো এইটোৱেই হব যে কলেজৰ প্ৰফেচাৰ সকলৰ দায়িত্ব বেছি আৰু প্ৰাইমেৰী স্কুলৰ শিক্ষক সকলৰ দায়িত্ব কম বুলি ধৰা হৈছে। কিন্তু মোক যদি কোনোবাই সোধে তেন্তে মই কম যে প্ৰাইমেৰী স্কুলৰ শিক্ষকৰ দায়িত্ব বেছি ; কিয়নো তেওঁলোকে দেশৰ ভৱিষ্যৎ বংশধৰ সকলৰ জীৱন সৰু কালৰে পৰা গঢ়ি আনিব লাগে আৰু তেওঁলোকক শিকাবও লাগে। ডাঙৰ ডাঙৰ প্ৰফেচাৰ সকলে ছুই-চাৰিটা লেকচাৰ দিলেই হ'ল। এই নিমিত্তেই প্ৰাইমেৰী স্কুলৰ শিক্ষকৰ দৰ্মহা কম আৰু প্ৰফেচাৰ সকলৰ দৰ্মহা বেছি দিয়াৰ কথাটো আমি বুজিব নোৱাৰো। অৱশ্যে এইটো হয় যে প্ৰফেচাৰ নগৰত থাকে, সেইবাবে তেওঁ-লোকৰ খৰচ বেছি আৰু শিক্ষক সকল গাঁৱত থাকে সেই বাবে খৰচ কম পৰে। এই দৃষ্টিৰে যদি কম বেছি কৰিব পৰা যায় তেন্তে এক প্ৰকাৰ মানি লব পাৰো। এই হিচাপেও শিক্ষকে পঞ্চাশ টকা আৰু প্ৰফেচাৰে পাচশ টকা পায়। ইমান বেছি পাৰ্থক্য কিয় থাকিব লাগে ? এই গোটেই আঁচনিয়েই পুঁজিবাদী দৃষ্টিকোণেৰে তৈয়াৰ কৰা হৈছে।

আগতে আমাৰ ইয়াত এনেকুৱা নাছিল। যেতিয়া চতুৰ্ব্বৰ্ণৰ ব্যৱস্থা চলিছিল তেতিয়া কোৱা হৈছিল যে কি মুচিয়াল, কি মেতৰ, কি ব্ৰাহ্মণ, সকলোৱেই যদি সভ্যতা আৰু আন্তৰিকভাবে নিজৰ নিজৰ কাম কৰে তেন্তে সকলোৱেই সমানে মোক্ষ পাব। যি সকল ব্ৰাহ্মণ আটাইতকৈ বেছি বিদ্বান আছিল, তেওঁলোক আটাইতকৈ বেছি ত্যাগী আছিল। তেওঁলোকে কৈছিল যে আমাক খাবলৈ নিচেই কমকৈ দিলেই হব, কিয়নো আমি জ্ঞানৰ দ্বাৰাই যি আনন্দ পাওঁ তাক বেচাৰা বৈশ্যইতে ক'ত পাব? গতিকে আমাক কমকৈ দিলেও হব! এই কাৰণে যি যিমান বেছি বিদ্বান তেওঁ সিমান বেছি ত্যাগী। কিন্তু আজি ইয়াৰ ওলোটাটো হৈছে। আজিৰ বিদ্বানে কব যে মই এম, এ, পাছ কৰি আহিছো, আমেৰিকাত লোৱা ডিগ্ৰীও মোৰ আছে, গতিকে মোক বেছি দৰ্মহা লাগে। এইটো তো আমি মুঠেই বুজিব নোৱাৰোঁ। কাৰণ আমি জনাত সমাজেই তেওঁক শিক্ষা-দীক্ষা দিয়াই আনিছে, তেওঁৰ লগত সমাজে যথেষ্ট ধন খৰচ কৰিছে। বৰক তেওঁ এইবুলিহে কব লাগিছিল যে মোৰ কাৰণে সমাজে যিমান খৰচ কৰিলে আনৰ কাৰণে কৰা নাই মই আপোনালোকৰ পৰা বহুতো পাইছোঁ। গতিকে এতিয়া মোক কমকৈ দিয়ক। আৰু এই মানুহজনৰ ঘৰত ল'ৰা-ছোৱালীও বেছি, ঘৰৰ খৰচো বেছি, আনহাতেদি তেওঁৰ শিক্ষাৰ কাৰণে সিমান ধনো খৰচ কৰা হোৱা নাই, গতিকে আপোনালোকে তেওঁক দৰ্মহা বেছিকৈ দিয়ক। এইদৰে কোৱাটো তেওঁৰ কাৰণে শোভাদায়ক আছিল। কিন্তু তেওঁ কয় যে মোৰ শিক্ষাৰ কাৰণে বেছিকৈ খৰচ কৰি থৈছে যেতিয়া এতিয়াও বেছিকৈ খৰচ কৰক। এইটো তালকৈ ভাবি চাব লগীয়া কথা যে আপোনাৰ কাৰণে সমাজে বহুতো খৰচ কৰি থৈছে, এতিয়াও আকৌ

সদায় আপোনাৰ লগতেই খৰচ কৰি থকাটো জানো ন্যায় ? এইসকল ব্ৰাহ্মণেই আঠ আঠ ঘণ্টা ব্যাপী পঢ়াইছিল আৰু দিনটোত মাত্ৰ এসন্ধ্যাহে খাইছিল আৰু কৌপিন্ পিন্ধি জীৱন নিৰ্ব্বাহ কৰিছিল। এইকাৰণে তেওঁলোক সেই সময়ত শ্ৰদ্ধাৰ পাত্ৰ হ'ব পাৰিছিল। কিন্তু আজি যাক বেছি সম্মান কৰিবলৈ চোৱা হয় তেওঁক বেছিকৈ ধনো দিব লাগে। ৰাষ্ট্ৰপতি আৰু প্ৰধান মন্ত্ৰীৰ পদ একে সমান। কিন্তু ৰাষ্ট্ৰপতিয়ে প্ৰধান মন্ত্ৰীতকৈ বেছি পায়। তেন্তে ৰাষ্ট্ৰপতিয়ে প্ৰধান মন্ত্ৰীতকৈ দৰ্মহা বেছি কিয় পায় ? প্ৰাচীন কালৰে পৰা সমাজত যি এটা মূল্য প্ৰস্থাপিত হৈ আছিছে. তাক আমি পৰিৱৰ্ত্তন কৰিব লাগিব। ইয়াৰ কাৰণেই নঈ তালিমৰ সৃষ্টি।

## শ্ৰমক প্ৰতিষ্ঠা কৰক

নঈ তালিমৰ শিক্ষকসকলৰ পৰীক্ষা তেওঁলোকৰ আৰু ছাত্ৰসকলৰ জীৱন-যাত্ৰাৰ প্ৰণালী চাইহে কৰিব পৰা যাব। প্ৰথম হৈছে আমি নঈ তালিমৰ দ্বাৰাই নতুন মূল্য স্থাপনা কৰিব লাগিব। দ্বিতীয়তে আজিৰ সমাজত যেনেকৈ কায়িক শ্ৰমৰ মূল্য কম আৰু মানসিক শ্ৰমৰ মূল্য বেছি তাকো তাঙি ওলট-পালট কৰিব লাগিব। আজি যে ডাঙৰ ডাঙৰ লোক সকলে বক্তৃতা প্ৰসঙ্গত কয় যে কায়িক শ্ৰমৰ সম্মান বঢ়াব লাগে, কাৰণ কায়িক শ্ৰমৰ মূল্য প্ৰকৃততে কম নহয়। তাৰ উত্তৰত আমি কব খোজো যে "সকলো কামৰ প্ৰতিষ্ঠা যদি সমানেই হয়, তেন্তে দৰ্মহাও প্ৰায় সমানকৈ কিয় নিদিয়ে ? আজি-কালি মানুহে কছিয়া আৰু চীনৰ উদাহৰণ দিবলৈ ধৰে। তেওঁলোকে কয় যে কছিয়াত সকলোবিলাকতে সমতা আছে কিন্তু আমি কওঁ যে আচলতে তেনে নহয়। তাতো এঞ্জিনিয়াৰলৈকে

সমতা আহি পোৱা নাই। তেওঁলোকৰ চিন্তাধাৰা পৰিবৰ্ত্তন হোৱা নাই, মাত্ৰ ক্ষমতা হস্তান্তৰ হে হৈছে। বেবিৰাক আভৰাই দিয়া বাবেই জানো গোটেই সমাজৰ চিন্তাধাৰা সলনি হৈ পৰিল? নাই হোৱা। আজি ভাত যি শাসন চলিব লাগিছে তাৰ পৰা আমি এইটোকেই দেখা পাইছোঁ যে কেইজনমান মানুহৰ হাতৰ পৰা কাৰবাৰ বিলাক আনি আন কেইজনমানৰ হাতত দিয়া হৈছে মাত্ৰ; মূল্যৰ পৰিবৰ্ত্তন একো হোৱা নাই। আমি খুজিছোঁ মূল্য পৰিবৰ্ত্তন কৰিবলৈ। প্ৰত্যেকেই সমানে সমানে খাবলৈ-লবলৈ পোৱাটোৱেই হৈছে চতুৰ্ব্বৰ্ণৰ বিশেষত্ব আৰু ইয়েই হব লাগে গাৱঁত।

আজি আপোনালোকে "চাৰলোকে খেত মেঁ গায়ে কিসাণ" বোলা গানটো শুনিলে। তাৰ পিচত কবিয়ে কৈছে "অৰ্পণ ফুললৈ গ'লে তেওঁৰ গুৰুজনক ধন নিদিয়ে শস্যহে দিব। শস্যনো বাৰু কিমান দিব? বেছিকৈ দিলে যে নিগনিয়ে খাব, এই কাৰণে তেওঁ বেছিকৈ খুজিবও নোৱাৰে আৰু আপোনালোকে বেছিকৈ দিবও নোৱাৰে। কিন্তু পইচা হ'লে যিমানেই নিদিয়ক তাৰ কোনেও নেলাগে বুলি নকয়। শস্য দিয়াৰ নিয়ম কৰিলে সমতা আহি যাবই। প্ৰথমতে গাওঁবোৰত কেনেকুৱা আছিল? গাৱঁৰ কাঠ-মিস্ত্ৰিয়ে গাৱঁৰ সকলো কাম কৰি দিছিল। যি যিমান কাম দিয়ে, সিমান কাম কৰি পেলাইছিল। এওঁ কম কাম দিছে আৰু তেওঁ বেছি কাম দিছে—ইয়াৰ কোনো হিচাপ ৰখা নহৈছিল। তেওঁক অনাহকত ব্যতিব্যস্ত কৰি মানুহে কাম লবলৈ নেচায়। কিন্তু খেতিয়া গাৱঁৰ সকলো মানুহে খেতি চপাই অতাঁই তেতিয়া প্ৰত্যেকেই নিজৰ নিজৰ ভাগৰ পৰা একোটা অংশ দিয়াৰ নিয়ম কৰি লৈছিল। অৰ্থাৎ খেতিয়কে যেনেকৈ খায়, তেওঁ সেইদৰেই খাবলৈ পাব লাগিব। এনেকুৱাৰ কাৰণেই প্ৰায় বিলাকতে সমতা আপোনা আপুনি আহি পৰে।

এনেকৈ চালে পাঁচ আঙুলিওতো পূৰা সমান নহয়। তাৰ ভিতৰতো কিছু তাৰতম্য আছেই। যদি পাঁচ আঙুলিকো কাটি সমান কৰিবলৈ চোৱা যায় তেন্তে তাৰ দ্বাৰাই হয়তো আমাৰ কামেই নচলিব। আনকি এটা লোটাও দাঙি লবলৈ অপাৰগ হব। প্ৰত্যেক আঙুলিৰেই নিজৰ নিজৰ বিশেষত্ব আৰু গুণ আছে। আঙুলিবিলাকৰ ভিতৰতো কোনোটো দুই ইঞ্চি আৰু কোনোটো দুই ফুট দীঘল হোৱা আঙুলি নাই। ভগৱানে দিয়া আঙুলি কেইটাৰ পৰা আমি এই শিক্ষা লব লাগে যে সমাজ প্ৰায় সমানেই হোৱা উচিত। আমি পাটীগণিতৰ সমতা বিচৰা নাই। সমাজত কিছু তাৰতম্য থাকিবই। অতীতত আমাৰ ইয়াত চতুৰ্ব্বৰ্ণৰ ভিতৰত সকলো'ৰে সমান যোগ্যতা আছিল বুলি ধৰা হৈছিল। সকলোৱেই প্ৰামাণিকভাৱে সেৱে নিজৰ নিজৰ কাম কৰি থাকিলে সকলোৱেই মোক্ষ পাব। সকলোৰে শ্ৰেণী সমান আৰু সকলোৱেই থকা-খোৱাৰ সুবিধা সমানে পাইছিল। আজি আমি এই সকলো বিলাক পাহৰি গৈছো আৰু স্পৃশ্য-অস্পৃশ্য ৰূপী বিৰাট দেৱালৰ সৃষ্টি কৰি তুলিছো। যাৰ কম যোগ্যতা তেওঁক কম দৰ্মহা আৰু যাৰ বেছি যোগ্যতা তেওঁক বেছি দৰ্মহা দিবলৈ আৰম্ভ কৰিছো। এই সকলোবোৰকে আমি নাইকিয়া কৰিব লাগিব।

## যোগ্যতাৰ মূল্য কিয়?

যদি সক সক ল'ৰা-ছোৱালীবোৰ পথাৰলৈ যায় তেন্তে কিছু কাম হব। কৃষি বছৰীয়া ল'ৰা গ'লে ভাল কাম হব আৰু বুঢ়া গ'লে কম কাম হব। এইদৰেই কামৰ কম বেছি থাকিবই। কিন্তু সেৱাৰ মূল্য কম-বেছি নহয়। যদি কোনো লোকে প্ৰামাণিকভাৱে কাম কৰে, তেন্তে তেওঁৰ সেৱাক আমি কম বুলি নেভাবোঁ। ধৰক আপোনালোকে

এটা সৰু শিৱ-লিঙ্গ ৰাখিছে আৰু সেই শিৱলিঙ্গক আপোনা-লোকে ভক্তি ভাবেৰে পূজা কৰি আছে। আন একনে আৰু এটা ডাঙৰ শিৱলিঙ্গ ৰাখিছে, তেন্তে সৰু শিৱ-লিঙ্গ-টোৰ যোগ্যতা কম আৰু ডাঙৰ শিৱলিঙ্গটোৰ যোগ্যতা-বেছিনে কি? মই আৰু এটা উদাহৰণ আপোনালোকৰ আগত দাঙি ধৰো বাৰু। ৱিনোবাৰ এটা ডাঙৰ আৰু এটা সৰু ছবি আছে। ইয়াত সৰু ছবিত থকা জন ৱিনোবা নহয় আৰু ডাঙৰ ছবিত থকাজনহে ৱিনোবা—এনে কোনো কথা আছেনে কি? গীতা এখন সৰু আখৰতো ছপা কৰা হৈছে আৰু এখন ডাঙৰ আখৰতো ছপা কৰা হৈছে; ইয়াত চাগৈ এনেকুৱা কেতিয়াও নহব যে ডাঙৰ আখৰৰ গীতাৰ যোগ্যতা বেছি আৰু সৰু আখৰৰ গীতাৰ যোগ্যতা কম। দুয়োৰো যোগ্যতা সমান। পাৰ্থক্য মাত্ৰ ইমান খিনিয়েই যে এখন ডাঙৰ আখৰত ছপা হৈছে আৰু আনখন সৰু আখৰত। সেই দৰেই সেৱাৰ যোগ্যতা বাহিৰৰ প্ৰমাণ চাই হিচাপ কৰাটো ভুল। তাত তেওঁ নিজৰ অন্তৰখন কিমান ঢালি দিব পাৰিছে ইয়াৰ ওপৰতহে তাৰ যোগ্যতাই নিৰ্ভৰ কৰিব। তাৰ পৰিৱৰ্ত্তে তেওঁক যি দিব লাগিব, তাক তেওঁৰ পৰিপাক শক্তি চাই লৈহে দিব পৰা যাব। অৰ্জ্জুনে ভগৱানক কলে মই যুদ্ধ কৰিব খুজিছোঁ, আপুনি যদি মোৰ সাৰথি হয় তেন্তে বৰ ভাল হয়; তেতিয়া ভগৱানে এইদৰে কোৱা নাছিল যে মোৰ যোগ্যতা তোমাতকৈ বেছি, সেইবাবে তোমাৰ ঘোঁৰাৰ আলপৈচান কেনেকৈ ধৰিম? তেওঁ অৰ্জ্জুনৰ ৰথৰ ঘোঁৰাৰ আলপৈচান ধৰিছিল। তেতিয়া তেওঁ কৈছিল যে মই যিকোনো কামকে কৰিব পাৰোঁ, কোনটো ডাঙৰ আৰু কোনটো সৰু কাম এইবোৰৰ মই অকণো বাচ-বিচাৰ নকৰোঁ। অলপ পৰৰ পিচতে কি হ'ল? যেতিয়া অৰ্জ্জুনে দেখিলে যে ৰাৰ

লগত মই যুজিব লাগিব সেই সকলোৱেই মোৰ আত্মীয় স্বজন, তেতিয়া তেওঁৰ মোহ উৎপন্ন হ'ল। ভগৱানে ভাবিলে যে এতিয়া এওঁক উপদেশ দিয়ে কোনে? কোনো কলেজৰ পৰা প্ৰফেচাৰ আহি উপদেশ দিবনে? তেতিয়া অৰ্জ্জুনক উপদেশ দিয়াৰ কামো তেৱেঁই কৰিলে। গীতাৰ উপদেশো দিলে। ঘোঁৰাৰ আলপৈচানো ধৰিলে। কংসৰ লগত যুদ্ধ কৰিলে আৰু গৰুৰ গোবৰো পেলালে। গতিকে ভাইসকল, যি কামৰ জৰিয়তে সেৱা হয় তাৰ প্ৰতিষ্ঠা সমান বুলি ভাবিব লাগে। যদি প্ৰতিষ্ঠা সমান বুলি ধৰা নেযায় তেন্তে সেই চিন্তাধাৰা দোষ-যুক্ত বুলি ভাবিব লাগিব; তাকে নিৰ্ম্মূল কৰিবৰ কাৰণেই এই নঈ তালিমৰ সৃষ্টি। আমি নঈ তালিমৰ দ্বাৰা সমাজৰ মূল্য পৰিৱৰ্ত্তন কৰিব খুজিছোঁ।

টিকাপট্টি, ৩ নবেম্বৰ '৫৩

## *নঈ তালিমৰ তিনটা তত্ত্ব* : ৬৭ :

আপোনালোক নঈ তালিমৰ কাম কৰা অভিজ্ঞ লোক। ইয়াৰ মানুহে অকল তাত্ত্বিক চৰ্চ্চাকে নকৰে; কামৰ লগে লগে বিচাৰ-ধাৰাৰ চৰ্চ্চাও কৰে। যি কামৰ লগে লগে বিচাৰ ধাৰাৰ সম্পৰ্কেও চিন্তা কৰে, তেওঁৰ মনলৈ সত্যতা আহি যায়। এই কাৰণে আমি আপোনালোকৰ প্ৰশ্নবোৰৰ উত্তৰ ব্যৱহাৰিক দৃষ্টিৰেহে দিম। আপোনালোকে অতি ভাল প্ৰশ্নকে কৰিছে। তাৰ উত্তৰ বেলেগে দিবৰ প্ৰয়োজন নকৰে। আপোনালোকৰ প্ৰশ্নবোৰৰ চাৰি সীমাত আবদ্ধ হৈ থাকিয়েই উত্তৰ দিবলৈ চেষ্টা কৰিম।

### অহিংসালৈ প্ৰেম, কিন্তু শ্ৰদ্ধা হুলে হিংসাতহে

নঈ তালিমৰ অন্তৰ্নিহিত যিটো নিষ্ঠা আছে, সিয়েই হৈছে অহিংসা। আজি পৃথিৱীত এনেকোনো ব্যক্তি কিম্বা সমাজ নাই

যি অহিংসাক ভাল নেপায়। কিয়নো ই অতি বিভোপন বস্তু। কিন্তু ব্যৱহাৰিক ক্ষেত্ৰত যি দেখা গৈছে মানুহৰ শ্ৰদ্ধা অহিংসাৰ ওপৰত নাই। মানুহৰ অন্তৰত অহিংসাৰ প্ৰতি প্ৰেম যথেষ্ট আছে, কিন্তু আজিও শেষ শ্ৰদ্ধা হলে হিংসাৰ ওপৰতেই হৈ ৰৈছে। মাক-বাপেকে ল'ৰা-ছোৱালীক বুজাবলৈ চেষ্টা কৰে। সিহঁতে যদি বুবুজে তেন্তে সিহঁতক পাৰে মানে গালি-শপনি পাৰে বা দাবি-ধমকি আদি দিয়ে। তথাপিতো যদি সিহঁতে নুবুজাকৈ থাকে তেন্তে শেষত মাৰ-ধৰ্ কৰে। মাৰ-ধৰ্ কৰে যদিও সিহঁতৰ প্ৰতি মৰম-চেনেহ যথেষ্ট থাকে। সেই ল'ৰা-ছোৱালীবোৰ কেনেকৈ ভালহৈ উঠে, এয়েই হৈছে তেওঁলোকৰ চিন্তা।

আজি পৃথিবীত জীৱনৰ সকলোবোৰ শাখা-প্ৰশাখাতে এই ভাবটোৱেই কাম কৰিব লাগিছে যে যি বুজালেও বুজে, সিহঁতক বুজুৱাৰ স্বাভাৱিক উপায় য'দ কিবা আছে তেন্তে সিয়েই হৈছে মাৰ্ধৰ্ কৰা। ঘৰত মাৰ্ধৰ্, চৰকাৰত শাসন, সমাজত বহিষ্কাৰ, অন্তৰাষ্ট্ৰীয় ক্ষেত্ৰৰ কাৰণে সৈন্য-সামন্ত আছেই। এইদৰেই নিজৰ নিজৰ ঠাইত হিংসাৰ সৰু-সুৰা ৰূপ দেখিবলৈ পোৱা যায়েই। ঘৰৰ পৰা আৰম্ভ কৰি অন্তৰাষ্ট্ৰীয় সমস্যালৈকে সকলোতে শেষ শ্ৰদ্ধা হিংসাৰ ওপৰতেই হৈ থকা দেখা যায়।

## অহিংসাৰ প্ৰক্ৰিয়া সৌম্য-সৌম্যতৰ

আমি ল'ৰা-ছোৱালীক বুজাওঁ, কিন্তু তাতো যদি নুবুজে তেন্তে আৰু বেছি মৰম চেনেহেৰে বুজাব লাগে। তাৰ পিচতো যদি সিহঁতে নুবুজে তেন্তে তাতোকৈয়ো বেছি সৌম্য উপায় লব লাগে। এইদৰেই আমাৰ বুজুৱাৰ পদ্ধতি ক্ৰমে সৌম্যৰ পৰা সৌম্যতৰ ফালে আগুৱাই গৈ গৈ থাকিব লাগে।

ইয়াকে বোলে অহিংসাৰ প্ৰতি শ্ৰদ্ধা থকা। যিটো কাম মাৰ্-ধৰ্ কৰিলে হব নোৱাৰে, সি হয়তো অলপ ধম্কি দিলে হব পাৰে। কিন্তু যিটো ধম্কিৰেও হব নোৱাৰে সি বুজনিৰ দ্বাৰাই নিশ্চয় হব। যিটো কাম বুজনিৰেও হোৱাটো অসম্ভৱ, তাক মৰমচেনেহৰে কৰা সেৱাকাৰ্য্যৰ দ্বাৰাই নিশ্চয় কৰিব পৰা যাব। যিটো কাম স্নেহপূৰ্ণ সেৱাকাৰ্য্যৰ দ্বাৰায়ো হব নোৱাৰে, তাৰ কাৰণে প্ৰেমপূৰ্ব্বক অধিক ত্যাগ কৰিবৰ প্ৰয়োজন হব। এইদৰেই ক্ৰমান্বয়ে বুজুৱা-বঢ়োৱাৰ পৰা আৰম্ভ কৰি প্ৰেমপূৰ্ব্বক অধিক ত্যাগ কৰালৈকে সকলো-বিলাক উপায়ৰ দ্বাৰাই কাম আদায় কৰিবলৈ সক্ষম হোৱা শ্ৰদ্ধাৰ নামেই হৈছে 'অহিংসা'।

এতিয়া আমি ভূদান প্ৰাপ্তিৰ কাৰণে মানুহক বুজাই ফুৰিছোঁ। গাৱেঁ গাৱেঁ যাওঁ আৰু প্ৰেমপূৰ্ব্বক বিচাৰোঁ। ধৰক, তাৰ যেনিবা ভাল ফল পোৱা নাই, তেতিয়া মানুহে ভাবিলেহেঁতেন যে ইয়াতকৈয়ো উগ্ৰ উপায় হে লব লাগে আৰু সেই উগ্ৰ উপায়ৰ দ্বাৰায়ো যদি কোনো কাম নহয় তেন্তে তাতোকৈয়ো বেছি তীব্ৰ উপায় লব লাগিব। তেওঁ লোকে অহিংসাৰ চাৰি সীমাত আবদ্ধ হৈ থাকিয়েই এই দৰে ভাবে। কাৰোবে লগত মাৰ-কিল নকৰাটোকে তেওঁ-লোকে অহিংসা বুলি ধৰে কিন্তু আমি হ'লে ইয়াক হিংসাত্মক চিন্তা বুলিহে কম। অহিংসাত্মক চিন্তাৰ পদ্ধতি এনেকুৱা নহয়। অস্ত্ৰ-শস্ত্ৰৰ ক্ষেত্ৰতো এনেকুৱাই হয়। সৰু অস্ত্ৰৰ দ্বাৰাই কাম নচলিলে ডাঙৰ অস্ত্ৰ উলিওৱা হয়। তাৰ দ্বাৰায়ো যদি কাম পূৰা নহয় তেন্তে তাতোকৈয়ো বেছি তীব্ৰ অস্ত্ৰ আবিষ্কাৰ কৰা হয়। এইদৰেই অহিংসাৰ ক্ষেত্ৰতো যদি তীব্ৰ, তীব্ৰতৰ আৰু তীব্ৰতম অৱস্থালৈ গৈ থকা হয় তেন্তে সি নামমাত্ৰহে অহিংসা হব, আচল অহিংসা নহব।

এই কাৰণে অহিংসাত সৌম্য, সৌম্যতৰ আৰু সৌম্যতম উপায়েৰেহে-চিন্তা কৰিব লাগে।

কৰ্ত্তব্যপৰায়ণ লোকে সদায় মৰম-চেনেহৰে কথা পাতে আৰু সেই অনুক্ৰমে বুজুৱা-বঢ়োৱাও কৰে। কিন্তু যদি বিপক্ষে থকাজনে বুবুজে তেন্তে মাত একেবাৰেই তাওৰ হৈ উঠে। ইয়াৰে নাম হৈছে হিংসাৰ প্ৰক্ৰিয়া। আমি মৰম চেনেহেৰে বুজুৱাৰ পিচতো যদি কোনো কাম নহয়, তেন্তে তীব্ৰভাৱে বুজালেনো কেনেকৈ হব? এই কাৰণে আমি কৰা মৰম-চেনেহ যদি যথেষ্ট নোহোৱা যেন দেখোঁ তেন্তে আৰু বেছি মৰম-চেনেহ কৰিবলৈ আমাৰ মন যাব লাগে। এইটো আমি কোনো বিশেষ মানুহৰ কাৰণে কোৱা নাই, সমাজৰ কাৰণে কৈছোঁ। ই ৰাজ-নীতি, বেহা-বেপাৰ, সামাজিক ক্ষেত্ৰ, পৰিয়াল আদি সকলোৰে কাৰণে প্ৰযোজ্য হব। এইটোৱেই হৈছে শিক্ষাৰ মূল-তত্ত্ব। এই ভাবটো যদি আৰু পৰিষ্কাৰ হৈ উঠে তেন্তে নঈ তালিমৰ ভৱিষ্যতৰ প্ৰক্ৰিয়া বুজিবলৈ আৰু সহজ হব। আমি এই কথাটো সদায় মনত ৰখা উচিত যে অহিংসা মানে অকল মাৰ-পিত্ নকৰা বা 'অস্ত্ৰ' ত্যাগ কৰাই নহয়। সি হৈছে এটা অভাৱাত্মক বস্তু। অহিংসক চিন্তাৰ পদ্ধতিয়েই বেলেগ।

## ভাৱত ব্যাপক, কৰ্ম্মযোগত বিশিষ্ট

দ্বিতীয় কথাটো হৈছে এই যে আমি যাক, "আমি" বোলো তেওঁলোকনো কোন? তাত কিছু ভাৱৰ আৰু কিছু শৰীৰৰো অংশ আছে। আমি যদি ইয়াত দুয়োটাকে একেলগ কৰো তেন্তে আমাৰ কৰ্ত্তব্য স্পষ্ট হৈ যায়। আমাৰ চকুৱে কমত দূৰলৈকে নেদেখে। বিভচকু লগাই ললে আৰু অলপ বেছি দূৰলৈ দেখা যাব; তথাপি তাৰো এটা সীমা আছে। এই দৰেই কাণ আৰু হাত ভৰিৰো শক্তি সীমাবদ্ধ। গতিকে আমাৰ কৰ্ত্তব্য

ক্ষেত্ৰ শৰীৰৰ চৌমেৰটোৱেই হব। জীৱনৰ সমুদায় কাম ওচৰ-চুবুৰীয়াৰ সেৱা দৃষ্টিৰে হব লাগে। এইটো হৈছে সেৱাৰ এটা সূত্ৰ। ভাৰত তো আমি অতি দূৰলৈকে দেখোঁ—মাটিত বহি বহিয়েই আকাশ-কুসুমৰ কথা ভাবিব পাৰোঁ। চিন্তা-শক্তি বৰ ব্যাপক। এই কাৰণে আমি চিন্তাত বিশ্ব-মানৱ হব লাগে। আমি অৱশ্যে এটা বিশিষ্ট স্থানতেই আছোঁ, কিন্তু আমাৰ মন এনেকুৱা হব লাগে যে আমি গোটেই বিশ্বৰেই নাগৰিক। কাম যদিও আমি ওচৰৰ ক্ষেত্ৰতেই কৰোঁ, তথাপি চিন্তালৈ কেতিয়াও সঙ্কোচ ভাব আনিব নেলাগে। দুয়োটাতে কেতিয়াও বিৰোধ হব নেলাগে। আমি ওচৰ-চুবুৰীয়াৰ সেৱা এনে ভাৱে কৰিব লাগে যাতে দূৰত থকা সকলৰো কোনো হানি নহয়, বৰং তেওঁলোকৰ লাভ হে হয়। এইদৰেই বিশ্ব-হিতৰ লগত অবিৰোধী ওচৰ-চুবুৰীয়া সকলৰ সেৱাই আমাৰ জীৱনৰ লক্ষ্য হব লাগে। আমাৰ শিক্ষা এনেধৰণৰ দ্বিবিধ শক্তিৰে পৰিপূৰ্ণ হব লাগে। ভাৰত কেতিয়াও সংকীৰ্ণতা আৰু সঙ্কুচিততা থাকিব নেলাগে, কিন্তু প্ৰত্যক্ষ আচৰণ আৰু কৰ্ম্মৰ আঁচনি ওচৰ-চুবুৰীয়াৰ ক্ষেত্ৰত একান্ত নিষ্ঠাৰে হব লাগে।

আপোনালোকে জানে যে ভগৱান বুদ্ধই গোটেই বিশ্বৰ কাৰণে করুণা ৰাখিছিল, যিশুখৃষ্টৰ হৃদয়ত গোটেই বিশ্ব-সমাজৰ কাৰণে প্ৰেম ভৰি আছিল। কিন্তু যিশুখৃষ্টই ফিলষ্টাইনৰ ওচৰে-পাঁজৰেহে কাম কৰিছিল। আজি আমাৰ ল'ৰা-ছোৱালী বোৰে পৃথিৱীৰ ধিমানবোৰ ভূগোলৰ কথা জানে, সিমান যিশুখৃষ্টৰ কল্পনাতেই নাছিল। তেওঁ ভাষাও এটাহে জানিছিল। এইদৰেই এটা ভাষা কোৱা আৰু ভূগোলৰ একেবাৰেই সীমাবদ্ধ জ্ঞান থকা লোকজনে গোটেই বিশ্বকে মৰম কৰিছিল। কাৰণ তেওঁ হৃদয় বিশাল আছিল। ভগৱান বুদ্ধৰো এই একে অৱস্থাই হৈছিল। তেওঁ পালী ভাষাভাষী আছিল। সেই সময়ত

পালী ভাষা থেৰিয়কৰ ভাষা আছিল। বিহ'ৰ আৰু উত্তৰ প্ৰদেশৰ এক অংশত তেওঁ ভ্ৰমণ কৰিছিল। যি যি ক্ষেত্ৰত তেওঁ ভ্ৰমণ কৰিছিল। তাৰ নাম 'বিহাৰ' থোৱা হৈছিল। বিহাৰৰ বাহিৰে পৃথিৱীৰ কোনো ঠাইৰ কথাই সম্ভৱ তেওঁ নেজানিছিল। তেওঁ একেবাৰেই ওচৰৰ ক্ষেত্ৰতহে সেৱা-কাৰ্য্য কৰিছিল। কিন্তু তেওঁৰ চিন্তাত গোটেই বিশ্ব-কল্যাণৰ কথা ভৰি আছিল। নঈ তালিমৰ কাৰণেও এই একে মন্ত্ৰই। 'ভাৰত ব্যাপক আৰু কৰ্ম্ম যোগত বিশিষ্ট'—এইটোৱেই হৈছে নঈ তালিমৰ দ্বিতীয় তত্ত্ব।

## নঈ তালিমত 'ব্ৰেড্-লেবাৰ'ৰ তত্ত্ব

তৃতীয়টো বৰ ডাঙৰ তত্ত্ব। যদি আমি তাক বুজোঁ তেন্তে নঈ তালিমত কামৰ কাৰণে ইমান বেচি আগ্ৰহৰ ৰহস্যাই বুজিব পৰা যাব। আজি আমি পৃথিৱীত নানাতৰহৰ কাম কৰোঁ। কোনোবাই উকিলৰ, কোনোবাই বেপাৰীৰ, কোনোবই প্ৰফেচাৰ-গিৰি, কোনোবাই মন্ত্ৰীৰ, কোনোবাই খেতিয়কৰ আৰু কোনোবাই অন্যান্য বহুতো কাম কৰে। এই সকলোবোৰ কামেই সমাজৰ কাৰণে লাগতিয়াল বুলি ধৰি লোৱা হয়। এওঁলোকক প্ৰামাণিকভাৱে সৈতে কাম কৰা—উপযুক্ত লোক-সেৱক বুলি ধৰি লোৱা হব। আজিৰ সমাজ যেনে ভাৱে গঠিত হৈছে, তালৈ চালে তাত কোনো দোষ নাই। কিন্তু নঈ তালিমে অকল আজিৰ সমাজলৈ লক্ষ্য ৰাখি সেৱা নকৰে। আগলৈ যেনেকুৱা সমাজ গঠন কৰিব লাগিব, নঈ তালিমে তালৈ চাইহে কাম কৰি যোৱাটো উচিত হব।

সেই সমাজৰ আচৰণৰ কাৰণে এটা ডাঙৰ সূত্ৰ এইটোও যে নিজৰ শৰীৰৰ আৱশ্যকীয় আহাৰৰ কাৰণে প্ৰত্যেকেই

দৈহিক শ্ৰম কৰিব লাগে। দ্বিতীয় তৃতীয়ত উল্লেখকৰা মানসিক শ্ৰম কৰি শৰীৰক পোহ-পাল দিয়াটো উত্তম ধৰ্ম্ম হব নোৱাৰে। শৰীৰৰ পোষণ দৈহিক শ্ৰমৰ দ্বাৰাই হে কৰিব লাগে। ইয়াকে "ব্ৰেড্-লেবাৰ" বোলে। ইয়াক ভাগৱত গীতাত "যজ্ঞ"ৰ নাম দিয়া হৈছে। তাৰেই বৰ্ণনা যিশুখৃষ্টই এই বুলি কৰিছে যে "নিজৰ গাৰ ঘাম মাটিত পেলাই যি কটি বা খাদ্যদ্ৰব্য উৎপাদন কৰা হয়, সেয়েই ৰেড্-লেবাৰ।" নঈ তালিমত ই এটা মূল-ভূত তত্ত্ব। এই মূল-ভূত তত্ত্বটোক যি সম্পূৰ্ণ ভাবে আয়ত্ত কৰি লব পৰা নাই, তেওঁলোকে নঈ তালিমকো আয়ত্ত কৰি লব নোৱাৰে। যি কোনো কামৰ দ্বাৰাই জ্ঞান প্ৰাপ্ত কৰাটোকেই নঈ তালিম নোবোলে। শিক্ষা-শাস্ত্ৰৰ অন্যান্য চিন্তাশীল সকলেও কৈছে যে জ্ঞান-প্ৰাপ্তিৰ কাৰণে কিছু নহয় কিছু কাম কৰিব লাগে। আমি যদি এনেকুৱা গণিতকে শিকাওঁ তেন্তে তাৰ কোনো মূল্যই নেথাকিব কিন্তু যদি কোনো ব্যৱহাৰিক কাম কৰি তাৰ জৰিয়তে গণিত শিকাবলৈ লওঁ তেন্তে তাক ল'ৰা-ছোৱালীয়ে সহজতে বুজি পাব। এইটো একেবাৰেই সাধাৰণ শিক্ষা-পদ্ধতিৰ কথা। কোনো নঈ তালিম নহয়।

আমাৰ শৰীৰৰ আজীৱিকা দৈহিক-শ্ৰমৰ দ্বাৰাই প্ৰাপ্ত কৰাটোহে প্ৰকৃত ধৰ্ম্ম। যদি আমি তাকে নকৰো তেন্তে আনৰ কান্ধত ভৰি দি খোৱা হব। তেতিয়া আমি হিংসাৰ পৰা মুক্তি পাব নোৱাৰো। আপোনালোকে এই তত্ত্বটো ভুলকে বোলক বা শুদ্ধকে বোলক, নঈ তালিমৰ মূলতে এই তত্ত্বটো নিহিত আছেই। এনেকৈ চালে মানুহে ব্যায়ামৰ কাৰণে দৈহিক শ্ৰম কৰাটো ভাল বুলিয়েই ভাবে আৰু জ্ঞান প্ৰাপ্তিৰ কাৰণেও "প্ৰজেক্ট" হিচাপে কোনো কাম কৰাটো সমৰ্থনীয়। এইদৰে যি কাম কৰা হয়, সিয়ো কামেই, কিন্তু সি 'ব্ৰেড-লেবাৰ' নহয়। নঈ

তালিম 'ব্ৰেড-লেবাৰ'ৰ তত্ত্বৰ আধাৰত চলে আৰু তাৰ ওপৰত শ্ৰদ্ধাও ৰাখে।

## জীৱনত শ্ৰমৰ স্থান

মানুহে আমাক সোধে যে বাবা, আপুনি পদব্ৰজে ফুৰিবলৈ ইমান আগ্ৰহ কিয় কৰে?" ইয়াৰ কাৰণ কেইবাটাও আছে। কিন্তু এটা কাৰণ এইটোও যে অলপ অন্ততঃ পৰিশ্ৰম হওক এইটো মোৰ 'ব্ৰেড-লেবাৰ'। মানুহে মোক খাবলৈ দিয়ে আৰু ময়ো ৫।১০ মাইল খোজ কাঢোঁ, তেতিয়া মই ধৰিলও যে মোৰ দ্বাৰায়ো কিছু 'ব্ৰেড-লেবাৰ' হৈছে। এইদৰেই যাত্ৰাৰ লগত মই 'ব্ৰেড-লেবা'ৰ সম্বন্ধ স্থাপিত কৰিছোঁ। যোৱা ৩০ বছৰকাল মোৰ জীৱন 'ব্ৰেড-লেবাৰৰ তত্ত্বৰ ওপৰতেই চলিল। সাধাৰণতে মোৰ কাম নিতৌ আঠ ঘণ্টাকৈ চলিছিলেই, কেতিয়াবা কেতিয়াবা বেছিহে হৈছিল। সেই ৩০ বছৰৰ ভিতৰত কেতিয়াবা খেতি কৰা, পানী দিয়া, আটাপিহা, মেতৰকাম, সূতা কটা কাপোৰ বোৱা, ধুলাই কৰা, কাঠ-মিস্ত্ৰি আদি বিভিন্ন ধৰণৰ কাম ঘণ্টাৰ উপৰি ঘণ্টাকৈ অহৰহঃ চলিয়েই আছিল। তাৰ দ্বাৰাই আমাৰ বুদ্ধিৰ শক্তি কমক ছাৰি বেছিকৈ বাঢ়িল হে। আমি এইটো কব খোজা নাই যে বাতিয়ে-দিনে হৈদভেদ নোহোৱাকৈ অকল দৈহিক শ্ৰমকে কৰি থাকিলে তেওঁৰ বুদ্ধি তীক্ষ্ণ হব। যিকোনো বস্তুৰেই যেতিয়া অতি মাত্ৰা হৈ পৰে, তেতিয়া বিকাশ বন্ধ হয়। আমি দৃঢ়ভাৱে সৈতে ইয়াকে কব খোজো যে যাৰ জীৱনত দৈহিক শ্ৰমৰ উপযুক্ত অংশ আছে আৰু তাৰ লগে লগে চিন্তন কাৰ্য্যও চলে, তাত বুদ্ধিৰ বিকাশ উত্তম ৰূপে হবই।

আমাৰো এনেকুৱা অভিজ্ঞতা যথেষ্ট আছে। সৰু কালত আমাৰ স্মৰণশক্তি ভাল অৰ্থাৎ সাধাৰণ, মধ্যমতকৈ অলপ ভাল আছিল, কিন্তু আজি ৬২ বছৰ বয়সত সি ল'ৰাকালতকৈ বহুগুণে বেছি তীক্ষ্ণ হৈ পৰিছে। যিটো বস্তু মনত ৰাখিব লগীয়া তাক

আমি কেতিয়াও নেপাহৰোঁ। কেতিয়াবা যদি কোনো কিতাপ পঢ়োতে আমি ভাল কথা পাওঁ আৰু যদি সি মনতো থাকিব লাগে তেন্তে তাৰ ভাষা সহ আমাৰ মনত ৰৈ যায়। ইয়াৰো কাৰণ কেইবাটাও। তাৰে এটা কাৰণ হৈছে এই যে জীৱনত দৈহিক শ্ৰমৰ অংশ পূৰা মাত্ৰাই থাকিব লাগে। আমি কব খোজো যে কৰ্ম্মৰ অবিহনে জ্ঞান হব নোৱাৰে। এই কাৰণেই কৰ্ম্মৰ জৰিয়তে জ্ঞান দিব লগা কথাটো যে নঈ তালিমত আছে, এনে নহয়। কিন্তু দৈহিক শ্ৰমৰ দ্বাৰাই জীৱন নিৰ্ব্বাহৰ এটা ডাঙৰ তত্ত্বক সমৰ্থন কৰা হৈছে আৰু তাৰেই আধাৰত নঈ তালিমৰ সৃষ্টি হৈছে।

## উত্তম ৰাজ্যৰ লক্ষণ

এতিয়া মই পদ্ধতিৰ বিষয়ে কম। সম্প্ৰতি শেষতীয়া শাস্ত্ৰ খনৰ নাম হৈছে "ৰাজ্য-শাস্ত্ৰ"। ৰাজ-নীতি শাস্ত্ৰ বিশাৰদসকলে কয় যে যি ৰাজ-ক্ষমতা নচলায়, তেৱেঁই আটাইতকৈ শ্ৰেষ্ঠ! যি যিমান কমকৈ ক্ষমতা চলাব, সি সিমান বেছি ভাল ৰাজ্য। যিখন ৰাজ্যত কোনো ব্যৱস্থাকে কৰা দেখা নেযায়, সেই খনেই সৰ্ব্বোত্তম ৰাজ্য। আজি ঈশ্বৰৰ ৰাজ্য কেনেকৈ চলিছে? তেওঁ এনেকুৱা সুন্দৰ ব্যৱস্থা কৰি থৈছে যে তেওঁনো কোনটো চুকত সোমাই শুই আছে তাক কোনেও ভু-কে নেপায়। তেওঁ বিধে বিধে শক্তি আৰু বুদ্ধি যোগ্যতা অনুসৰি সকলো প্ৰাণীকে ভগাই দি থৈছে। তেওঁ এক পৰিপূৰ্ণ বিকেন্দ্ৰীকৰণ আৰু তাৰ লগে লগে সকলোৱে সহযোগ কৰাৰ প্ৰেৰণাও আছে। ফল স্বৰূপে এইটোৱেই হৈ উঠিছে যে পৰমেশ্বৰ আছেনে নাই ইয়াতো মানুহৰ সন্দেহ হৈছে। পৰমেশ্বৰৰ পৰিকল্পনাত বিশেষ মহত্ত্ব-পূৰ্ণ কথা হৈছে এই যে পৰমেশ্বৰ আছে বা নাই এই

বুলি কৰলৈও মানুহে সাহ কৰি উঠিছে। অকল সন্দেহকে যে কৰে এনে নহয়, বৰং নাস্তিক হৈ ঈশ্বৰ নাই বুলিয়েই কৈ দিছে।

হব লাগিছিল এনেকুৱাটো যে দিল্লীত যেনিবা ভাৰতৰ উত্তম শাসন চলিছে। তাকনো কোনে চলাইছে তাকে চাবলৈ যদি কোনো লোক যায় তেন্তে কাকো দেখিবলৈ পাব নেলাগিছিল। কি পার্লিয়ামেণ্ট হাউচ, কি ডাঙৰ ডাঙৰ ভৱন একোকে দেখিবলৈ পাব নেলাগিছিল। "ৰাজ্য চালকসকল ক'ত আছে বুলি সুধিলে মানুহে কব লাগিছিল,-"যে তেওঁলোকে পথাৰত কাম কৰি আছে। কোনোবাই যদি সুধিলেহেঁতেন যে "এওঁলোকেই ৰাজ্যকৰ্ত্তা নে? তেতিয়া উত্তৰ পাব লাগিছিল 'হয়'। এতিয়া এওঁলোকৰ কাম শেষ হোৱাত গছৰ তলত বহি আলাপ-আলোচনা কৰিবলৈ ধৰিছে যে "মিচৰৰ ওপৰত যে আক্ৰমণ চলিছে, এতিয়া কি কৰা যায়? তেওঁলোকক বাক কেনেকুৱা পৰামৰ্শ দিয়াটো উচিত হব?" ইত্যাদি। তেওঁলোকক যদি সোধা যায় যে "আপোনা-লোকে কি কৰিছে?" তেতিয়া তেওঁলোকৰ পৰা উত্তৰ পাব লাগে যে "আমি ভাৰতবৰ্ষৰ তথা পৃথিৱীৰ ৰাজ্য-কৰ্ত্তা। এই কাৰণে আমাৰ খেতিৰ কাম শেষ হোৱাৰ পিচত আজৰি সময়ত আমি এইবিলাক কথা পাতিব লগা হৈছে।" "আপোনালোকেনো ভাবি-চিন্তি কি কৰে?" "পৰামৰ্শ দিওঁ।" "তাৰ পিচত কি হব?" "যদি মানুহৰ মনঃপুত হয় তেন্তে মানে নহলে নেমানে।" এই দৰেই যেতিয়া পৃথিৱী ঠিক মতে চলি থকা দেখা যাব, তেতিয়াহে "উত্তম-শাসন" বোলা হব। আজিৰ অৱস্থা এনেকুৱা যে যদি কেনেবাকৈ পণ্ডিত নেহেৰুক দিল্লীৰপৰা আঁতৰোৱাৰ কথা চলে তেন্তে গোটেই দেশত তল ওপৰ লাগি পৰিব। তাৰ পিচত ৰাজ্যনো কোনে চলাব এই লৈয়েই ডাঙৰ সমস্যাৰ উদ্ভৱ হব।

আজি পাণ্ডিত নেহৰুৱে ভাৰত-ৰাজ্য চলাবৰ কাৰণে ষোল ঘণ্টাই কাম কৰিব লগা হৈছে।. পৰমেশ্বৰে গোটেই পৃথিৱী-ৰাজ্য চলাবৰ কাৰণে কিমান ঘণ্টা কাম কৰিব লাগে? হিন্দু সকলক যদি এই প্ৰশ্নটো সোধে তেন্তে উত্তম পাব যে পৰমেশ্বৰ ক্ষীৰ সাগৰত শুই আছে। তেওঁ একো কাম নকৰে। ইয়াৰ মানে হৈছে এই যে ৰাজ্য-পৰিচালনাটো কোনো কামেই নহয়, সি হৈছে এটা ভাব আৰু চিন্তাহে। চিন্তাৰ দ্বাৰাই পৃথিৱীৰ ৰাজ্য চলাব লাগে। ক্ৰিয়া, হুলস্থূল আৰু আয়োজনৰ অংশ যিমান কম হব, ৰাজ্য সিমানেই ভালকৈ চলিব। যি ৰাজ্যত চিপাহী, অস্ত্ৰ-শস্ত্ৰ আদি যুদ্ধ-সামগ্ৰী, মানুহৰ কাৰণে কোনো প্ৰকাৰৰ শাসন (দণ্ড) আদি নেথাকিব, অথচ মানুহে ক্ষমতা চলায়, উত্তম পৰামৰ্শ মানে আৰু নীতিৰ প্ৰভাৱ নিজৰ মনৰ ওপৰত পৰে, সেয়েই উত্তম-ৰাজ্য।

## গুপ্ত শিক্ষাই উত্তম শিক্ষা

ৰাজ্যৰ এই ন্যায়কে আমি শিক্ষাতো প্ৰয়োগ কৰিব খোজোঁ। য'ত শিক্ষা দিয়া হৈছেনে, লোৱা হৈছে তাৰ গমকে ধৰিব নোৱাৰি, সেয়েই সৰ্ব্বোত্তম নঈ তালিম। আপুনি কি কাম কৰিছে বুলি সুধিলে, মই ভোজন কৰিছো, বা শুইছোঁ, মই খেমালি কৰিছোঁ, পঢ়িছো বুলি কওঁ। এইবুলি কোনেও নকওঁ যে "আমি শ্বাস-প্ৰশ্বাস লৈছোঁ"; অথচ শোওঁতা, কওঁতা পঢ়োঁতা বা খাওঁতা সকলোৰেই শ্বাস-প্ৰশ্বাস লোৱা ক্ৰিয়া নিৰন্তৰ চলায়েই থাকে। নামলোৱা হয় অন্য বাহিৰা কামৰ। এইদৰেই নঈ তালিমতো ল'ৰা আৰু শিক্ষকে কি কৰে বুলি সুধিলে সেই একে উত্তৰকে পাব লাগে যে এওঁলোক পথাৰত কাম কৰিছে, গাওঁ পৰিষ্কাৰ-পৰিচ্ছন্ন কৰিছে। ৰোগী পৰিচৰ্য্যা কৰিছে। জ্ঞান দিয়া হৈছে বা পোৱা হৈছে

বুলি যদি জনা হয় তেন্তে তালৈ কৃত্রিমতা আহিছে বুলি ধৰিব লাগে ।

আপুনি কি খাইছে বুলি সুধিলে উত্তৰ পোৱা যাব যে গাখীৰ বা চাহ । তাত অৱশ্যে চেনিও মিহলোৱা থাকে, তথাপি তাৰ নাম কোনেও নলয় । এইবুলি কোনেও নকয় যে মই গাখীৰ-চেনি বা চাহ-চেনি খাইছোঁ । চেনিৰ সোৱাদ গাখীৰ বা চাহত মিলি থাকে । দেখোঁতে গাখীৰ বা চাহকেহে খোৱা দেখা যায়, কিন্তু তেওঁ মনে মনে চেনিকেহে খায় । শিক্ষাও ঠিক এই চেনিৰ নিচিনাই হব লাগে । তাৰ কাম একেবাৰেই গোপনে চলিব । দেখাত হাত, নাক, কাণ, চকু, জিভা আদিয়ে কাম কৰা দেখা যায়, কিন্তু বাস্তৱতে কাম আত্মাইহে কৰে । অৱশ্যে আপোনাৰ কাণে শুনিছে আৰু মোৰ জিভাই কথা কৈছে । কিন্তু যদি এই কাণ আৰু জিভাক কাটি পেলোৱা হয় তেন্তে তেওঁ জানো শুনিব বা ময়েই কব পাৰিম ? ইয়াৰ পৰাই এইটো জানিব পৰা হৈছে যে অকল জিভাই নকয় বা কাণেও নুশুনে যদিও দেখাত সিহঁতে কয় বা শুনে । আচলতে অন্তৰত যি এটা আত্ম-তত্ত্ব আছে সিয়েইহে কয় বা শুনেও । কিন্তু সি গুপ্ত ভাবে থাকে । এইদৰেই যি গুপ্ত ভাবে থাকিব সিয়েইহে সৰ্ব্বোত্তম নঈ তালিম হব । যি শিক্ষা যিমান প্রকাশ্য হব, সিমানেই তাত ন্যূনতা আছে বুলি ধৰি লোৱা হব ।●

● গান্ধী-গ্রাম ( মাদুৰা )
৩০।১১ '৪৬

আপোনালোক নঈ তালিমৰ শিক্ষক। আপোনালোকে নিশ্চয় যা-তা কথা নকয়, যি কৰ ভালকৈ অধ্যয়ন কৰি বুজি-বাজি লৈ হে কৰ। আপোনালোকে এই বুলিও কব পাৰিব যে "নঈ তালিম সকলোৱেই পাব লাগে—আনকি টোকোনাৰ ল'ৰা-ছোৱালীয়েও পাব লাগে। কিন্তু এইটো ধুৰূপ জানিব—যেতিয়ালৈকে টোকোনাৰ হাতলৈ মাটি নাহিব তেতিয়ালৈকে তেওঁলোকৰ ল'ৰা-ছোৱালীয়েও নঈ তালিমৰ পৰা বঞ্চিত হৈ থাকিব লাগিব। ভূ-দান আৰু গ্ৰাম-দান আন্দোলনৰ লগত নঈ তালিমৰ ঘনিষ্ঠ সম্বন্ধ আছে। এই কাৰণেই আৰ্য্যানায়কমজীয়েও আমাৰ লগত ঘূৰি ফুৰিছে। তেওঁ এনেয়ে হাৱা খাবলৈ ইয়ালৈ অহা নাই। তেওঁ এই কথাটো উপলব্ধি কৰিছে যে বুনিয়াদী শিক্ষাৰ ঘাই ভেটি হৈছে গ্ৰাম-দান। গ্ৰাম-দানৰ লগত নঈ তালিমৰ সম্বন্ধ ওতঃপ্ৰোত হৈ আছে।

এই ৰাজ্যৰ শিক্ষা বিভাগ ভূদানৰ অনুকূলে আছে। কিন্তু ভাৰতৰ আন আন ৰাজ্যৰ শিক্ষক সকলক ইয়াত যোগ দিবলৈ বাধা দিয়া হৈছে। কৰ্তৃপক্ষই চাগে ভাবিছে যে শিক্ষক সকলৰ কাম চাৰি বেৰৰ ভিতৰত 'ক্লাচৰুম'তেই হৈ চলিব লাগে। অৰ্থাৎ শিক্ষক সকলক জেলখানাৰ কয়েদী যেন দেখিছে হব পাৰে। বহুত ঠাইত আমি জেলখানাৰ নিচিনা স্কুলো দেখিছোঁ। তাত ল'ৰা-ছোৱালী বোৰক এটা ডাঙৰ কোঠাত বহুওৱা হয়। কোঠাটোৰ খিড়িকী বিলাক এনে ভাবে লগোৱা হৈছে, যাতে ল'ৰা-ছোৱালীবোৰে বাহিৰৰ একো বস্তুকে দেখিবলৈ নেপায়। এনেকুৱা জেলখানা কিয় সজোৱা হৈছে বুলি সোধাত উত্তৰ পোৱা হ'ল যে ল'ৰা-

চোৱালী বোৰে বাহিৰৰ বস্তু দেখিলে, সিহঁতৰ মন স্থিৰ কৰি ৰাখিব নোৱাৰিব। তাৰ পিচত মই কলো যে এই নিচিনাকৈ যদি কোঠাটোৰ ভিতৰত ৰাখি মন স্থিৰ কৰিবলৈ দিয়া হৈছে তেন্তে সিহঁতক শোৱা চাৰি-পাটীও লগত আনিবলৈ অনুমতি দিব লাগে, তেতিয়া হলে সিহঁতৰ মন তাক বেছি স্থিৰ হবলৈ সুবিধা পাব। এই কাৰণেই দেওঁলোকে মুকলি ঠাইত স্কুল কৰিবলৈ ভয় কৰে। তাৰ পিচত দেওঁলোকে তেওঁলোকৰ 'মেমুয়েল' খন আনি দেখুৱালে যে স্কুলৰ কাৰণে এনেকুৱা ঘৰ হব লাগে, য'ত ল'ৰা-ছোৱালীয়ে বাহিৰৰ বস্তু সমূলি দেখিবলৈ নেপায়। তেতিয়া আমাৰ মনত এই ধাৰণা হ'ল—যি বিশ্ব-ব্ৰহ্মাণ্ডক পৰমেশ্বৰে সৃষ্টি কৰিছে তাক দেখাৰ পৰা আমাৰ চকুক বঞ্চিৎ কৰা শিকানো ক'ৰবাত থাকিব পাৰেনে? উত্তৰ প্ৰদেশত এখন স্কুলত দেখিবলৈ পাইছিলোঁ যে বেৰ বিলাকত পকাঁশ্ৰতকৈও বেছি বিধ বনৰীয়া জন্তুৰ ছবি আঁকা আছিল; ল'ৰা-ছোৱালী বিলাকক যেতিয়া বাহিৰৰ সৃষ্টিৰ লগত সম্বন্ধ ৰাখিবলৈ দিয়া নেযায় তেনেস্থলত বেৰবিলাকত পৃথিৱী খনৰ জীৱ-জন্তু বোৰৰ ছবি আঁকি থোৱাটো কেনে কথা হব?

### ভোকাতুৰক নষ্ট তালিম?

শিক্ষক সকলক সামাজিক কাম কৰিবলৈ নিদিয়াটো সম্পূৰ্ণ ভুল। এইটো কথা অৱশ্যে ঠিক যে শিক্ষক সকলে দলীয় ৰাজনীতিৰ মেৰপাকত সোমাব নেলাগে আৰু তাৰ কামো কৰিব নেলাগে। কিন্তু আজি-কালি ৰাজনীতিৰ কামো তেওঁলোকৰ হতুৱাই কৰোৱা হৈছে। শিক্ষক সকলে হলে ভলে নিৰ্দ্দেশ পায় যে আমাৰ প্ৰাৰ্থীৰ কাৰণে কিছু কাম কৰিব লাগে। এনেকুৱা হোৱাও দেখা গৈছে যে

কোনো শিক্ষকে যদি কাৰোবাৰ বিৰুদ্ধে ভোট দিয়ে তেন্তে তেওঁৰ ওপৰত অসন্তুষ্ট হয় আৰু তাৰ প্ৰতিকাৰ জন্য ঠাইত কৰা হয়, যাৰ বাবে তেওঁ যথেষ্ট কষ্ট ভুগিব লগাত পৰে। এইদৰেই ইফালে হ'লে ইমান দূৰ পাইছেহি আৰু সিফালে নির্দ্দেশ আহিছে যে ভূদানৰ নিচিনা কামত শিক্ষক সকলৰ অলপো ৰাপ থাকিব নেলাগে। আজি স্কুললৈ যিবোৰ ল'ৰা-ছোৱালী আহে সিহঁতৰ ভিতৰত কিছুমানৰ গাত ভাল আৰু কিছুমানৰ গাত ফটা-ছিটা কাপোৰ থাকে। কিছুমান ল'ৰা-ছোৱালীয়ে পূৰা আহাৰ খাবলৈ নেপায়। তেনে ল'ৰা-ছোৱালীক শিক্ষকে কি "নঈ তালিম" দিব? যেতিয়া ল'ৰা-ছোৱালীৰ পেটে-কঁকালে লাগি থাকে, তেতিয়া সমতোল বা জোখৰ খাদ্যৰ জ্ঞান কেনেকৈ লব? শিক্ষকে সেই সময়তে এই বুলি ব্যাখ্যান দিহকনে কি যে ল'ৰাহঁত! গাখীৰত উত্তম কেলৰী আছে, তাক খালে সোনকালে জীৰ্ণ যায়। গতিকে অকল ইয়েই যথেষ্ট নহয়। আমাৰ শৰীৰৰ কাৰণে সৰ্ব্বমুঠ যিমান কেলৰী লাগে তাৰ বেছি ভাগেই ভাত বা ৰুটিৰ পৰা লব লাগে, বাকী অংশহে গাখীৰ আদিৰ পৰা লব লাগে।" সেই ল'ৰা-ছোৱালী-বোৰে এইবিলাক শুনি কি কৰিব? এনেকুৱা পৰিস্থিতিত শিক্ষক সকলে গাঁৱত গৈ মানুহবোৰক বুজাব লগীয়া কোনো কাম নাইনে?

## আচাৰ্য্যৰ অৰ্থ

সংস্কৃতত শিক্ষকক 'আচাৰ্য্য' বোলে। আচাৰ্য্যৰ অৰ্থ এইদৰে কৰা হৈছে "অচিনোতি অৰ্থান আচৰিত। আচাৰং কাৰয়তি।" যি সকলে বিষয় অধ্যয়ন কৰে, নিজে তাক আচৰণ কৰে আৰু আনৰ হতুৱায়ো আচৰণ কৰায়, তেওঁৰ নামেই আচাৰ্য্য। আমাৰ দেশৰ ডাঙৰ ডাঙৰ জ্ঞানী সকলক আচাৰ্য্য বোলা হৈছিল যেনে শঙ্কৰাচাৰ্য্য, ৰামানুজাচাৰ্য্য। ভাৰতবৰ্ষত

আচাৰ্য্য শব্দৰ প্ৰতি যিমান শ্ৰদ্ধা আছে তিমান শ্ৰদ্ধা বাহিৰৰ কোনো ভাষাতেই নাই। ইয়াত আচাৰ্য্য "দেৱো ভৱ" বুলি কোৱা হৈছে। ভাৰতবৰ্ষত এনেকুৱা আচাৰ্য্য আছিল, যি অকল কিতাপ লিখাতেই ব্যস্ত নেথাকি গোটেই সমাজকে ৰূপদান কৰি থৈ গৈছে। ডাঙৰ ডাঙৰ তত্ত্ব জ্ঞানীয়ে কিতাপ লিখে। বিদ্বান সকলৰ তত্ত্ব-জ্ঞান সম্বন্ধীয় ৮।৯শ পৃষ্ঠাৰ ডাঙৰ ডাঙৰ কিতাপ ইংৰাজী ভাষাত আছে। তেওঁলোকে কিতাপ লিখে, আৰু এদিন মৰি যায়। শঙ্কৰাচাৰ্য্য আৰু ৰামানুজাচাৰ্য্যই এনেকুৱা কৰা নাছিল। তেওঁলোকে তত্ত্ব-জ্ঞানৰ গ্ৰন্থ লিখাৰ উপৰিও ভাৰতবৰ্ষৰ সকলোবিলাক প্ৰদেশত ঘূৰি তত্ত্ব-জ্ঞানৰ প্ৰচাৰ কৰিছিল। শঙ্কৰ আৰু ৰামানুজৰ বিচাৰ একেবাৰেই গাৱঁলীয়া মানুহৰ কাণতো পৰিছে। পশ্চিমৰ কেণ্ট্ আৰু হেগেলৰ বিচাৰ গাৱঁৰ মানুহৰ কাণত পৰিছে জানো? তেওঁলোকে এনেকুৱা গ্ৰন্থ লিখিছে যে তাক পঢ়ি অৰ্থ উলিওৱাই টান। তেওঁলোকে সৰু সৰু ল'ৰা-ছোৱালীক পঢ়োৱা নাছিল। শঙ্কৰ-ৰামানুজে সৰু ল'ৰা-ছোৱালীকো পঢ়াইছিল। শঙ্কৰ-ভাষ্য নঙ্গ তালিমৰ ভাষাই। প্ৰত্যক্ষ ভাবে ছাত্ৰ সকলক পঢ়োৱা হৈছিল আৰু পঢ়াওঁতে পঢ়াওঁতে যি অভিজ্ঞতা হ'ল তাৰেই আলমত ভাষ্য লিখা হৈছিল। এই কাৰণে এই ভাষ্য বিলাকৰ ভাষা আজি-কালিৰ কথিত ভাষাৰ নিচিনা সৰল। ইয়াৰ তত্ত্ব-জ্ঞানী সকলে ছাত্ৰক পঢ়াইছিল কাৰণেই তেওঁলোকৰ ভাষা ইমান সৰল আছিল। ইয়াৰ সৰ্ব্বোত্তম সাহিত্য হৈছে নঙ্গ তালিমৰ সাহিত্যই। উপনিষদো ঠিক এনেকুৱা সাহিত্যই আছিল।

এতিয়াকৈকে ভাৰতত এটা ধাৰণাটো আছেই যে শিক্ষক আৰু ছাত্ৰই ভূদানৰ কামত লাগিলে নিজৰ কৰ্ত্তব্যৰ পৰা চ্যুত হব। ইয়াৰ উত্তৰত আমি কওঁ যে এইটো নঙ্গ তালিমৰ যি তত্ত্ব নগঢ়েইবে আৰু তালিমৰো নহয়: বৰঞ্চ সমাজ সেৱা স্বৰূপৰ

নিৰীক্ষণ আৰু শৰীৰৰ আজীৱিকা এই সকলোবোৰেই জ্ঞান প্ৰাপ্তিৰ উপকৰণ। এই তিনিওটাৰ পৰা যদি ল'ৰা-ছোৱালীক আঁতৰ কৰি ৰাখে তেন্তে ল'ৰা-ছোৱালীৰ জ্ঞান হব ক'ৰ পৰা? সমাজ-সেৱাৰ দ্বাৰাই ল'ৰা-ছোৱালীক জ্ঞান নিদি অকল পৰীক্ষা ললেই সিহঁতৰ জ্ঞান হবনে? ল'ৰা-ছোৱালীক সৃষ্টিৰ জৰিয়তে সৃষ্টিৰ পৰিচয় নিদি চিত্ৰকলাৰ জৰিয়তে দিবনে কি? এই কাৰণে ছাত্ৰ আৰু শিক্ষক উভয়ৰে সৃষ্টিৰ লগত পৰিচয় থাকিব লাগে। তৃতীয় কথাটো হৈছে এই যে মানুহৰ ভোক লাগিলে খাবলৈ লাগে। কিন্তু আজি শিক্ষকে নিজৰ জীৱিকা উপাৰ্জ্জন কৰিবলৈ বেছি চিন্তা নকৰে, কিয়নো তেওঁলোকক দৰ্মহা দিয়া হয় আৰু ছাত্ৰয়ো সেই বিষয়ে চিন্তা নকৰে, যিহেতু মাক বাপেকৰ পৰা তেওঁলোকে ভৰণ-পোষণ পায়েই থাকে। আজি-কালি ইয়াৰ ওলোটাটো ধৰা হৈছে যে শিক্ষক আৰু ছাত্ৰৰ জীৱন নিৰ্ব্বাহৰ বোজা তেওঁলোকৰ ওপৰত যৎকিঞ্চিৎ মানো পৰিব নেলাগে। ইয়াৰ অন্যথা কৰিলে তেওঁলোক ভাল শিক্ষক হব নোৱাৰিব। এইটো একেবাৰেই ভুল ধাৰণা। অৱশ্যে এইটো ঠিক যে ল'ৰাই নিজৰ বোজকাৰ পূৰা ভাবে উলিয়াব নোৱাৰিব, সেই ফেৰা দায়িত্ববোধ তেওঁলোকৰ নাই। কিন্তু নিজৰ বোজকাৰ উলিওৱাত কিছু নহয় কিছু অংশ গ্ৰহণ কৰিলেহে তেওঁলোকৰ জ্ঞান বাঢ়িব। এইদৰেই সমাজৰ সেৱা, সৃষ্টিৰ নিৰীক্ষণ, আৰু জীৱিকাৰ উপাৰ্জ্জন কৰা এই তিনিওটাই জ্ঞান লাভৰ উপকৰণ।

আমি এইটো স্বীকাৰ কৰোঁ যে শিক্ষক আৰু ছাত্ৰই যদি ছেদ-ভেদ নোহোৱাকৈ ঘূৰিয়েই ফুৰে, ইফালে সিফালে গৈয়েই থাকে তেন্তে তেওঁলোকৰ মনলৈ একাগ্ৰতা নহাৰ কাৰণে অধ্যয়ন নকৰে। এই নিমিত্তে তেওঁলোকে যি কামকে নকৰক লাগে তাৰ লগে লগে অধ্যয়নো চলি থাকিব লাগে। তেওঁ মানুহক বুজিবলৈকে যাওক বা ভূদানৰ কামত নাইবা অন্য সেৱাৰ

কামতেই যাওঁক তাত জ্ঞানৰ দৃষ্টি থকা অতি প্ৰয়োজন। আজি আমাৰ কি কি অভিজ্ঞতা হ'ল এই বিষয়ে আলোচনা কৰিব লাগে আৰু তাৰ সাৰাংশ তুলনা কৰি চাব লাগে। কিন্তু এনেকুৱা সমাজ-সেৱাৰ পৰা নঈ তালিম কিম্বা আন কোনো শিক্ষাক বঞ্চিৎ কৰি ৰখাটো ভুল। সুখৰ বিষয় যে মাদ্ৰাজ ৰাজ্যত আমি এনেধৰণৰ ভুল বিচাৰ কমেইছে শুনিছোঁ। আপোনালোকেই ভাবি চাওকছোন গাৰঁলৈ গ'লে আৰু মানুহক বুজালে এটা বৰ ডাঙৰ কাম হৈ উঠিব পাৰে, তাকো যদি কৰা নেযায়, আৰু গাৰঁলৈও নেযায় তেন্তে কিমান এলেহুৱা আৰু নিষ্ঠুৰৰ কাম বুলি পৰিচয় দিব লাগিব। নিষ্ঠুৰ এই কাৰণেই বোলা হব যে দৰিদ্ৰ সকলৰ কাম, যাক হয়তো সামান্য পৰিশ্ৰমৰ দ্বাৰাই কৰিব পাৰি, তাকো কৰিবলৈ আমি সম্মত নহওঁ। আৰু এলাহ এই কাৰণেই বোলা হৈছে যে অলপ ঘূৰা-ফিৰা কৰিব লাগিব, কিছু পৰিশ্ৰম হব তাকো কৰিবৰ কাৰণে আমি প্ৰস্তুত নহওঁ। ইয়াৰ উপৰিও তাত শিক্ষকৰ দূৰ-দৃষ্টিৰ অভাৱ বুলিও ধৰি লোৱা হব। আমি কওঁ যে যিমান গ্ৰাম-দান পোৱা হৈছে তাত নঈ তালিমৰ প্ৰয়োগ আৰম্ভ কৰি দিয়ক, তেতিয়া নঈ তালিমৰ প্ৰয়োগ অত্যন্ত তেজস্বী হৈ উঠিব। গাৱঁৰ সকলো মানুহৰ সহযোগ পাব, ল'ৰা-ছোৱালীবোৰ উৎসাহী হব, চৰকাৰৰ ফালৰ পৰা সহায় পোৱাও সহজ হৈ পৰিব। মইতো এই পৰ্য্যন্ত কব খোজো যে যদি একো সহায় নকৰে বৰং বিৰোধ হে কৰে তেতিয়া হলেও গ্ৰাম-দানী গাৱঁত নঈ তালিম চলিবই; কিয়নো য'ত গ্ৰাম-দান হৈছে তাত গ্ৰাম-শক্তি জাগৃতো হৈছে। সেই গ্ৰাম-শক্তিৰ আলমত নঈ তালিমো চলিব লাগিব। আপোনালোকে এই কামত সহযোগ কৰক বুলি মই ভূদান কৰ্ম্মী হিচাপে কোৱা নাই বৰং নঈ তালিমৰ আচাৰ্য্য হিচাপে কৈছোঁ। ইয়াৰ দ্বাৰাই নঈ তালিম অতি শক্তিশালী হৈ উঠিব। মই আশা কৰোঁ আপোনালোকে এই বিষয়ে চিন্তা কৰি চাব।

সৰ্ব্বোদয় মাদুৰা, ৫।১২।৫৬

( সমাপ্ত )

## আমাৰ সাহিত্যমালা

| | | | |
|---|---|---|---|
| ১। | আৰোগ্যৰ চাবি | মহাত্মাগান্ধী | ৸৹ |
| ২। | গ্ৰাম সেৱা | ,, | ৷৶৹ |
| ৩। | গীতা-প্ৰৱচন | ৱিনোবা | ১৷৹ |
| ৪। | গ্ৰাম-দান | ,, | ১৲ |
| ৫। | শান্তি-সেনা | ,, | ৸৹ |
| ৬। | শিক্ষা-তত্ত্ব | ,, | ২৲ |
| ৭। | ভাষাৰ সমস্যা | ,, | ।৶৹ |
| ৮। | এক আৰু সৎ হোঁৱা | ,, | ।৹ |
| ৯। | গাৱেঁ গাৱেঁ স্বৰাজ | ,, | ।৹ |
| ১০। | ভগৱানৰ দৰবাৰত | ,, | ৶৹ |
| ১১। | বেপাৰী সকললৈ আহ্বান | ,, | ৶৹ |
| ১২। | গাৱঁৰ আৰোগ্য ব্যৱস্থা | ,, | ৶৹ |
| ১৩। | যুগৰ মহান আহ্বান | ধীৰেন্দ্ৰ মজুমদাৰ | ।৶৹ |
| ১৪। | মানৱীয় বিপ্লৱ | দাদাধৰ্ম্মাধিকাৰী | ।৹ |
| ১৫। | ছাত্ৰৰ কৰ্ত্তব্য | জয় প্ৰকাশ নাৰায়ণ | ৷৶৹ |
| ১৬। | সমাজবাদৰ পৰা সৰ্ব্বোদয় | ,, | ।৶৹ |
| ১৭। | ভূদান দীপিকা | বিমলা | ।৹ |
| ১৮। | সাম্যযোগৰ ৰূপ ৰেখা | ,, | ৶৹ |
| ১৯। | ৱিনোবা আৰু ভূদান যজ্ঞ | তিলক কাকতি | ।৶৹ |
| ২০। | সামূহিক-পদ-যাত্ৰা | ঠাকুৰদাস বঙ্গ | ।৶৹ |
| ২১। | ভূদান গীত | সংগ্ৰহ | ৶৹ |
| ২২। | ভূদান-যজ্ঞ ( পষেকীয়া আলোচনী ) | বাৰ্ষিক বৰঙণি | ৫৲ |

সৰ্ব্বোদয় প্ৰকাশন সমিতি
গুৱাহাটী।